# আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰীঃ

## জীৱন-সাধনা আৰু কৃতিত্ব

সম্পাদনা

ডক্টৰ নবীন চন্দ্ৰ শৰ্মা

সহযোগী সম্পাদক

ডক্টৰ বসন্ত কুমাৰ দেৱ গোস্বামী

দৰং ব্ৰাহ্মণ সমাজৰ উদ্যোগত

বাণী প্ৰকাশ প্ৰাইভেট লিমিটেড প্ৰকাশিত

প্ৰকাশক :
শ্ৰীঅম্বিকাপদ চৌধুৰী
বাণী প্ৰকাশ প্ৰাইভেট লিমিটেড
পাণবজাৰ
গুৱাহাটী-৭৮১০০১

শাখা :
পাঠশালা-৭৮১৩২৫
বৰপেটা

১০ কৈলাশ বোস ষ্ট্ৰীট
কলিকতা-৭০০০০৬

বেটুপাত :
শ্ৰীভূপেন্দ্ৰ নাৰায়ণ ভট্টাচাৰ্য্য
চেনিকুঠি, হিল চাইড
গুৱাহাটী ৩

প্ৰথম প্ৰকাশ
শ্ৰীশ্ৰীশিৱৰাত্ৰি
১৯১৩ শকাব্দ ১৯৯২ চন

বেচ : পঞ্চাছ টকা মাথোন

ছপা :
মু দ্ৰি কা
চি ৪ উদ্যোগ পাম
কা মু শী মৈ দা ম
গুৱাহাটী ৭ ১০২.

*Acāryya Manoranjan Sāstri : Jīvan-Sādhanā Aru Krtitva*, i.e. Acharya Manoranjan Shastri his life-performance and success, a collection of a few articles written by different scholars and edited by Dr. Nabin Chandra Sarma, Reader, Department of Folklore Research, Gauhati University, Guwahati – 14 and published by Ambikapada Choudhury, Bani Prokash (P) Ltd. Panbazar, Guwahati. March, 1992. *Price Rs. Fifty only.*



আচার্য্য মনোরঞ্জন শাস্ত্রী

জন্ম ১৯১১ সন ( মার্চ )

মৃত্যু ১৯৮৮ সন ( জানুয়ারী

# অৱতৰণিকা

আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰী এনে এগৰাকী সাধক যি গৰাকী সাধকে প্ৰাথমিক বিদ্যালয়ত কেইদিনমান পঢ়িয়েই পৰম্পৰীণ টোলীয় শিক্ষা পদ্ধতিত সংস্কৃত ব্যাকৰণ, স্মৃতি আদিৰ আঠোটা উপাধি[১] লাভ কৰিবলৈ সক্ষম হৈছিল। স্কুল-কলেজত অসমীয়া ভাষা-সাহিত্যৰ আনুষ্ঠানিক শিক্ষা নোলোৱাকৈয়ে আচাৰ্য গৰাকীয়ে ৮ খন গ্ৰন্থ ৰচনা কৰিছিল—যিবোৰ গ্ৰন্থ বিদ্যায়তনিক আৰু সাংস্কৃতিক দিশৰ ফালৰপৰা অত্যন্ত গুৰুত্বপূৰ্ণ। এই আঠখন গ্ৰন্থৰ ভিতৰত কেইবাখনিও [ যেনে : অসমৰ বৈষ্ণৱ-দৰ্শনৰ ৰূপৰেখা ( ১৯৫৪ ), সাহিত্য-দৰ্শন (১৯৮২), কুমাৰিল ভট্টপাদ আৰু আচাৰ্য্য ধৰ্মকীৰ্তি (১৯৮৬), পুৰণি অসমৰ ধৰ্ম আৰু দৰ্শন (১৯৯০), বৈদিক দৰ্শনৰ ৰূপৰেখা ( যন্ত্ৰস্থ ) ] অসমীয়া সাহিত্যৰ প্ৰসংগত বাটকটীয়া গ্ৰন্থ ৰূপে অভিহিত হৈ আছিছে। স্বৰূপাৰ্থত আচাৰ্য্য শাস্ত্ৰীহে বৈদিক সাহিত্য, আস্তিক-নাস্তিকভেদে ভাৰতীয় দৰ্শন আৰু অলংকাৰ শাস্ত্ৰৰ ওপৰত সমানে অধিকাৰ সাব্যস্ত কৰিবপৰা অসমীয়া পণ্ডিত।[২]

আচাৰ্য্য শাস্ত্ৰীয়ে অসমীয়া ভাষা-সাহিত্যৰ নিচিনাকৈ ইংৰাজী ভাষাও আনুষ্ঠানিক ভাবে স্কুল-কলেজত পঢ়া নাই। আনকি তেখেত প্ৰৱেশিকা পৰীক্ষাতো বহা নাই। তেনে অৱস্থাতো নিজৰ চেষ্টা-সাধনা আৰু যত্নৰ বলত ইংৰাজী ভাষাত এনেদৰে পাণ্ডিত্য লাভ কৰিছিল যে, তেখেতে এই ভাষাত গৱেষণামূলক প্ৰবন্ধ লিখিবলৈও সক্ষম হৈছিল—যিবোৰ প্ৰবন্ধ অসম আৰু অসমৰ বাহিৰৰ গৱেষণামূলক আলোচনীত ছপা হৈছিল।

ভাৰতীয় ধৰ্মশাস্ত্ৰ, ঈশ্বৰবাদী ( আস্তিক ), নিৰীশ্বৰবাদী ( নাস্তিক ) দৰ্শন, মহাকাব্য-পুৰাণ, প্ৰাচীন আৰু নব্যবাদীস্মৃতি, কাব্য-ব্যাকৰণ আদি ভাৰতীয় বিদ্যাত (Indian learning) আচাৰ্য্য শাস্ত্ৰী যে নিষ্ণাত পণ্ডিত আছিল, তেখেতৰ অধ্যয়নৰ দিগন্ত যে অত্যন্ত বিশাল আৰু গভীৰ আছিল, তেখেতৰ বিচাৰ-বিশ্লেষণ যে যুক্তিনিষ্ঠ আছিল তাৰ পূৰ্ণ পৰিচয় পোৱা যায় তেখেতৰ দ্বাৰা ৰচিত মননশীল প্ৰবন্ধ সমূহৰ পৰা। তেখেতৰ বিচাৰ-বিশ্লেষণ-সৰণীত পল্লৱ-

---

১. ব্যাকৰণ-শাস্ত্ৰী, স্মৃতিশাস্ত্ৰী, বেদান্তশাস্ত্ৰী, স্মৃতিতীৰ্থ, মীমাংসা তীৰ্থ, বেদান্ত-তীৰ্থ, স্মৃতিৰত্ন, ধৰ্মশাস্ত্ৰাচাৰ্য্য, বিদ্যাভূষণ, দৰ্শনাচাৰ্য্য।

২. ড° মুকুন্দ মাধৱ শৰ্মা : 'ওলগনি' [ আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰীৰ বাণী-বিবোধ, ভুবনেশ্বৰ, ১৯৮৮ ], পৃ ৬

গ্ৰাহিতাৰ স্পৰ্শ অনুভৱ কৰা নাযায়, গভীৰতা, তত্ত্বানুসন্ধান, বিমৰ্শন আদিৰ প্ৰাধান্যহে পৰিলক্ষিত। প্ৰত্নতাত্ত্বিক আচাৰ্য্য শাস্ত্ৰীয়ে পুৰণি পুথি ( সাঁচিপাত আদিত লিখিত ), তাম্ৰশাসন, জীৱন্ত পৰম্পৰা আদি বিভিন্ন উৎসৰপৰা বিষয়বস্তু সংগ্ৰহ কৰি সেইবোৰ পদ্ধতিগত ভাবে বিশ্লেষণ কৰিহে গ্ৰন্থ ৰচনা কৰিছিল। আনে কোৱা কথা বা লিখা বিষয়ৰ ওপৰত নিৰ্ভৰ নকৰি সেইবোৰৰ মূল বা উৎস বিচাৰ কৰাটো আছিল শাস্ত্ৰীৰ অধ্যয়নৰ অন্যতম বৈশিষ্ট্য। অনাবিষ্কৃত (unexplored) বিষয় বা তত্ত্বৰ উদ্‌ঘাটন বা সন্ধানেই গৱেষণাৰ প্ৰধান লক্ষ্য। আচাৰ্য্য শাস্ত্ৰী 'প্ৰাচীন বিদ্যা' সংস্কৃতৰ পণ্ডিত হৈও গৱেষণাৰ প্ৰসংগত সম্পূৰ্ণ ভাবে নব্যপন্থী গৱেষকৰ ভূমিকা গ্ৰহণ কৰিবলৈ সক্ষম হৈছিল। অনেক সংস্কৃত পণ্ডিত আছে, যিসকলে সংস্কৃতত লিখা মূল গ্ৰন্থ পঢ়িবলৈ অক্ষম হৈ তাৰ ইংৰাজী অনুবাদ পঢ়িয়েই পাণ্ডিত্যৰ ফুলজাৰি মাৰি ফুৰে। আচাৰ্য্য শাস্ত্ৰী আছিল ইয়াৰ সম্পূৰ্ণ ব্যতিক্ৰম। তেখেতে মূল পুথি নোচোৱাকৈ তেহলৈ উৰলি যোৱা পুথিয়েই হওক কিম্বা ভুটানী ভাষাতেই লিখা হওক, কোনো কথাৰ মন্তব্য কৰা বা সিদ্ধান্ত দিয়াৰ পক্ষপাতী নাছিল। ইয়াৰ পৰিণতি স্বৰূপেই তেখেতে পালি-প্ৰাকৃত-অপভ্ৰংশ ভাষা শিকাৰ ওপৰিও তিব্বতী, ভুটানী আৰু চীনা ভাষাও শিকিছিল। বিশেষকৈ 'বৌদ্ধ-চৰিত' অনুবাদ কৰাৰ সময়ত তেখেতে চীনা ভাষা শিকিছিল। স্কুল-কলেজত নপঢ়াকৈয়ে ইংৰাজী ভাষাত পাৰদৰ্শিতা লাভ কৰাৰ বাহিৰেও আচাৰ্য্য শাস্ত্ৰীয়ে নিজে হিন্দী ভাষা শিকাৰ ওপৰিও তেখেতৰ ছাত্ৰসকলকো ইংৰাজী হিন্দী আদি ভাষা শিকিবলৈ অনুপ্ৰেৰণা দিছিল। বঙলা ভাষাতো আছিল তেখেতৰ ভাল দখল।

আচাৰ্য্য শাস্ত্ৰী আছিল আদৰ্শস্থানীয় পঢ়ুৱৈ ( reader )। তেখেতৰ অধ্যয়নৰ পৰিসৰে সংস্কৃতত ৰচিত বিভিন্ন গ্ৰন্থৰ উপৰিও ইংৰাজী, হিন্দী, বঙলা, পালি-প্ৰাকৃত, অসমীয়া আদি ভাষাত ৰচিত বিভিন্ন বিষয় সম্বলিত গ্ৰন্থবোৰ সামৰিছিল। তেখেতে বঙলা উপন্যাসো পঢ়িছিল আনকি ৰাজনীতি, শিক্ষা-সংস্কৃতি বিষয়ক বাতৰি কাকত, আলোচনী আদিও পঢ়িছিল। তেখেতে হেনো নিতৌ দহ-বাৰ ঘণ্টাৰ কম পঢ়া নাছিল, অৱশ্যে কলেজ বন্ধ থকাৰ সময়ত ওঠৰ ঘণ্টা পৰ্য্যন্ত তেখেতে পঢ়িছিল।

সাৰস্বত সাধক আচাৰ্য্য শাস্ত্ৰীৰ জন্ম হৈছিল কৌলীন ব্ৰাহ্মণ পৰিয়ালত, পঢ়িছিল সংস্কৃত, বিশেষকৈ ধৰ্মশাস্ত্ৰ—আকৌ আছিল আচাৰ্য্য, তেনে অৱস্থাত

তেখেতৰ দৃষ্টিভংগীত কিছু পৰিমাণে গোড়ামি থাকিলে তাত আচৰিত হ'ব লগীয়া একো নাছিল ; কিন্তু আচৰিত হব লগীয়া হয় তেখেতৰ ভাব-চিন্তা আৰু কৰ্মৰ প্ৰসংগত পৰিলক্ষিত মানবীয় উদাৰতাৰ বাবে। আচাৰ্য্য শাস্ত্ৰীয়ে সমাজৰ বিভিন্ন আচৰণ আৰু ব্যাপাৰৰ প্ৰকৃত মূল্যায়ন কৰিবলৈ সক্ষম হৈছিল প্ৰকৃত সমাজ বিজ্ঞানীৰ দৰে। বৈদিক ধৰ্ম বা সংস্কৃতিৰ নিচিনাকৈ অবৈদিক ধৰ্ম আৰু সংস্কৃতিও যে সমাজৰ বাস্তৱিক আচৰণ তাৰ সহজ অৱধাৰণতো তেখেতে কৃতিত্বৰ পৰিচয় দিছে। বৈদিক, অবৈদিক, জনজাতীয় আৰু লোকায়ত আদি বিভিন্ন সংস্কৃতিৰ মাজত যে বিৰোধ নাই, সামাজিক ব্যাপাৰ স্বৰূপে সেইবোৰৰ ইটোৱে সিটোৰ বিকাশ আৰু পৰিবৰ্ধনত সহায় কৰে অৰ্থাৎ ইহঁতৰ মাজত যে অন্যোন্য-ক্ৰিয়া নিয়ত ভাবে প্ৰবহমান আৰু সমাজৰ পৰিপুষ্টিত যে প্ৰত্যেকটো সামাজিক ব্যাপাৰৰে প্ৰয়োজনীয়তা অস্বীকাৰ কৰিব নোৱাৰি তাৰ উপলব্ধি আচাৰ্য্য শাস্ত্ৰীয়ে কৰিব পাৰিছিল নৃতত্ত্ববিদ্‌ৰ দৰে। তেনেদৰে প্ৰত্যেকটো সামাজিক ব্যাপাৰ আৰু আচৰণৰ পৃষ্ঠভূমিত যে লোকায়তনিক বৈশিষ্ট্য বৰ্তমান তাৰো আভাস আচাৰ্য্য গৰাকীয়ে দি গৈছে আৰু এই অনুভৱৰ আধাৰত তেখেতে ৰচনা কৰিছে 'ওজাপালি', 'অসমৰ সংগীত চৰ্চা', 'ঢুলীয়া-কালীয়া', 'দৰঙীয়া লোক-সংগীতত ঢেপা-ঢুলীয়া' আদি প্ৰবন্ধ। সমাজ বিজ্ঞানীৰ দৰে আচাৰ্য্য শাস্ত্ৰীয়ে 'কৃষ্টি-সংস্কৃতি', 'সংস্কৃতিৰ বৈশিষ্ট্য', 'কলা', 'সংগীত', 'মাত্ৰা', পদ্য'. 'গীত', 'বাদ্য', 'নৃত্য', 'ছন্দ', 'সুৰ', 'তাল', 'লয়' আদিৰ ব্যাখ্যা উপস্থাপন কৰিছে স্বকীয়ভাবে।

হিন্দুত্বৰ অনুষংগত ধৰ্মৰ আভিধানিক অৰ্থ যে প্ৰয়োগ কৰিব নোৱাৰি অথবা পাশ্চাত্যৰ দৃষ্টিত ধৰ্ম বা Religion পদ যি অৰ্থত প্ৰয়োগ কৰা হয় ঠিক সেই অৰ্থতেই হিন্দুত্বৰ প্ৰসংগত ধৰ্ম বা Religion পদটো ব্যৱহাৰ কৰিব নোৱাৰি বুলি তেখেতে দ্বিধাহীন ভাবে কৈছে : "কিন্তু হিন্দুত্বৰ লগত ৰিলিজিয়ন শব্দাৰ্থৰ কোনো প্ৰকাৰ সংগতি নাই—Englishism বা Indianism ক যিদৰে Religion বুলি কব নোৱাৰি সেইদৰে Hinduism বা হিন্দুত্বকো Religion বোলাটো অনুচিত কথা। অকল হিন্দুত্ব অৰ্থাৎ হিন্দুধৰ্মতে নহয় হিন্দুত্বৰ অন্তৰ্গত ( ব্যাপ্য ) বৈষ্ণৱ, শৈৱ, শাক্ত আদি সম্প্ৰদায়িক ধৰ্মতো ৰিলিজিয়ন শব্দৰ অৰ্থ সঙ্গত নহয়। এই বিলাকৰ সাম্প্ৰদায়িক বিশ্বাস বা নিয়ম-নীতি বিলাক যে, দেৱতা জাতি বা দেৱতা বিলাকৰ বিষয়ে ভয়-বিস্ময়, শঙ্কাপূৰ্ণ মনোভাবৰ ওপৰত নিৰ্ভৰশীল সেইটো কোনো মতে প্ৰতিপন্ন নহয়।"

"... ৰিলিজিয়ন মানে দেৱতা বিলাকৰ বিষয়ে ভয় বিস্ময়, শঙ্কাপূৰ্ণ অনিশ্চিত সন্দিগ্ধ মনোভাব আৰু সেই মনোভাবৰ ওপৰত প্ৰতিষ্ঠিত, সেই ধাৰণা প্ৰসূত মত, পূজা-পাতল বা ৰীতি-নীতি (বিধি-নিষেধ) বোৰ। হিন্দুত্ব, ভাৰতীয়তা বা হিন্দুইজিম্ তেনে কোনো দেৱতা ভীতি বা সেই বিষয়ক বিস্ময়-শংকা বা সন্দেহৰ ওপৰত প্ৰতিষ্ঠিত বুলি কোনোমতে প্ৰতিপন্ন নহয়। অদৃষ্ট দেৱতা আদিত বিশ্বাস নকৰা, ধৰ্ম-কৰ্ম নমনা নাস্তিক লোকায়ত সম্প্ৰদায়ো হিন্দু-ৰূপে পৰিগণিত হৈ আছে। সেই কাৰণে চাৰ্বাক দৰ্শনো যে হিন্দু দৰ্শন বা ভাৰতীয় দৰ্শন সেই বিষয়ত কাৰো বৈমত্য নাই" (ধৰ্ম নিৰপেক্ষতা আৰু সনাতন হিন্দুধৰ্ম, পৃ. ৮)।

আচাৰ্য্য শাস্ত্ৰীয়ে সংস্কৃতত শ্লোক, কাব্য, নাটক আদি ৰচনা কৰিছে। গতিকে তেখেত যে এগৰাকী বিশিষ্ট কবি আছিল তাতো সন্দেহ নাই। প্ৰবীণ পণ্ডিত পোৱা যাব পাৰে, উদ্যোগী পুৰুষো নোহোৱা নহয়; কিন্তু পাণ্ডিত্যৰ লগত উদ্যোগ আৰু সাধনাৰ সমন্বয় সাধন কৰি স্বকীয় দৃষ্টিৰে কাব্য-কবিতা আৰু বিচাৰগ্ৰন্থ প্ৰণয়ন কৰা লোকৰ সংখ্যা আঙুলিৰ মূৰত লিখিব পাৰি; এনে সাধক সকলৰ মাজত আচাৰ্য্য শাস্ত্ৰী নিশ্চিত ভাবে অন্যতম। অসমীয়া পণ্ডিতসবৰ ভিতৰত স্বকীয় দৃষ্টি আৰু দৰ্শনৰ পৰিচয় দিবপৰা তিনি গৰাকী পণ্ডিতৰ মাজত আচাৰ্য্য শাস্ত্ৰীও এগৰাকী। আন দুগৰাকী পণ্ডিত ড° বাণীকান্ত কাকতি আৰু প্ৰসিদ্ধ দাৰ্শনিক পণ্ডিত ৰাধা নাথ ফুকন।

আচাৰ্য্য শাস্ত্ৰীয়ে তিনি কুৰি সোতৰ বছৰ বয়সত ১৯৮৮ চনৰ ৪ জানুৱাৰী তাৰিখে শেষ নিশ্বাস পেলায়। তেখেতৰ বিয়োগত দেশ আৰু জাতিৰ পূৰাব নোৱাৰা ক্ষতি হ'ল। আচাৰ্য্য শাস্ত্ৰীৰ দৰে আঠোটা বিষয়ত শাস্ত্ৰী উপাধি, সাতোটা সোণৰ পদক আৰু দুটা ৰূপৰ পদক তথা ভাৰতৰ ৰাষ্ট্ৰপতিৰ পৰা সন্মানৰ প্ৰমাণ পত্ৰ আৰু ভাৰতীয় ভাষা পৰিষৰ বঁটা লাভ কৰিবলৈ সক্ষম হোৱা লোক অসম তথা ভাৰতত্তে বিৰল। তেনে এগৰাকী লোকৰ স্মৃতি ৰক্ষাৰ বাবে সাংস্কৃতিক চেতনা সম্পন্ন প্ৰতিজন লোকেই যত্ন কৰা উচিত। আচাৰ্য্য শাস্ত্ৰীৰ দেহাৱসানৰ পিছত কাকত-পত্ৰ-আলোচনী আদিত অসমীয়া, ইংৰাজী আৰু সংস্কৃতত দুই চাৰিটা প্ৰবন্ধ ছপা নোহোৱাকৈ থকা নাই। কিন্তু আচাৰ্য্য শাস্ত্ৰীৰ দৰে পণ্ডিত-কবি-সাহিত্যিকৰ স্মৃতি ৰক্ষাৰ বাবে এনে ধৰণৰ বিক্ষিপ্ত প্ৰবন্ধ-নিবন্ধই যথেষ্ট নহয়। সেইবাবে আচাৰ্য্য গৰাকীৰ দেহাৱসানৰ দুমাহ মানৰ পিছত দৰং ব্ৰাহ্মণ সমাজৰ বলদেৱপাৰা অধিবেশনত প্ৰস্তাৱ লোৱা

হৈছিল দৰং ব্ৰাহ্মণ সমাজৰ প্ৰাণ স্বৰূপ আচাৰ্য্য শাস্ত্ৰীৰ জীৱন-সাধনা আৰু কৃতিত্বৰ সকলো দিশ সামৰি সুসংবদ্ধ স্মৃতিগ্ৰন্থ এখন আৰু তেখেতৰদ্বাৰা ৰচিত আৰু ইতিমধ্যে প্ৰকাশিত প্ৰবন্ধ আৰু নিবন্ধ সমূহৰ ভিতৰত কৃষ্টি-সংস্কৃতি বিষয়ক প্ৰবন্ধ-নিবন্ধ কেইটি একেলগে গ্ৰন্থৰ ৰূপত সম্পাদন কৰি ছপা কৰিবলৈ। এই দুয়োখন গ্ৰন্থৰ সম্পাদনাৰ দায়িত্ব আমাৰ ওপৰত অৰ্পণ কৰা হৈছিল। আচাৰ্য্য শাস্ত্ৰীৰ পুণ্য স্মৃতি সজীৱ কৰি ৰাখিবলৈ কৰা এই পৰিকল্পনাৰ দায়িত্ব আমিও নত শিৰে গ্ৰহণ কৰিলোঁ। যদিও প্ৰকাশক অবিহনে দুয়োটা কাম বাস্তৱায়িত কৰা অসম্ভৱ। প্ৰথমতে স্মৃতি-গ্ৰন্থ খনি সংকলন-সম্পাদনৰ কামটো হাতত লোৱা হ'ল। পৰম আশাৰ অসমৰ প্ৰতিষ্ঠাশীল প্ৰকাশক বাণীপ্ৰকাশ প্ৰাইভেট লিমিটেডৰ ( গুৱাহাটী ) অন্যতম স্বত্বাধিকাৰী শ্ৰীযুত অম্বিকাপদ চৌধুৰীদেৱ আৰু শ্ৰীযুত গিৰিপদ চৌধুৰীদেৱৰ ওচৰ চাপিলোঁ। তেখেত সকলে একাষাৰে স্মৃতি-গ্ৰন্থখন ছপোৱাৰ দায়িত্ব গ্ৰহণ কৰিলে।

আচাৰ্য্য শাস্ত্ৰীৰ জীৱন-সাধনা আৰু কৃতিত্বৰ সকলো দিশ সামৰি এটি ৰূপৰেখা প্ৰস্তুত কৰি শ্ৰদ্ধেয় লেখক-লেখিকাসকলৰ ওচৰ চাপিলোঁ। তেখেত-সকলৰ সৰহ ভাগেই এই প্ৰসংগত ইতিবাচক সঁহাৰি জনালে ; কিন্তু দুই-চাৰি-জনে এই প্ৰসংগত গ্ৰহণ কৰিলে নিৰ্লিপ্ততা। আনকি আচাৰ্য্য শাস্ত্ৰীৰ নিবিড় সম্পৰ্কত থকা দুই এজন পণ্ডিতৰ পৰা কোনো ধৰণৰ উৎসাহ-সূচক সঁহাৰি নেপালোঁ। যি কি নহওক কামত আগবঢ়া হ'ল। অৱশ্যে আচাৰ্য্য শাস্ত্ৰীৰ প্ৰতিভাৰ দুই এটা দিশৰ ওপৰত আলোকপাত কৰিব পৰা নহ'ল।

আচাৰ্য্য গৰাকীৰ পূত-পৱিত্ৰ স্মৃতি সজীৱ কৰি ৰাখিবৰ বাবে কোনো ব্যক্তি বা অনুষ্ঠান আগবাঢ়ি অহা নেদেখি দৰং ব্ৰাহ্মণ সমাজে এই প্ৰসংগত বলিষ্ঠ ভূমিকা গ্ৰহণ কৰিবলৈ বাধ্য হ'ল। অৱশ্যে এই সন্দৰ্ভত নলবাৰী সাহিত্য সভাৰ অবিয়তে ছপা হোৱা 'নলশ্ৰী'ত আচাৰ্য শাস্ত্ৰীৰ জীৱন আৰু সাধনাৰ ওপৰত আলোক সম্পাত কৰি লিখা প্ৰবন্ধই স্থান পাইছে। নকলেও হ'ব যে 'নলশ্ৰী'ৰ চেষ্টা প্ৰশংসনীয় কিন্তু আচাৰ্য্য শাস্ত্ৰীৰ স্মৃতি সজীৱ কৰি ৰখাৰ এই চেষ্টা পৰ্য্যাপ্ত নহয়। তেনে অৱস্থাত দৰং ব্ৰাহ্মণ সমাজৰ উদ্যোগ নিশ্চিত ভাৱে প্ৰশংসনীয় হোৱা স্বাভাৱিক। কিন্তু এই প্ৰসংগত কোনো কোনোৱে কব খোজে "আচাৰ্য্য শাস্ত্ৰী যিহেতু সমগ্ৰ সমাজ খনৰ কাৰণেই আছিল, গতিকে এটা সম্প্ৰদায়ে প্ৰকাশকৰ ভূমিকাত অৱতীৰ্ণ নহলেই ভাল আছিল " এই ক্ষেত্ৰত আমাৰ কবলগীয়া এয়ে যে, সমগ্ৰ সমাজখনৰ অংগীভূত কোনো ব্যক্তি বা

অনুষ্ঠানে এই সন্দৰ্ভত অৰ্থপূৰ্ণ ভূমিকা গ্ৰহণ নকৰা হেতু বিশেষ এটা সম্প্ৰদায়ে স্মৃতি-গ্ৰন্থখন প্ৰকাশ কৰিবৰ বাবে উদ্যোগ কৰিব লগীয়া হ'ল। ফুল যি মাটিতেই নগজক কিয় ইয়াৰ কুসুমৰ গন্ধ-সৌৰভে সকলোকে মুগ্ধ কৰিব পাৰে। বিশেষ এটি সম্প্ৰদায়ে ভাৰত মাতৃৰ এগৰাকী সাৰস্বত সাধকৰহে গুণানুকীৰ্ত্তন কৰিছে। গতিকে আচাৰ্য্য শাস্ত্ৰীৰ স্মৃতিগ্ৰন্থ বুলিয়েই সহৃদয়জনে গ্ৰন্থখনি সাদৰি লব—এয়ে আমাৰ একান্ত বিশ্বাস।

আচাৰ্য্য শাস্ত্ৰীৰ জীৱন-সাধনা আৰু কৃতিত্বৰ পৰিসৰ অত্যন্ত ব্যাপক, তথাপি এই ব্যাপক পৰিসৰক তলত দিয়াৰ দৰে উপভাগত বিভক্ত কৰা হৈছে :

ক. আচাৰ্য্য শাস্ত্ৰী-প্ৰশস্তি

খ. আচাৰ্য্য শাস্ত্ৰীৰ জীৱন-বৃত্ত

গ. আচাৰ্য্য শাস্ত্ৰীৰ ব্যক্তিত্ব

ঘ. বন্ধুৰ দৃষ্টিৰে আচাৰ্য্য শাস্ত্ৰী

ঙ. ছাত্ৰৰ দৃষ্টিৰে আচাৰ্য্য শাস্ত্ৰী

চ. পৰিয়াল বৰ্গৰ দৃষ্টিৰে আচাৰ্য্য শাস্ত্ৰী

ছ. আচাৰ্য্য শাস্ত্ৰীৰ উদাৰতা

জ. আচাৰ্য্য শাস্ত্ৰীৰ সাধনাৰ বিভিন্ন দিশ

ঝ. আচাৰ্য্য শাস্ত্ৰীৰ নান্দনিক দৃষ্টি

ঞ. আচাৰ্য্য শাস্ত্ৰীৰ সাংস্কৃতিক চিন্তা

ট. প্ৰত্নতত্ত্বানুসন্ধানী শাস্ত্ৰী : ভাষণাৱলী : গদ্যশৈলী

ঠ. আচাৰ্য্য শাস্ত্ৰীৰ কৃতি

ড. আচাৰ্য্য শাস্ত্ৰীৰ নিৰ্মিতি

ঢ. উপসংহাৰ

N. Acharya Shastri Yasahkaya

প্ৰতিটো বিভাজনৰ বিষয়বস্তুৰ লগত সংগতি ৰাখি এক বা একাধিক প্ৰবন্ধ সংযোজিত হৈছে। প্ৰথম উপবিভাগ অৰ্থাৎ 'আচাৰ্য্য শাস্ত্ৰী প্ৰশস্তি প্ৰসংগত অধ্যাপক শ্ৰীউমাকান্তদেৱ শৰ্মা, শ্ৰীনাৰায়ণ বৰ পূজাৰী আৰু শ্ৰীৰজনীকান্ত শৰ্মাই তিনিটা কবিতা ৰচিছে। অধ্যাপক শ্ৰীশৰ্মাই সংস্কৃতত আচাৰ্য্য-প্ৰশস্তি ৰচনা কৰিছে। আচাৰ্য্য শাস্ত্ৰীৰ গুণানুকীৰ্ত্তন-তিনিওটি কবিতাৰে লক্ষ্য।

'আচাৰ্য্য শাস্ত্ৰীৰ জীৱন-বৃত্ত' উপবিভাগটো মূল্যবান ৰচনাগুণি আগবঢ়াইছে ডক্টৰ ভূতমোহন গোস্বামী আৰু শ্ৰীশৰৎ চন্দ্ৰ শৰ্মাই। ডক্টৰ গোস্বামী আৰু শ্ৰীশৰ্মা

উভয়বে বিষয়বস্তু আৰু উপস্থাপনৰীতি আকৰ্ষণীয়। আচাৰ্য্য শাস্ত্ৰীৰ ব্যক্তিত্ব'-শিতানত বিশিষ্ট সাহিত্যিক অধ্যাপক যতীন্দ্ৰ নাথ গোস্বামীয়ে আচাৰ্য্য শাস্ত্ৰীৰ অনন্য ব্যক্তিত্বৰ ওপৰত আলোকপাত কৰিছে। অধ্যক্ষ-উমাকান্ত শৰ্মাৰ প্ৰবন্ধটি আচাৰ্য্য শাস্ত্ৰীৰ চাৰিত্ৰিক বৈশিষ্ট্যবাজিৰ বৰ্ণনৰে খন্ধ। 'আচাৰ্য্য শাস্ত্ৰী মানুহজন'ত অধ্যাপক শ্ৰীজীৱন চন্দ্ৰ শৰ্মাই আচাৰ্য্য গৰাকীক নিচেই ওচৰৰ পৰা চাবলৈ প্ৰয়াস কৰিছে। 'বন্ধুৰ দৃষ্টিৰে আচাৰ্য্য শাস্ত্ৰী' শীৰ্ষক উপ-বিভাগ অলংকৃত হৈছে অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি আৰু প্ৰথিত যশা সাহিত্যিক শ্ৰীঅতুল চন্দ্ৰ বৰুৱা, ডাক্তৰ হৰেকৃষ্ণ গোস্বামী, ডক্টৰ প্ৰিয়াংশু প্ৰবল উপাধ্যায়, আৰু ডক্টৰ প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্যৰ ব্যক্তিনিষ্ঠ প্ৰবন্ধ কেইটিৰ দ্বাৰা। এই তিনিওটি প্ৰবন্ধতে আচাৰ্য্য গৰাকীৰ সান্নিধ্যৰ সেউজীয়া স্মৃতিৰাজি ৰোমন্থন কৰা হৈছে।

'ছাত্ৰৰ দৃষ্টিৰে আচাৰ্য্য শাস্ত্ৰী' নামৰ অনুভাগত শ্ৰীপ্ৰভাত চন্দ্ৰ শৰ্মা শাস্ত্ৰী, শ্ৰীমহেন্দ্ৰ নাথ শৰ্মা শাস্ত্ৰী, শ্ৰীখগেন্দ্ৰ নাথ শাস্ত্ৰী আৰু শ্ৰীঅৰবিন্দ গোস্বামী শাস্ত্ৰীয়ে নিজা নিজা দৃষ্টিভংগীৰে কৃতবিদ্য আচাৰ্য্য শাস্ত্ৰীৰ শিক্ষণ-পদ্ধতি, ছাত্ৰ-শিষ্যৰ লগত তেখেতৰ আদৰ্শ স্থানীয় সম্পৰ্ক, তেখেতৰ মহান আদৰ্শ বাজিয়ে ছাত্ৰসকলৰ ওপৰত কৰা গভীৰ আৰু ব্যাপক প্ৰভাৱৰ বিষয়ে বৰ্ণন কৰিছে-ছাত্ৰ সুলভ আন্তৰিকতাৰে। এই শিতানত অন্তৰ্ভুক্ত 'দত্তবাৰ স্মৃতিৰে আচাৰ্য্য শাস্ত্ৰী' আৰু 'আচাৰ্য্য শাস্ত্ৰীৰ ব্যক্তিত্ব আৰু চিন্তাধাৰা' নামৰ প্ৰবন্ধদুটিৰ বিষয়-বস্তু আৰু ইয়াৰ লেখকৰ ফালৰ পৰা ওপৰোল্লিখিত শিতানৰ পৰিসীমাত সামৰিব নোৱাৰি। 'দত্তবাৰ স্মৃতিৰে আচাৰ্য্য শাস্ত্ৰী' প্ৰবন্ধত শ্ৰীমহেন্দ্ৰ নাথ বুজৰবৰুৱাই দত্তবাৰ লগত সম্পৃক্ত আচাৰ্য্য গৰাকীৰ স্মৃতিবাজি ব্যক্তিনিষ্ঠ ভাবে বৰ্ণনা কৰিছে। দ্বিতীয় প্ৰবন্ধটিত অৰ্থাৎ 'আচাৰ্য্য শাস্ত্ৰীৰ ব্যক্তিত্ব আৰু চিন্তাধাৰা'ত অধ্যক্ষ শ্ৰীনৃপেন্দ্ৰ নাথ শৰ্মাই আচাৰ্য্য শাস্ত্ৰীৰ পাণ্ডিত্য আৰু ব্যক্তিত্বৰ বিভিন্ন দিশৰ বৈশিষ্ট্য বাজিৰ বৰ্ণন পৰিবেশন কৰিছে। অননুকৰণীয় কথন ভঙ্গীৰে অধ্যাপক প্ৰফুল্ল চন্দ্ৰ গোস্বামীয়ে তেওঁৰ প্ৰবন্ধৰ জৰিয়তে আচাৰ্য্য শাস্ত্ৰীৰ প্ৰতি শ্ৰদ্ধাৰ্ঘ্য নিবেদন কৰিছে। 'মনোৰঞ্জন-প্ৰশস্তি'ত আচাৰ্য্য শাস্ত্ৰীয়ে বিশেষ বিশেষ অনুষ্ঠানৰ পৰা পোৱা প্ৰশস্তি পত্ৰবোৰৰ বিষয়বস্তু, শৈলী আদি বৈশিষ্ট্যৰ বিষয়ে আলোচনা কৰিছে অধ্যাপিকা উষা গোস্বামীয়ে।

শ্ৰীঅভিৰাম শৰ্মা, ডক্টৰ নলিনী বৰুন শৰ্মা আৰু অধ্যাপিকা ভাৰতী দেৱীয়ে ক্ৰমে জ্যেষ্ঠ ভ্ৰাতৃ আৰু পিতৃৰ জীৱন-ব্যক্তিত্ব আৰু কৃতিত্বৰ বিভিন্ন দিশৰ ওপৰত

আলোকপাত কৰিছে। এনে ধৰণৰ প্ৰবন্ধ ব্যক্তিনিষ্ঠ হোৱাই স্বাভাৱিক।

'আচাৰ্য্য শাস্ত্ৰীৰ উদাৰতা' নামৰ উপবিভাগত ডক্টৰ অপূৰ্ব চন্দ্ৰ বৰঠাকুৰীয়া আৰু শ্ৰীবিশ্বনাথ শৰ্মাই আচাৰ্য্য শাস্ত্ৰীৰ উদাৰতাৰ অভিজ্ঞতালব্ধ বৰ্ণনা উপস্থাপন কৰিছে বিভিন্ন অৰ্থপূৰ্ণ উদাহৰণ সৈতে।

আচাৰ্য্য শাস্ত্ৰীৰ সাধনাৰ বিভিন্ন দিশৰ যুক্তিনিষ্ঠ বৰ্ণন পৰিবেশন কৰিছে শ্ৰীপুৰন্দৰ দেৱ শৰ্মা শাস্ত্ৰী, শ্ৰীদিবাকৰ শৰ্মা আৰু শ্ৰীডিম্বেশ্বৰ শইকীয়াই।

আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰীয়ে নান্দনিক দিশত আগবঢ়োৱা বৰঙণিৰ ওপৰত ডক্টৰ নৰেন্দ্ৰ নাথ শৰ্মা আৰু ডক্টৰ মালিনী গোস্বামীয়ে তাত্ত্বিক আলোচনা আগবঢ়াইছে। দুয়োটি প্ৰবন্ধ মননশীল আৰু দুয়োটিয়েই সাৰ্থক প্ৰবন্ধ।

'আচাৰ্য্য শাস্ত্ৰীৰ সাংস্কৃতিক চিন্তা' শীৰ্ষক অনুভাগ ডক্টৰ বীৰেন্দ্ৰ নাথ দত্ত আৰু শ্ৰীদুৰ্গেশ্বৰ নাথ ওজাৰ দুটি প্ৰবন্ধৰ পৰিসীমাত সীমিত। ডক্টৰ দত্তই তেওঁৰ 'আচাৰ্য্য শাস্ত্ৰীৰ অনন্যতা : মানবিক আৰু সাংস্কৃতিক প্ৰসংগৰ' নামৰ প্ৰবন্ধটিত আচাৰ্য্য গৰাকীৰ মানবিক আৰু সাংস্কৃতিক চিন্তাধাৰাৰ বিষয়ে বিশ্লেষণ কৰিছে বুদ্ধিনিষ্ঠতা আৰু যুক্তিনিষ্ঠতাৰ সংযোগত। আচাৰ্য্য শাস্ত্ৰী সুকুমাৰ কলাৰ কেৱল ৰসজ্ঞই নাছিল, তেওঁ যে বিশেষজ্ঞও আছিল, তেখেতে যে সুকুমাৰ কলা-সাধনা জীৱনৰ ব্ৰত ৰূপে গ্ৰহণ কৰিছিল তাৰ যথাযথ বৰ্ণন পৰিবেশন কৰিছে শ্ৰীদুৰ্গেশ্বৰ নাথ ওজাদেৱে তেওঁৰ ব্যক্তিগত অভিজ্ঞতাৰ পটভূমিত। আচাৰ্য্য শাস্ত্ৰীৰ প্ৰত্নতত্ত্বানুসন্ধানৰ বাস্তৱ বৰ্ণনা কাহিনী-কথকৰদৰে ডক্টৰ সত্যেন্দ্ৰ নাৰায়ণ গোস্বামীয়ে উপস্থাপন কৰিছে বাস্তৱ দৃষ্টান্তৰ পৰিপ্ৰেক্ষিতত। ড°বসন্ত কুমাৰদেৱ গোস্বামীয়ে শাস্ত্ৰীৰ ভাষণাৱলীৰ বিষয়বস্তু, আদৰ্শ, লক্ষ্য আদিৰ বিষয়ে লিখা 'শাস্ত্ৰীৰ ভাষণাৱলী' শীৰ্ষক প্ৰবন্ধটিত যুক্তিৰ প্ৰধান্য থাকিলেও আবেগৰ স্পন্দনো ধ্বনিত নোহোৱাকৈ থকা নাই। 'আচাৰ্য্য শাস্ত্ৰীৰ গৈদ্যশৈলী' অধ্যাপক শশী শৰ্মাৰ এটি ভাল প্ৰবন্ধ। বিশিষ্ট সমীক্ষকৰ দৰে শ্ৰীশৰ্মাই আচাৰ্য্য গৰাকীৰ গদ্যশৈলীৰ মূল্যায়ন কৰি যথোপযুক্ত ভাবেই উল্লেখ কৰিছে : মনোৰঞ্জন শাস্ত্ৰীৰ গদ্যশৈলী প্ৰকৃততে একক, তেওঁৰ শৈলী তেওঁৰ নিজৰেই শৈলী আৰু তেওঁৰ শৈলী তেওঁৰ নিজতেই সীমিত" (পৃঃ ১৯৬)।

'আচাৰ্য্য শাস্ত্ৰীৰ কৃতি' শীৰ্ষক শিতানত অধ্যাপক শ্ৰীহৰেন্দ্ৰ নাথ শৰ্মাই আচাৰ্য্য গৰাকীৰ পাণ্ডিত্য আৰু কৃতিত্ব সম্পৰ্কে আলোচনা কৰিছে 'আচাৰ্য্য শাস্ত্ৰী : পাণ্ডিত্যৰ প্ৰতিভূ' নামৰ প্ৰবন্ধটিত নিবিড় পৰ্য্যবেক্ষণ আৰু গভীৰ প্ৰত্যয়েৰে। এই শিতানৰ দ্বিতীয়টি প্ৰবন্ধ ৰচনা কৰিছে উদীয়মান সাহিত্যিক

আৰু গৱেষক অধ্যাপক শ্ৰীসতীশ চন্দ্ৰ ভট্টাচাৰ্য্যই। শ্ৰীভট্টাচাৰ্য্যই বিচাৰ-বিশ্লেষণৰ সহায়ত আচাৰ্য্য শাস্ত্ৰীৰ কৃতিত্বৰ বিষয়ে চমু অথচ প্ৰাঞ্জল ভাবে আলোচনা কৰিছে।

'আচাৰ্য্য শাস্ত্ৰীৰ নিৰ্মিতি' নামৰ অনুভাগত আচাৰ্য্য গৰাকীৰদ্বাৰা ৰচিত 'পুৰণি অসমৰ ধৰ্ম আৰু দৰ্শন', 'অসমৰ বৈষ্ণৱ দৰ্শনৰ ৰূপৰেখা' আৰু 'বাক্যাৰ্থ বোধ' এই তিনিখন গ্ৰন্থৰ সমালোচনা আগবঢ়াইছে ক্ৰমে ডক্টৰ প্ৰফুল্ল কটকী, ডক্টৰ বাণীকান্ত শৰ্মা আৰু ডক্টৰ মুকুন্দ মাধৱ শৰ্মাই। ডক্টৰ কটকীৰ আলোচনাটি অধ্যয়ন পুষ্ট মন আৰু নিবিড় পৰ্য্যবেক্ষণ ক্ষমতাৰ নিদৰ্শন। ব্ৰহ্ম জিজ্ঞাসাৰ পটভূমিত ডক্টৰ বাণীকান্ত শৰ্মাই আচাৰ্য্য জনাৰ 'অসমৰ বৈষ্ণৱ দৰ্শনৰ ৰূপৰেখা'ৰ সমালোচনা উপস্থাপন কৰিছে বিজ্ঞ সমীক্ষকৰ ভূমিকা গ্ৰহণ কৰি। ডক্টৰ মুকুন্দমাধৱ শৰ্মাই চমু অথচ প্ৰাঞ্জল আৰু আকৰ্ষণীয় ভাবে আচাৰ্য্য শাস্ত্ৰীৰ 'বাক্যাৰ্থ বোধ'ৰ সমীক্ষা উপস্থাপন কৰিছে।

'উপসংহাৰ'ত আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰীৰ ৰচনাৰ নমুনা, তেখেতৰ জন্ম পত্ৰিকা, পুৰুষ নামা বা বংশলতা আদি সংযোজিত হৈছে। ইৰাজী ভাষাত ৰচিত ডক্টৰ প্ৰফুল্লদত্ত গোস্বামীৰ প্ৰবন্ধটিত আচাৰ্য্য শাস্ত্ৰীৰ পাণ্ডিত্য, সাধনা আৰু কৃতিত্বৰ চমু আভাস দিবলৈ যত্ন কৰা হৈছে বিৰল ৰচনা শৈলীৰে। ডক্টৰ ৰাজেন্দ্ৰ নাথ শৰ্মাই ধৰ্মশাস্ত্ৰ আৰু ইয়াৰ অধ্যয়নৰ প্ৰসংগত আচাৰ্য্য শাস্ত্ৰীৰ অবদানৰ বিষয়ে সাধাৰণ আভাস দিবলৈ প্ৰয়াস কৰিছে।

"আচাৰ্য্য শাস্ত্ৰীৰ জীৱন-সাধনা আৰু কৃতিত্ব'ৰ জন্মলগ্নত জৰিত হৈ আছে দৰং ব্ৰাহ্মণ সমাজ'। এই সমাজৰ সভাপতি শ্ৰীদিবাকৰ শৰ্মা আৰু সম্পাদক শ্ৰীচক্ৰধৰ শৰ্মাৰ চেষ্টা আৰু তৎপৰতা অবিহনে গ্ৰন্থখন নিৰ্দিষ্ট সময়ত ছপাই উলিয়াব নোৱাৰিলোহেঁতেন। এই প্ৰসংগত অধ্যক্ষ শ্ৰীপ্ৰভাত চন্দ্ৰ শৰ্মা শাস্ত্ৰী, অধ্যাপক শ্ৰীজীৱন চন্দ্ৰ শৰ্মা, শ্ৰীঅৰবিন্দ গোস্বামী শাস্ত্ৰী আদি সদাশয় ব্যক্তিৰ অনুপ্ৰেৰণাও উল্লেখযোগ্য। গ্ৰন্থখনিৰ প্ৰস্তুতি পৰ্বৰে পৰা বিভিন্ন সমল আৰু দিহা-পৰামৰ্শৰে আমাক আশাতীত ভাবে সহায় কৰিছে আচাৰ্য্য গৰাকীৰ জ্যেষ্ঠ পুত্ৰ ডক্টৰ নলিনী ৰঞ্জন শৰ্মাদেৱে। তেখেতো দৰাচলতে ধন্যবাদৰ পাত্ৰ। সহযোগী সম্পাদক ডক্টৰ বসন্ত কুমাৰ দেৱ গোস্বামীয়ে বিভিন্ন অঞ্চলৰ পৰা কেইবাটিও প্ৰবন্ধ সংগ্ৰহ কৰি আনি মহৎ উপকাৰ সাধন কৰিছে। ডক্টৰ গোস্বামীও আমাৰ ধন্যবাদৰ পাত্ৰ।

'আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰী : জীৱন সাধনা আৰু কৃতিত্ব'ৰ ৰূপ গ্ৰহণত আমাৰ গুণী-জ্ঞানী, পণ্ডিত আৰু সহৃদয় লেখক আৰু লেখিকা সকলৰ তাৎপৰ্য্যপূৰ্ণ ৰচনাবিলাকৰ কথা সদায়েই সুঁৱৰিব লাগিব। তেখেত সকলৰ পৰা সহায়-সহানুভূতি নোপোৱা হ'লে আমাৰ আকাংক্ষা কোনো দিনেই বাস্তৱায়িত নহ'লহেঁতেন। তেখেত সকলৰ ওচৰত ভক্তি ভৰা প্ৰণিপাত জনাইছোঁ।

গ্ৰন্থখনিৰ প্ৰকাশক বাণী প্ৰকাশ প্ৰাইভেট লিমিটেডৰ হৈ শ্ৰীযুত অম্বিকাপদ চৌধুৰী আৰু শ্ৰীযুত গিৰিপদ চৌধুৰীৰ ওচৰতো আমি কৃতজ্ঞ। জাতীয় স্বাৰ্থ সাধনত যাতে এই প্ৰতিষ্ঠানটোৱে তাৎপৰ্য্যপূৰ্ণ ৰচনাবিলাক যোগাই থাকিব পাৰে তাৰ বাবে ভগৱন্তৰ ওচৰত মিনতি জনাইছোঁ।

প্ৰচ্ছদ পটৰ শিল্পী শ্ৰীভূপেন্দ্ৰ নাৰায়ণ ভট্টাচাৰ্য্যকো এই খেপতে ধন্যবাদ জনাইছোঁ। গ্ৰন্থখন ইমান সোনকালে পোহৰলৈ নাহিলহেঁতেন যদি 'মুদ্ৰণিকা'ৰ মেনেজাৰ শ্ৰীমান ৰঞ্জিত কুমাৰ দেৱ অধিকাৰীয়ে বিশেষ তৎপৰতাৰে কামত আগবাঢ়ি নগ'লহেঁতেন। দ্বিতীয়তে, উক্ত প্ৰেছৰ কৰ্মীসকলৰ অৱিহণাও এই প্ৰসংগত প্ৰশংসনীয়।

গ্ৰন্থখনিৰ বিষয়বস্তু সংযোজন পদ্ধতি নিটোল কৰিবলৈ চেষ্টা কৰিও সম্পূৰ্ণ ভাৱে সফল হ'ব পৰা নাই—প্ৰবন্ধ-পাতিবিলাক সময়মতে নোপোৱা হেতু। দ্বিতীয়তে, সম্পাদনাৰ বিভিন্ন প্ৰসংগতো দোষ-ত্ৰুটি থকা স্বাভাৱিক। আশাকৰোঁ সহৃদয় পঢ়ুৱৈ সমাজে আমাক ক্ষমা কৰিব। সহৃদয় পাঠক-পাঠিকাৰ মৰম-চেনেহৰ পৰা পুথিখন বঞ্চিত নহ'লেই আমাৰ পৰিশ্ৰম সাৰ্থক হ'ব।

ডক্টৰ মুকুন্দ মাধৱ শৰ্মাদেৱে সংস্কৃতত লিখা প্ৰবন্ধ এটি প্ৰকাশ কৰিব নোৱাৰিলোঁ—প্ৰেছৰ অসুবিধাৰ বাবে। তেখেতৰ ওচৰত ক্ষমা বিচাৰিছোঁ।

শিৱৰাত্ৰি
২।৩।৯২
দুৰ্গাসৰোবৰ
শান্তিপুৰ পশ্চিম
গুৱাহাটী-৯

# বিষয় সূচী

ড. আচাৰ্য্য শাস্ত্ৰীৰ নিৰ্মিতি



ঢ. উপসংহাৰ



N. ACHARYYA SHASTRI Yasahkaya

# আচার্য্য-প্রশস্তিঃ

## অধ্যাপক শ্রীউমাকান্ত দেব শর্ম্মণঃ

চতুর্ভুজো দ্বিজশ্রেষ্ঠঃ শ্রুতিধর্ম্ম-পরায়ণঃ।
প্রবাদ-পুরুষঃ স বৈ মিশ্রবংশস্য ভাস্করঃ ॥১
তস্যৈব হি কুলে জাতো বিদ্যাস্নাতঃ সুনির্ম্মলঃ।
শ্যামদেবস্তু লোকেঽস্মিন্ নাম্না খ্যাতিমলভত ॥২
লব্ধ্বা ভোগেশ্বরীং দেবীং ভার্য্যারূপেণ সাত্ত্বিকীম্।
শ্যামদেবস্তথা তুষ্টঃ পার্ব্বত্যাঞ্চ যথা শিবঃ ॥৩
আগত্য শাস্ত্র-রক্ষার্থং স্বয়মেব বিনায়কঃ।
শোভতে পুত্ররূপেণ শ্যামদেবস্য হি গৃহে ॥৪

আকর্ণ্য বিপ্রাত্মজ-জাত-বার্ত্তাং
হৃষ্টা গৃহস্থাঃ প্রতিবেশিনশ্চ।
শ্যামালয়োঽয়ং শুভবাদ্য-মন্ত্রৈ-
র্দেবালয়স্যেব রুচিং দধাতি ॥৫
যৈঃপূর্ব্বজন্মার্জ্জিত পুণ্য যোগাৎ
প্রাপ্তঃ সুপুত্রো ভুবি পুণ্য-বিত্তঃ।
কিম্বা পরং ভাগ্যমতোঽস্তি লোকে
ঋদ্ধঃ পিতা বৈ সুত-কীর্ত্তি-লক্ষ্যা ॥৬

দ্বাদশে দিবসে প্রাপ্তে পিত্রা বিজ্ঞৈর্বিচারিতম্।
বিচিন্ত্য রক্ষিতং নাম স মনোরঞ্জনোঽস্তু বৈ ॥৭
জন্মনি জায়তে যস্য মনসি রঞ্জনং হি মে।
নাম্না তেনৈব লোকেঽস্মিন্ পুত্রোঽস্তু বিশ্ব-বিশ্রুতঃ ॥৮

পিত্রা যদুক্তং সুত-মঙ্গলায়
জ্ঞেয়ং পবিত্রং ন চ নিষ্ফলংতৎ।
পূর্ণা তাদিচ্ছা পিতুর্ব্রীড়িতস্য
পুত্রঃ সুকীর্ত্ত্যা লভতে প্রতিষ্ঠাম্ ॥৯

ক্ষেত্রে পুণ্যময়েঽসমে সমজনি প্রজ্ঞাব্রতামগ্রণী
র্বেদান্তাদি বিভিন্ন শাস্ত্র-নিপুণো মিশ্রাহ্বয়াঙ্কের্মণিঃ
শিক্ষাদান-মহাব্রতেন পণিতো বিজ্ঞৈস্তু যো বন্দিতঃ
সোঽয়ং ভাৰতবৰ্ষ-হৰ্ষ-জনকো বিদ্বন্মনোৰঞ্জনঃ ॥১০
স্মৃতিৰেব গতি ৰ্যস্য মীমাংসা চ প্ৰৱৰ্ত্তনা।
চূড়ামণিস্তু বেদান্ত স্তস্মৈ শ্ৰীগুৰৱে নমঃ ॥১১

কাৰাঞ্চ তস্যৈৱ ললামকং বৈ
ছন্দস্তু পাদাঙ্গদ-মন্দ্ৰমেতি।
শ্ৰুত্বা তদেৱ ভ্ৰমৰা ৰসজ্ঞা
নৃত্যন্তি তুষ্ট্যা গুণ্-গুণ্ গুণেন ॥১২
প্ৰৱিশ্য যত্ৰাধিগতং যদক্ষৰ-
মভিজ্ঞ শিক্ষা ব্ৰত-শীল-সন্নিধৌ।
ক্ষণং তদেৱাতিশয়ং পৱিত্ৰং
স্মৃতিস্বৰূপীয়ং স্মৃতিকৃত্তমা হি মে ॥১৩
যথা হি চন্দ্ৰো জলদং ৱিদীৰ্য্য
স্বকীয় দীপ্ত্যা কুমুদং তনোতি।
তথা গুৰু ৰ্নঃ প্ৰকৰোতি ফুল্লং
ভিষা সদিন্দোঃ কুমুদং হৃদিস্থম্ ॥১৪
কুমাৰিলানামপি ধৰ্ম্মকীৰ্ত্তে-
ৰ্মহত্বপূৰ্ণংচৰিতং ৱিৰচ্য
পুৰস্কৃতোঽয়ং নিপুণৈ ৰ্বিপশ্চিদ্
গৱেষণায়াং নিতৰাং নিৱিষ্টাৎ ॥১৫

উমাকান্তেন শিষ্যেণ স্মৰ্য্যতেঽসৌ শুভে দিনে।
নিৱেদ্য ভক্তিপুষ্পাৰ্ঘ্যো গুৰৱে হৃৎ-প্ৰশান্তয়ে ॥১৬

## আচাৰ্য্য-প্ৰশস্তি

শ্ৰীনাৰায়ণ বৰপূজাৰী

কবোঁ কি ছন্দেৰে দেৱ তোমাৰ স্মৰং—
অসমৰ পাণ্ডিত্য-ভাস্কৰ, অসমীয়া
সংস্কৃত ভাষা-সাহিত্যৰ অনুক্ষণ
উন্নতি সাধক শাস্ত্ৰী শ্ৰীমনোৰঞ্জন !
আশী বৰ্ষ আগে, দৰঙৰ ভেকৰা গ্ৰামৰ
প্ৰতি ধূলিকণা কৰিলা পবিত্ৰ অৱতৰি,
ধন্য হ'ল অসমীয়া জাতি, পূৰ্ণ হ'ল
অসমৰ সাহিত্য সংস্কৃতি লাগি তব
শ্ৰীহস্তৰ অমৃত পৰশ। বিদ্যালয়,
মহাবিদ্যালয় কিম্বা অন্যানুষ্ঠানিক
ইংৰাজী স্কুল নগচকি, সংস্কৃতৰ
টোল আৰু পাঠশালা লব্ধ প্ৰশিক্ষাৰে
লাভিলা বিস্তৰ জ্ঞান সংস্কৃত অসমীয়া
ভাষা-সাহিত্যৰ : লভিলা উপাধিচয়—
'স্মৃতিতীৰ্থ', 'স্মৃতিশাস্ত্ৰী', 'ধৰ্ম্মশাস্ত্ৰাচাৰ্য্য
'স্মৃতিৰত্ন', 'বেদান্তশাস্ত্ৰী' আৰু "বেদান্ততীৰ্থ"ৰ।
অমিত প্ৰতিভা বলে গৃহতে আৰ্জিলা
জ্ঞান ইংৰাজী ভাষা সাহিত্যৰো হলা
সুপণ্ডিত। নিমজ্জিত হ'ল মন-প্ৰাণ
অধ্যাপনা, সাহিত্যৰ ৰচনা কাৰ্য্যত।
জীৱন, সাধনা আৰু কৃতিত্বৰ তব
নাই পাৰ অপাৰ অসীম। গুৰি ধৰি
নলবাৰী সংস্কৃত মহাবিদ্যালয়
তুমিয়েই কৰিলা প্ৰতিষ্ঠা। সাহিত্যৰ

অধ্যাপক ৰূপে তোমাৰ পৰশ পাই
ধন্য হ'ল গুৱাহাটী আৰু শ্ৰীহট্টৰ
সংস্কৃত মহাবিদ্যালয়। বিশ্ববিদ্যালয়
আয়োগৰ মঞ্জুৰী আঁচনিক্ৰমে
শোভিলা তিনিটা মাহ গুৱা-বিশ্ববিদ্যালয়
অনা-আৱাসিক অধ্যাপকৰূপে।
জ্ঞানৰ সাগৰ মথি ৰচিলা বিবিধ,
গ্ৰন্থ-সংস্কৃতত-'কেতেকী-কাব্যম্'—
বিহগী কৰিব 'কেতেকী কাব্যৰ' অনুবাদ,
ভাৰতৰ ত্ৰিৰঙ্গ পতাকা আৰু অশোক—
চক্ৰৰ ব্যাখ্যা কৰি প্ৰতীকী আদৰ্শ
ৰচিলা পতাকামায়াং, কামৰূপ ৰাজ্যৰ
বৰ্ণাই প্ৰকৃতি আৰু ইতিহাসচয়
'প্ৰকাম কামৰূপম্' ৰচিলা কাব্যত,
ৰচিলা সংস্কৃত নাট 'ভতঙ্গভৈক্ষম'।
তুমি ৰচা অসমীয়া 'পতাকাপ্ৰকাশ'
'অসমৰ বৈষ্ণৱ-দৰ্শন ৰূপ ৰেখা'
'অনুবাদ অশ্বঘোষী বুদ্ধ চৰিত'ৰ;
'কুমাৰিল ভট্টপাদ আচাৰ্য্য ধৰ্মকীৰ্ত্তি' আৰু
'বৈদিক ৰূপৰেখা' 'সাহিত্য দৰ্শন'—
'পুৰণি অসমৰ ধৰ্ম আৰু দৰ্শন —
প্ৰতিধনি সাহিত্যৰ অমূল্য সম্পদ।
তুমি ৰচা বাচস্পতীয়া প্ৰবন্ধবে
অসমীয়া আলোচনী আছে খুন্দ খাই।
ইংৰাজী ভাষাত লিখা গৱেষণা পত্ৰবোৰ
গৱেষণা আলোচনী গ্ৰন্থ সমূহৰ
অমূল্য সম্পদ। প্ৰাচ্যবিদ্যা সম্পৰ্কীয়

ৰচনা সমূহে প্ৰাচ্য নন্দনতত্ত্বৰ
বিকাশত ৰত্নগুণি দানিছে প্ৰচুৰ।
তুমি ৰচা 'সাহিত্য দৰ্শনে' ভাৰতীয়
প্ৰাচীন নন্দনতত্ত্ব কৰিছে প্ৰকাশ।
তুমি দিলা বহু ৰত্নগুণি অসমীয়া
জাতি আৰু ভাষা সাহিত্যক. তুলনাত
তাৰ—আমি হলে একো দিয়া নাই। নিজ
প্ৰতিভাৰ গুণে বিদ্যাৰ্থী কালতে পালা
স্বৰ্ণ ৰৌপ্য অলেখ পদক, সন্মানিলে
'বিদ্যাভূষণেৰে' উত্তৰ প্ৰদেশী বিদ্বগণে
অৱদানি সংস্কৃতত বিশেষ সম্ভাৰ
পালা 'ৰাষ্ট্ৰপতি বঁটা' সাহিত্য-পেঞ্চন
দিলে অসম চৰকাৰে 'দৰ্শন আচাৰ্য্য'
দিলে 'সংস্কৃত সঞ্জীৱনী সভা কামৰূপে'
যোৰহাট বালিগাঁও গীতাৰ্থী সমাজে'
সন্মানিলে গীতাচাৰ্য্য' পাতি। কিন্তু হাঁয়!
অকৃতজ্ঞ আমি অসমীয়া. অকৃতজ্ঞ
'অসম সাহিত্য সভা'—লই হৃদয়ত
প্ৰাণৰূপে যাক আজীৱন কৰি গলা
সাহিত্য সাধনা, নোৱাৰিলে সন্মানিব
তোমাক সভাৰ মান্য সভাপতিৰূপে।
ব্যক্তিগত ভাৱে এই নিচিনা কৰিক
এই বেদনাই কৰে সততে পীড়ন।
ক্ষমা কৰা ক্ষমা কৰা দেৱ! প্ৰণমিছোঁ
পবিত্ৰ স্মৃতিত তোমাক বাৰে বাৰ!
ক্ষমা কৰা;—পূজাৰীৰ লোৱা নমস্কাৰ!

# আচাৰ্য্য প্ৰশস্তি

শ্ৰীৰজনীকান্ত শৰ্মা

অসম-গৌৰৱ তুমি পণ্ডিত প্ৰৱৰ
তোমাৰ স্মৃতিত আজি উল্লাসিত হই,
সভক্তিৰে গুণ-গান কৰিছোঁ অপাৰ
যদিও থিতাপি নৈছা সৰগত গই।
প্ৰাথমিক শিক্ষা মাথোঁ শেষ সীমা হয়
সংসাৰ-যাত্ৰাত যাৰ জ্ঞান-পৰিধিৰ,
সিজনেই হ'ল দেখো বিদগ্ধ পণ্ডিত
আশিস নিৰ্ম্মালি লভি আই ভাৰতীৰ।
দেখুৱালা মানৱক কঠোৰ সাধনা
কৰিলে নিশ্চয় হয় বাঞ্ছিত সুফল,
তোমাৰ আদৰ্শ যদি লয় সকলোৱে
গঢ়িব জীৱন সৱে লই মনোবল।
ইংৰাজীৰ জ্ঞান যাৰ একেবাৰে নাই
উচ্চ শিক্ষা লাভ যাৰ নহ'ল ভাগ্যত,
সিজনাৰ কাপত দেখো মুকুতা হৈ জ্বলে
ভৱগধুৰ ইংৰাজীৰ প্ৰবন্ধ-সম্ভাৰ।
দেৱ-ভাষা মথি তুমি কৰিলা সন্ধান,
সাধনাত সিদ্ধি লভি পালা জ্ঞানামৃত
হেঁপাহেৰে খাই নিজে আনকো খুৱালা
মহাপুণ্য জীৱনত কৰিলা সঞ্চিত।
হে দেৱ !

তোমাৰ তুলনা মাথোঁ তুমিয়ে কেৱল
মহান সাধক তুমি জ্ঞানৰ পূজাৰী,

মহামূল্য গ্ৰন্থ লিখি খিয়াতি ৰাখিলা
ভাষা-সাহিত্যৰ তুমি দুৰ্লভ কাণ্ডাৰী।
প্ৰাচীন দৰঙী ৰাজ্য গৌৰৱ-মণ্ডিতা
লভিছিল জন্ম য'ত বিদগ্ধ পণ্ডিত,
অতীত কাহিনীবোৰে কয় বিঙিয়াই
এই ঠাই সঁচাকৈয়ে দেৱতা-বন্দিত।
ইয়াতে জনম লভি বকুল কায়স্থ
পুৰুষউত্তম দ্বিজ, ৰাম সৰস্বতী,
পীতাম্বৰ, সূৰ্য্যখড়ি, শিয়ালা বৈষ্ণৱ
ৰাখিলে ধৰাৰ মাজে অশেষ খিয়াতি।
এই ঠাইতে জন্ম লভি হে সুমহান
দেখুৱালা যোগ্যতাৰ অপূৰ্ব্ব মহিমা,
উকৰাই পাণ্ডিত্যৰ বিজয়-নিশান
ঘোষিলা সবাৰ মাজে স্বকীয় গৰিমা।
তোমাৰ পাণ্ডিত্য দেখি ভাৰত চৰ্কাৰে
সন্মানেৰে আদৰিলে কৰি পুৰস্কৃত,
গুণীৰ গুণৰ মূল্য আৰোপিত কৰি
প্ৰদানিলে যোগ্যতাৰ স্বীকৃতি প্ৰকৃত।
কিন্তু আমি ?
কিহেৰে পূজিম দেৱ কিহেৰে তুষিম
নাই আজি এনে কোনো ষোড়শোপচাৰ,
তথাপিতো অকৃত্ৰিম শ্ৰদ্ধা অন্তৰৰ
নিবেদিছোঁ আলফুলে চৰণে তোমাৰ।
কৰিবা গ্ৰহণ দেৱ কৰিছোঁ কাকুতি,
সভক্তিৰে পদ-প্ৰান্তে জনালোঁ প্ৰণতি।

# আচাৰ্য্য শাস্ত্ৰী

ডঃ ভৃগুমোহন গোস্বামী

খুব ভয়ে ভয়ে চিঠি এখন লিখিছিলোঁ। চিঠিৰ উত্তৰ পাম নে নেপাম ভাবি আছিলোঁ ; কিন্তু মই ভৰাভৈকে সোনকালে সেই চিঠিখনৰ উত্তৰ ২১ জুনত ১৯৮৩) পাইছিলোঁ :

নলবাৰী, ২১।৬।৮৩

ওঁ

প্ৰিয়বৰেষু,

প্ৰীতিপূৰ্ণ সম্ভাষণপূৰ্বক নিবেদন। আপোনাৰ চিঠিখন এইমাত্ৰ পাই উত্তৰ দিলোঁ। মই কাইলৈ গুৱাহাটীলৈ যাম বুলি ভাবিছোঁ। গুৱাহাটীত কিবা-কিবি কাম আছে। তাত এসপ্তাহমান থকাৰ আশা। সুবিধা কৰিব পাৰিলে আপুনি গুৱাহাটীৰ জালুকবাৰীত মোক লগ পাব পাৰে। আমাৰ ল'ৰা শ্ৰীমান নলিনী ৰঞ্জন শৰ্মাৰ ( অধ্যাপক, গুৱাহাটী বিশ্ববিদ্যালয়, সংস্কৃত বিভাগ, বাসা নং ৭৩ ) ঘৰত থাকিম।

আপুনি সোধা বিষয়ত মই আপোনাক বেছি একো জনাব নোৱাৰিম। লগ পালে যি পাৰোঁ, তাতেই জনাম নলবাৰীলৈ আহিব খুজিলে কেইদিনমান পাছত আহিব। ইতি

ভবদীয়

(স্বাঃ) শ্ৰীমনোৰঞ্জন শাস্ত্ৰী"

'বিদ্যা দদাতি বিনয়ম্ ঃ বিদ্যাই মানুহক কিদৰে বিনয় কৰে তাৰে শ্ৰেষ্ঠ নিদৰ্শন মই আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰীৰ এই চিঠিখনত পাইছিলোঁ।

'মই বেছি একো জনাব নোৱাৰিম' বুলি লিখা মানুহজনৰ পৰাই মই গৱেষণা কৰা বিষয়ৰ সৰহখিনি তথ্য পাইছিলোঁ। এই বিষয়ৰ 'অসমত সংগীত চৰ্চা' (৬ষ্ঠ বছৰ, বহাগ, ১৮৭৫ শক, ১ম আক ২য় সংখ্যা, ৰামধেনু ; বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য সম্পাদিত) প্ৰবন্ধটোত আমাৰ অসমৰ সংগীত-পৰম্পৰাৰ উপৰিও ভাৰতীয় সংগীতৰ বিষয়েও সন্ধান পোৱা যায়। ব্যক্তিগতভাৱে কথা পাতিও অসমৰ ওজাপালি অনুষ্ঠান' সম্পৰ্কে অনেক কথা জানিব পাৰিছিলোঁ।

ভাৰতীয় সংগীতৰ বিষয়ে 'অসমত সংগীত চৰ্চা' নামৰ প্ৰবন্ধৰ এঠাইত তেওঁ লিখিছে : "ভাৰতীয় সংগীত দুবিধ : বৈদিক আৰু লৌকিক। বৈদিক গান যে সামগান তাৰ গতি বেদাঙ্গ শিক্ষা শাস্ত্ৰৰ আৰু সাম্প্ৰদায়িক নিয়ন্ত্ৰণৰ দ্বাৰা সৰ্বদাই সুসংযত কৰি ৰখা হৈছে। গতিকে তাৰ স্বৰগ্ৰামৰ সালসলনি নহয়। লৌকিক সংগীতৰ মূলত সামগানৰ প্ৰভাৱ থাকিলেও তাত স্বৰগ্ৰামৰ যোগ-বিয়োগ হোৱাত তেনে বাধা নাই। এই লৌকিক সংগীতৰ গতি নিয়ন্ত্ৰণৰ বাবেই সংগীত শাস্ত্ৰবিলাক সাৰ্থক হৈছে।" (*অসমত সংগীত চৰ্চা* ৰামধেনু, ৬ষ্ঠ বছৰ ১ম সংখ্যা, পৃঃ ৩)। শাস্ত্ৰীৰ একেবাৰে শেহতীয়া প্ৰকাশিত গ্ৰন্থ হ'ল *কুমাৰিল ভট্টপাদ আৰু আচাৰ্য্য ধৰ্মকীৰ্তি* (১৫ আগষ্ট, ১৯৮৬)। এই গ্ৰন্থখনৰ বাবে তেওঁক 'হৰমোহন স্মাৰক নিধি'য়ে এটা বঁটা প্ৰদান কৰে।

অসমতে জন্ম বুলি জনশ্ৰুতি থকা কুমাৰিল ভট্টপাদ আৰু আচাৰ্য্য ধৰ্মকীৰ্তি নামৰ বিদগ্ধ ভাৰতীয় পণ্ডিত দুগৰাকীৰ জীৱন-বৃত্তান্ত সম্বলিত গ্ৰন্থ অসমীয়া ভাষাত নাছিল। তেওঁ এই দুয়োগৰাকী পণ্ডিত যে অসমীয়া লোক আছিল, জনশ্ৰুতিৰ ওপৰত নিৰ্ভৰ কৰি আৰু দেশী-বিদেশী পণ্ডিতৰ মতামত যুক্তি-সহকাৰে বিচাৰ কৰি প্ৰমাণ কৰিছে। তেওঁ নিজেও উক্ত গ্ৰন্থৰ গ্ৰন্থকাৰৰ বক্তব্যত লিখিছে : "কুমাৰিল ভট্টস্বামী যে অসমীয়া লোক আছিল, এই কথা অকল অসমতে নহয় দাক্ষিণাত্যতো কোনো কোনো বয়োবৃদ্ধ পণ্ডিতৰ পৰা শুনা গৈছিল। গতিকে সেই জনশ্ৰুতি অধিক নিৰ্ভৰযোগ্য বুলি ভাবি তাৰ ওপৰত অধিক গুৰুত্ব আৰোপ কৰা হৈছে।"

লোক-বিদ্যা বা লোক-সংস্কৃতিও শাস্ত্ৰীয়ে চৰ্চা কৰিছিল। *অসমত সংগীত চৰ্চা*, *ওজাপালি*, *দৰঙী লোক-সংস্কৃতিত টেপা চুলীয়া* আদি প্ৰবন্ধ ইয়াৰ প্ৰমাণ। জনশ্ৰুতিৰ ওপৰত নিৰ্ভৰ কৰি শাস্ত্ৰীয়ে কোনো কথাৰ সত্যাসত্য নিৰ্ণয় কৰিব বিচাৰিছিল যদিও সেই কথাৰ পৰীক্ষা-নিৰীক্ষা কৰি চাইহে গ্ৰহণ কৰিছিল। তেওঁ এই বিষয়ে এনে ধৰণে লিখিছিল : "অনেক ক্ষেত্ৰত লৌকিক প্ৰবাদ আৰু কিংবদন্তীৰ ভিতৰত কাল্পনিক, অতিৰঞ্জিত আৰু ভ্ৰান্তিমূলক কথাৰ সন্নিবিষ্ট ঘটে, গতিকে যথাক্ৰমভাৱে জনশ্ৰুতিক ঐতিহাসিক প্ৰমাণৰূপে গ্ৰহণ কৰা নহয়। সেইকাৰণে অন্যান্য যুক্তি-প্ৰমাণদ্বাৰা জনশ্ৰুতিৰ কথাবিলাক পৰীক্ষা-নিৰীক্ষা কৰি চাব লাগে আৰু সেই পৰীক্ষাত যিবিলাক কথাৰ সমৰ্থক আন কোনো প্ৰমাণ পোৱা নাযায় অথচ বিৰুদ্ধ প্ৰমাণ পোৱা যায় সেইবিলাক

কথা অপ্ৰমাণ বা অতিৰঞ্জিত বুলি পৰিত্যাগ কৰা হয়, কিন্তু যিবিলাক কথাৰ সমৰ্থক আন কোনো প্ৰমাণ পোৱা যায় অথচ বিৰুদ্ধ প্ৰমাণ পোৱা নাযায় তেনে জনশ্ৰুতিৰ কথা অৱশ্যে ঐতিহাসিক প্ৰমাণৰূপে গ্ৰহণযোগ্য হয় (কুমাৰিল ভট্টপাদ আৰু আচাৰ্য ধৰ্মকীৰ্ত্তি, পৃঃ ১৫)।" শাস্ত্ৰীয়ে অসমীয়া প্ৰবাদ-বাক্যৰ লগত সংস্কৃত শ্লোকৰ মিল দেখুৱাবলৈ কৰা প্ৰয়াসৰ এটা উদাহৰণ দিয়া হ'ল : দৰঙী ওজাপালিসকলৰ নাইনা পাদিয়ে কোৱা :

"বেজিৰ জলাত হাতী সোমাল কলহত সোমাল নাও
ভটাৰ কটিত গাড়ী সোমাল ভটেনী পাৰে বাও।"

এই প্ৰবাদ-বাক্যটিত কুমাৰিল ভট্টৰ বৈণীয়েকে উ-কাৰটো ভুলকৈ এৰি 'কুটী'ৰ ঠাইত কটি' ( কঁকাল ) কৰাত যি হাঁহি উঠা ঘটনাৰ সৃষ্টি হৈছিল সেই শ্লোকৰ লগত মিল বিচাৰি পাইছিল : 'ভট্টস্য কট্যাং শকটঃ প্ৰবিষ্ট' শ্লোকৰ মাজত।

শাস্ত্ৰীৰ দ্বাৰা ৰচিত সংস্কৃত নাটক হ'ল *উতঙ্ক ভৈৰম* (১৯৭৪)। তেওঁ ৰঘুনাথ চৌধাৰীৰ *কেতেকী* কাব্যখন সংস্কৃতলৈ 'কেতেকী কাব্যম্' (১৯৬৪) নাম দি ৰূপান্তৰ কৰিছিল। তেওঁ *পতকামায়াঃ* (১৯৬৬) কাব্যত ভাৰতৰ ত্ৰিৰঙা পতাকা আৰু অশোক চক্ৰৰ ব্যাখ্যা সংস্কৃত ভাষাত উপস্থাপন কৰিছে। কামৰূপৰ ইতিহাস আৰু প্ৰাকৃতিক বৰ্ণনাৰে ঋদ্ধ *প্ৰকামকামৰূপম্* শাস্ত্ৰীদেৱৰ বিশেষ নিৰ্মিতি। শাস্ত্ৰীৰ দ্বাৰা সম্পাদিত সংস্কৃত গ্ৰন্থ : *স্মৃতি সাগৰ সাৰ*, *গ্ৰহণ কৌমুদী*, *জ্যোতিৰ্মালা*, *স্মৃতি জ্যোতিষ সংগ্ৰহ*। অসমীয়া ভাষাত তেওঁ লিখা গ্ৰন্থসমূহ হ'ল : *অসমৰ বৈষ্ণৱ দৰ্শনৰ ৰূপৰেখা* (১৯৫৪), *বুদ্ধচৰিত* (১৯৭০), *পতাকা প্ৰকাশ* (১৯৫৬), *সাহিত্য দৰ্শন* (১৯৬২ , *বাক্যাৰ্থবোধ* আৰু *কুমাৰিল ভট্টপাদ আৰু আচাৰ্য্য ধৰ্মকীৰ্ত্তি* (১৯৮৫)। তেওঁ প্ৰকাশৰ পথত এৰি থৈ যোৱা তিনিখন গ্ৰন্থ হ'ল : *বালমনোৰঞ্জনী* (সংস্কৃত), *বৈদিক দৰ্শনৰ ৰূপৰেখা* আৰু *পুৰণি অসমৰ ধৰ্ম আৰু দৰ্শন* ( ১৯৭১ চনতে ৰচিত )। 'বৈদিক দৰ্শনৰ ৰূপ ৰেখা'খন প্ৰকাশন পৰিষদে ছপাবলৈ লোৱা কেইবাবছৰো হ'ল, কিন্তু তেওঁৰ জীৱিত কালত সেইখনৰ প্ৰকাশ নহ'ল।

এখন গ্ৰন্থ পঢ়োতে কিদৰে পঢ়িব লাগে কুমাৰিল ভট্টপাদৰ শ্লোক এটাৰ উদ্ধৃতি দি তেওঁ তাৰ ভাঙনি কৰি দেখুৱাইছে :

নচাত্ৰাতীৱ কৰ্তব্যং দোষ দৃষ্টিপৰং মনঃ
দোষোহ্যবিদ্যমানোঽপি তচ্চিত্তানাং প্ৰকাশতে।

"গ্ৰন্থ পঢ়োতে মনটো অতিশয় দোষদৃষ্টি পৰায়ণ কৰি ল'ব নালাগে। কাৰণ, দৰ্শকৰ মনটো দোষ দৃষ্টি কলুষিত হৈ থকা অৱস্থাত যি বিষয়-বস্তু দৃষ্টিগোচৰ হয় সেই দৃশ্য-বস্তুত দোষ নেথাকিলেও দৰ্শকৰ চিত্তগত দোষেই তাত ( দৃশ্য-বস্তুত ) প্ৰতিফলিত হৈ তাক দোষ কলুষিত বুলি প্ৰতীত কৰায়।"

১৯১১ চনৰ মাৰ্চ মাহত দৰং জিলাৰ অন্তৰ্গত ভেকৰা গাঁৱত আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰীৰ জন্ম হয়। তেওঁ প্ৰাথমিক বিদ্যালয়ৰ শিক্ষা শেষ নকৰাকৈ নলবাৰী গুৱাকুচি দৰ্শন বিদ্যালয়ত পঢ়িবলৈ আহে আৰু ১৯৩০ চনত তাৰপৰা প্ৰয়োগ ৰত্নমালা ব্যাকৰণ শাস্ত্ৰত উপাধি লাভ কৰে। তেওঁ গুৰুমুখী বিদ্যাৰে শিক্ষা লাভ কৰিছিল। তেওঁ কোনো ইংৰাজী স্কুল-কলেজত পঢ়া নাছিল। তেওঁ টোল আৰু সংস্কৃত কলেজতহে পঢ়িছিল। ১৯৩৪ চনত কামৰূপৰ দতৰা ব্ৰহ্মময়ী চতুষ্পাঠী টোলৰপৰা প্ৰথম বিভাগত স্বৰ্ণপদক সহ 'স্মৃতি-শাস্ত্ৰী' উপাধি লাভ কৰে। তেওঁ লাভ কৰা স্মৃতি-তীৰ্থ (১৯৩৫), ধৰ্মশাস্ত্ৰাচাৰ্য-বেদান্ত-শাস্ত্ৰী, বেদান্ত তীৰ্থ (১৯৪১) এই সকলো উপাধিতে প্ৰথম হৈ স্বৰ্ণপদকসহ উত্তীৰ্ণ হৈছিল। তেওঁ কলিকতা চৰকাৰী সংস্কৃত কলেজত এই উপাধিবোৰৰ বাবে অধ্যয়ন কৰিছিল। শাস্ত্ৰীৰ পাণ্ডিত্যৰ কাৰণে উত্তৰ প্ৰদেশৰ পণ্ডিত সভাই তেওঁক 'বিদ্যাভূষণ' বিভূষা প্ৰদান কৰি সন্মান যাচিছিল।

তেওঁ ঘৰতে চৰ্চা কৰি ইংৰাজী ভাষা আয়ত্ত কৰিছিল আৰু ইংৰাজী ভাষাত গৱেষণামূলক প্ৰবন্ধ লিখিছিল। এইবোৰ গৱেষণামূলক আলোচনী আৰু গ্ৰন্থত প্ৰকাশ হৈছিল। ইণ্ডিয়ান হিষ্টৰিকেল কোৱাৰ্টাৰ্লি, জাৰ্ণেল অৱ গঙ্গানাথ ঝা ৰিচাৰ্চ ইনষ্টিটিউট, জাৰ্ণেল অৱ দি আচাম ৰিচাৰ্চ ছচাইটি, জাৰ্ণেল অৱ গৌহাটী ইউনিভাৰচিটি, জাৰ্ণেল অৱ আসাম অকাডেমি, প্ৰাচ্য ভাৰতী আদিত তেওঁৰ প্ৰাচ্য বিদ্যা সম্পৰ্কীয় ইংৰাজী প্ৰবন্ধ প্ৰকাশ পাইছিল। তেওঁ প্ৰবন্ধবোৰৰ যোগেদি নিজা সিদ্ধান্ত দিব পাৰে আৰু এই সিদ্ধান্ত পোনপটীয়া আৰু স্পষ্ট।

১৯৩৮ চনৰ মে' মাহত নলবাৰীত সংস্কৃত কলেজ আৰম্ভ হোৱাত তেওঁ তাৰ প্ৰতিষ্ঠাতা অধ্যক্ষ হিচাপে সোমায়। মাজতে দেশ বিভাজনৰ আগে আগে শ্ৰীহট্ট (বৰ্তমান বাংলাদেশ) চৰকাৰী সংস্কৃত কলেজত ধৰ্মশাস্ত্ৰৰ অধ্যাপক হিচাপে কেইমাহমান কাম কৰিছিল। শ্ৰীহট্টৰ পৰা আহি পুনৰ তেওঁ নলবাৰী সংস্কৃত কলেজত অধ্যাপনা কৰে আৰু অধ্যক্ষ হিচাপে অৱসৰ লয়। অৱসৰৰ পিছত গুৱাহাটী বিশ্ববিদ্যালয়ত অনাবাসিক অধ্যাপক ( ভিজিটিং প্ৰফেছাৰ ) হিচাপে তিনিবছৰ কাল কাম কৰিছিল। তেওঁ অসম সংস্কৃত কলেজতো

কিছুদিন অধ্যাপনা কৰিছিল।

গুৱাহাটী চিকিৎসা মহাবিদ্যালয় হাস্পতালত চিকিৎসাধীন হৈ থকা অৱস্থাত ১৯৮৮ চনৰ জানুৱাৰী মাহৰ ৪ তাৰিখ সোমবাৰে নিশা ১২ বাজি ৩০ মিনিটত তেওঁ শেষ নিশ্বাস পেলায়। মৃত্যুৰ সময়ত তেওঁৰ সহধৰ্মিনীৰ উপৰিও চাৰিজন ল'ৰা আৰু চাৰিগৰাকী জীয়াৰী এৰি থৈ যায়।

শাস্ত্ৰীৰ মৃত্যুৰ লগে লগে অসমৰ প্ৰাচ্যপণ্ডিতৰ এটি স্তৰৰ অন্ত পৰিল। পণ্ডিতেহে পণ্ডিতৰ মোল বুজে। 'ভাৰত ৰত্ন' মহামহোপাধ্যায় পি. ডি. কানেই শাস্ত্ৰীক 'অসমৰ ধৰ্মশাস্ত্ৰৰ ওপৰত অধিক দখল থকা পণ্ডিত' বুলি মন্তব্য কৰিছিল। ভাৰতীয় সংস্কৃত পণ্ডিতসকলৰ মাজত তেওঁ অধিক পৰিচিত আছিল—সেই পণ্ডিতসকলে তেওঁৰ পৰা অভিমত আৰু পৰামৰ্শ বিচাৰিছিল।

তেওঁ সংস্কৃতলৈ আগবঢ়োৱা বৰঙণিৰ বাবে ৰাষ্ট্ৰপতিৰ পৰা বঁটা আৰু অসমীয়া সাহিত্যলৈ আগবঢ়োৱা বৰঙণিৰ বাবে অসম চৰকাৰৰ সাহিত্যিক পেন্সন লাভ কৰিছিল।

# আচাৰ্য্য শাস্ত্ৰী

**শৰৎ চন্দ্ৰ শৰ্মা**

দৰং জিলাৰ পশ্চিম প্ৰান্তৰ ধুনীৰ নিকটৱৰ্ত্তী ভেকৰা গাওঁ। এই শতিকাৰ তৃতীয় দশকলৈ শিক্ষা-দীক্ষা, ৰাস্তা-ঘাট সকলো দিশ.ত এই অঞ্চলটি অতি পিছ পৰা আছিল। এই ভেকৰা গাঁৱৰে যাজনিক বৃত্তিধাৰী এটি ব্ৰাহ্মণ পৰিয়ালত ১৮৩২ শকৰ ( ১৯১১ ইং চনৰ ) ফাগুন মাহৰ দৌল পূৰ্ণিমা তিথিত আচাৰ্য্য ম:নাৰঞ্জন শাস্ত্ৰীদেৱৰ জন্ম হয়। পিতৃ ৺ শ্যামদেৱ শৰ্মা আছিল বৈদিক কৰ্ম্ম কাণ্ডত নিষ্ঠাবান এগৰাকী ব্ৰাহ্মণ, মাতৃ ৺ ভোগেশ্বৰী দেৱীও আছিল এগৰাকী ধৰ্মপ্ৰাণা সাধ্বী মহিলা।

মনোৰাম আৰু অভিৰাম—এই দুটি মাত্ৰ পুত্ৰ সন্তানৰ পিতৃ ৺ শ্যামদেৱ শৰ্মাৰ আৰ্থিক অৱস্থা হলে স্বচ্ছল নাছিল। ১৯১৯ চনত জ্যেষ্ঠ পুত্ৰ ম:নাৰামৰ নামভৰ্ত্তি কৰা হয় দগাঁৱাপাৰা প্ৰাথমিক বিদ্যালয়ত। কিন্তু প্ৰাথমিক শিক্ষাৰ সামৰণি পৰিব লগা হ'ল; অৰ্থাৎ ভাল সঙ্গত পৰি শাস্ত্ৰী দেৱৰ জীৱনৰ শৈক্ষিক সূতিয়েই বদলি গল। প্ৰাথমিক স্কুললৈ যোৱা বন্ধ হল। সেই সময়ত শাস্ত্ৰী দেৱৰ ঘৰৰ পৰা দুই কি তিনি মাইল মান আঁতৰৰ নাপ্তাপাৰা গাঁৱত ৺নাৰায়ণ চন্দ্ৰ শৰ্মা উপাধ্যায় নামৰ এগৰাকী বিদগ্ধ পণ্ডিত সংস্কৃত ভাষা শিক্ষাৰ প্ৰচাৰ আৰু প্ৰসাৰণত আজীৱন ব্ৰতী আছিল। তেওঁ নিজে প্ৰতিষ্ঠা কৰা—৺গণেশ্বৰী সংস্কৃত পাঠশালাত ইচ্ছুক ছাত্ৰক সংস্কৃত ভাষা শিক্ষাৰ পাঠ পঢ়াইছিল। পিতৃ ৺শ্যামদেৱে এই সংস্কৃত পাঠশালাত শাস্ত্ৰীদেৱৰ নামভৰ্ত্তি কৰি দিয়ে। এই সংস্কৃত টোলৰপৰাই শাস্ত্ৰীদেৱে অসম সংস্কৃত বোৰ্ডৰদ্বাৰা পৰিচালিত ৰত্নমালা ব্যাকৰণৰ আদ্য পৰীক্ষাত কৃতিত্বৰে উত্তীৰ্ণ হল। এই সময়তে নলবাৰীৰ গুৰাকুছি দৰ্শন বিদ্যালয়ৰ অধ্যাপক ৺ৰঘুনাথ শিৰোমণিদেৱৰ সৈতে তেওঁৰ সাক্ষাত হয় আৰু প্ৰতিভাবান শাস্ত্ৰীদেৱক তেখেতে লগত লৈ গৈ উক্ত বিদ্যালয়ত নামভৰ্ত্তি কৰি দিয়ে। তেতিয়াৰে পৰা তেওঁৰ নাম মনোৰামৰ ঠাইত মনোৰঞ্জন ৰখা হয়। ১৯৩০ চনত অসম সংস্কৃত বোৰ্ডৰ ৰত্নমালা ব্যাকৰণৰ উপাধি পৰীক্ষা দি তেওঁ এই বিদ্যালয়ৰ পৰা "ব্যাকৰণ শাস্ত্ৰী" উপাধি লাভ কৰে।

১৯৩৪ চনত দতবাৰ ব্ৰহ্মময়ী চতুষ্পাঠীৰ পৰা অসম সংস্কৃত বোৰ্ড পৰিচালিত স্মৃতিৰ উপাধি পৰীক্ষাত তেওঁ প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান অধিকাৰ কৰি স্বৰ্ণ পদক সহ "স্মৃতিশাস্ত্ৰী" উপাধি লাভ কৰে। ১৯৩৫ চনত তেওঁ কলিকতা সংস্কৃত

কলেজৰ পৰা বঙ্গীয় সংস্কৃত বোৰ্ড পৰিচালিত 'স্মৃতিতীৰ্থ' উপাধি লাভ কৰে। এই পৰীক্ষাতো তেওঁ স্বৰ্ণপদক লাভ কৰে। সেই একে বছৰতে ঢাকাৰ পূৰ্ব্ববঙ্গ সাৰস্বত সমাজ আৰু নৱদ্বীপৰ বঙ্গবিবুধ জননী সভাৰ দ্বাৰা পৰিচালিত 'স্মৃতি-শাস্ত্ৰৰ' পৰীক্ষাত তেওঁপ্ৰথম শ্ৰেণীত উত্তীৰ্ণ হৈ স্বৰ্ণপদক সহ 'ধৰ্মশাস্ত্ৰাচাৰ্য্য' আৰু স্মৃতিৰত্ন উপাধি লাভ কৰে। ১৯৩৭ চনত কলিকতাৰ বঙ্গীয় সংস্কৃত পৰিষদৰ দ্বাৰা পৰিচালিত পৰীক্ষাত উত্তীৰ্ণহৈ তেওঁ "মীমাংসা তীৰ্থ" উপাধি লাভ কৰে। ১৯৪০ চনত অসম সংস্কৃত বোৰ্ডৰ দ্বাৰা পৰিচালিত বেদান্ত শাস্ত্ৰৰ পৰীক্ষাত প্ৰথম শ্ৰেণীত উত্তীৰ্ণ হৈ স্বৰ্ণপদক সহ বেদান্ত শাস্ত্ৰী আৰু ১৯৪১ চনত বঙ্গীয় সংস্কৃত পৰিষদৰ দ্বাৰা পৰিচালিত বেদান্ত শাস্ত্ৰৰ পৰীক্ষাত প্ৰথম শ্ৰেণীত উত্তীৰ্ণ হৈ বেদান্ত তীৰ্থ উপাধি লাভ কৰে।

১৯৩৮ চনত তেওঁ নলবাৰী সংস্কৃত কলেজত কাৰ্য্যকৰী অধ্যক্ষ পদত নিযুক্তি লাভ কৰে। কিছুদিন কাৰ্য্যনিৰ্ব্বাহ কৰাৰ পিছত তেওঁ শ্ৰীহট্টৰ সংস্কৃত কলেজলৈ যায়, কিন্তু ১৯৪৭ চনৰ ১৫ আগষ্টত হোৱা ভাৰতবৰ্ষ-বিভাজনৰ ফল স্বৰূপে শ্ৰীহট্ট গৱৰ্ণমেণ্ট সংস্কৃত কলেজ পূৰ্ব্ব পাকিস্থান (বৰ্ত্তমানৰ বাংলা দেশৰ)ৰ অন্তৰ্ভুক্ত হোৱাৰ বাবে তেওঁ তাৰ পৰা গুচি আহি পুনৰ নলবাৰী সংস্কৃত কলেজত যোগদান কৰে। ১৯৭৫ চনত তেওঁ নলবাৰী সংস্কৃত কলেজৰ অধ্যক্ষ পদৰ পৰা অৱসৰ গ্ৰহণ কৰে। তেখেতে অসম চৰকাৰী সংস্কৃত কলেজ (গুৱাহাটী) আৰু গুৱাহাটী বিশ্ব বিদ্যালয়ৰ সংস্কৃত বিভাগত অনাবাসিক অধ্যাপক (visiting professor) ৰূপে কিছুদিন চাকৰি কৰিছিল।

আচাৰ্য মনোৰঞ্জন শাস্ত্ৰীদেৱে তেওঁৰ জীৱন কালত সৰ্ব্বমুঠ ১০খন মহৎ গ্ৰন্থ ৰচনা কৰি অনন্য প্ৰতিভাৰ নিদৰ্শন ৰাখি থৈ গল। তেখেতে ইংৰাজী, অসমীয়া আৰু সংস্কৃত ভাষাত দুশত কৈয়ো অধিক প্ৰবন্ধ ৰচনা কৰি ভাৰতৰ বিভিন্ন কাকত-আলোচনীত প্ৰকাশ কৰিছিল। 'কুমাৰিল ভট্টপাদ আৰু আচাৰ্য্য ধৰ্মকীৰ্ত্তি' গ্ৰন্থৰ বাবে ১৯৮৬ চনত তেখেতলৈ "জগদ্ধাত্ৰী-হৰমোহন দাস' বঁটা আগবঢ়োৱা হয়। এই গ্ৰন্থৰ বাবে তেখেতক ভাৰতীয় ভাষা পৰিষদৰ দ্বাৰা 'বজাজনী বঁটা' প্ৰদান কৰা হয়।

১৯৬৬ চনত ভাৰত চৰকাৰৰ শিক্ষা মন্ত্ৰণালয়ে শাস্ত্ৰীদেৱলৈ 'কৃতী সংস্কৃত শিক্ষক'ৰ বঁটা আগবঢ়ায়। ১৯৭৫ চনত বিশিষ্ট সংস্কৃত পণ্ডিত হিচাবে তেওঁ ৰাষ্ট্ৰপতিৰ "সন্মান পত্ৰ" লাভ কৰে। উত্তৰ প্ৰদেশৰ অযোধ্যা পণ্ডিত সভা আৰু কামৰূপ সঞ্জীৱনী সভাই শাস্ত্ৰীদেৱক যথাক্ৰমে "বিদ্যা ভূষণ" আৰু "দৰ্শনাচাৰ্য্য" উপাধিৰে বিভূষিত কৰে।

১৯৩৫ চনত শ্ৰীযুতা হেমলতা দেৱীৰ লগত তেওঁ বিবাহ পাশত আবদ্ধ হয়। সৰ্ব্বমুঠ আঠটি লৰা-ছোৱালীৰ সৰ্ব্বশ্ৰীনলিনীৰঞ্জন, নিহাৰ ৰঞ্জন, নিশিথ ৰঞ্জন আৰু নিখিল ৰঞ্জনক তেওঁ শিক্ষা-দীক্ষাৰে উপযুক্ত কৰি তোলে। চাৰিজনী জীয়ৰী সৰ্ব্বশ্ৰী বাসন্তী, ভাৰতী, ভামতী আৰু বেণুক উপযুক্ত শিক্ষাৰে শিক্ষিতা কৰি পাত্ৰস্থ কৰায়। আৰ্থিক দীনতা আছিল শাস্ত্ৰীদেৱৰ জীৱনৰ সহচৰী। কিন্তু এইবোৰে তেওঁক টলাব পৰা নাছিল। আনৰ আগত অভাৱ-অনাটনৰ বকলা মেলি সান্ত্বনা লোৱাৰ প্ৰবৃত্তিও তেওঁৰ নাছিল। তেওঁ আছিল স্থিত প্ৰজ্ঞ স্বভাৱৰ। অসম সাহিত্য সভাৰ সভাপতি পদৰ বাবে আচাৰ্য্য শাস্ত্ৰীদেৱৰ নাম অসম সাহিত্য সভাৰ কাৰ্য্যনিৰ্ব্বাহকে বাচনি কৰিছিল যদিও প্ৰচাৰ বিমুখ শাস্ত্ৰীদেৱ নিৰ্ব্বাচিত নহল। কিন্তু কোনো দিনে তেওঁ ইয়াৰ বাবে খেদ্ প্ৰকাশ কৰা নাছিল।

দৰং জিলা সাহিত্য পৰিষদৰ সভাপতিৰ পদ অলঙ্কৃত কৰি তেওঁ যি গভীৰ ভাবোদ্দীপক অভিভাষণ প্ৰদান কৰিছিল—সি মূল্যবান দলিল হিচাবে স্বীকৃত হৈ ৰব।

আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰীৰ জন্মৰ আগতে এদিন পিতৃ ৺শ্যামদেৱ শৰ্মাই এটি সপোন দেখিছিল: তেওঁৰ পদূলিত শঙ্খ, ঘণ্টা-বৰ কাঁহৰ ৰজন-জনাই যোৱা ধ্বনিৰে এটি বৃহৎ সমদলৰ মাজৰ পৰা কোনোবাই যেন তেওঁক কৈছে "ঠাকুৰ, আলহী এজন আনিছোঁ। আপোনাৰ ঘৰত কেইদিন মান থাকিব পাৰিবনে?"

শ্যামদেৱে সহাস্য বদনে আলহীক আদৰিলে ; দেখিলে কেঁকুৰী দোলাৰ পৰা নমাই বুঢ়া ব্ৰাহ্মণ জনক চোতালত বৰপীৰা পাৰি বহুৱাই সমদলটি থিতাতে নাইকিয়া হল। দেউৱে সাৰ পালে। ৰাতি-পুৱাল। সন্ধ্যোপসনাৰ অন্তত তেওঁ এজন দৈৱজ্ঞৰ ওচৰত গৈ সপোনৰ আদ্যোপান্ত বিৱৰি কলে। দৈৱজ্ঞই স্বপ্নৰ ফলাফল ভাল বুলি কৈ ব্ৰহ্মভোজন কৰাৰ পৰামৰ্শ দিলে। সেই পৰামৰ্শৰ বিধান তেওঁ তৎকালে পালন কৰিলে। বুজিবলৈ বাকী নাথাকিল যে, স্বপ্নত দেখা পোৱা সেই পণ্ডিত ব্ৰাহ্মণেই—দেউৰ ঘৰত জ্যেষ্ঠ পুত্ৰ ৰূপে জন্ম লৈছে। সংসাৰ আলহী ঘৰত মাত্ৰ ৭৭ বছৰ অতিবাহিত কৰি ১৯৮৮ চনৰ জানুৱাৰী মাহৰ ৪ তাৰিখে তেওঁ ইহলীলা সম্বৰণ কৰে।

আচাৰ্য্য মনোৰঞ্জনৰ জীৱন নাটৰ সামৰণি পৰিল যদিও তেওঁৰ অধ্যয়ন স্পৃহা আৰু একাগ্ৰ সাধনাৰ ফল সাহিত্যিক অৱদানে তেওঁক অমৰত্ব প্ৰদান কৰিলে। ◘

# আচাৰ্য্য শাস্ত্ৰীৰ ব্যক্তিত্ব

অধ্যাপক যতীন্দ্ৰনাথ গোস্বামী

তত্ত্বদৰ্শী ৰাধানাথ ফুকনৰ বিষয়ে লেখা এটা প্ৰবন্ধত আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰীয়ে কৈছে : "অতি নীচ শ্ৰেণীৰ জীৱৰ পক্ষে কামেই একমাত্ৰ পুৰুষাৰ্থ। তাতকৈ উচ্চ শ্ৰেণীৰ জীৱৰ পক্ষে কাম আৰু অৰ্থ এই দ্বিবিধ পুৰুষাৰ্থ। উচ্চতৰ জীৱ মানৱৰ পক্ষে কাম, অৰ্থ আৰু ধৰ্ম এই ত্ৰিবিধ পুৰুষাৰ্থ। আৰু উচ্চতম শ্ৰেণীৰ জীৱ সৰ্বগুণ প্ৰধান মানৱ, দেৱ, ঋষি আদিৰ পক্ষে একমাত্ৰ পুৰুষাৰ্থ মোক্ষ" ( বেদান্ত দৰ্শনৰ ব্যাখ্যাত ৰাধানাথ ফুকন )। এই চাৰি শ্ৰেণীৰ ভিতৰৰ তৃতীয় শ্ৰেণী জীৱৰ জীৱনাশা ( জীয়াই থকা আকাঙ্ক্ষা ) সুদূৰপ্ৰসাৰী। এই শ্ৰেণীৰ জীৱই "মৃত্যুৰ পাছতো চিৰদিন জীয়াই থাকিব খোজে, অধিক দেশত বিচৰণ কৰিব খোজে। গতিকে ইয়াৰ জীৱনৰ আকাঙ্ক্ষা সৰ্বাধিক দিক্‌কাল ব্যাপী।" আচাৰ্য্য শাস্ত্ৰীৰ ওপৰৰ উক্তি তেওঁৰ চিন্তা আৰু চৰ্চ্চাৰ প্ৰকাশক। তেওঁ ওপৰৰ তৃতীয় শ্ৰেণীতকৈ উন্নত জীৱ।

ধ্যান ( চিন্তা ) আৰু কৰ্ম দুয়োৰে যুটীয়া মৰ্য্যাদা আৰু মূল্য আছে। সকলোৰে নহলেও কোনো কোনোৰে কৰ্মতকৈ চিন্তা-জীৱনত অধিক সাৰ্থকতা লাভ কৰে। আকৌ একেজন ব্যক্তিৰ ভিতৰত দুয়োটা থাকিবও পাৰে। তেনে মানুহে চিন্তা কৰে—তত্ত্বজিজ্ঞাসা আৰু জ্ঞান-চৰ্চ্চাও কৰে। সেইদৰে কৰ্মও কৰে। সেই মানুহৰ জীৱনে পূৰ্ণতা লাভ কৰে। শাস্ত্ৰীকো এই শ্ৰেণীৰ অন্তৰ্ভুক্ত কৰিব পাৰি।

আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰীৰ নাম স্মৰণ কৰিলেই ধীৰ, স্থিৰ, সৌম্য আৰু আত্মিক বলেৰে বলীয়ান এজন ধীমান পুৰুষৰ কথা মানসপটত ভাঁহি উঠে। তেওঁক আমি বিভিন্ন সময়ত লগ পাইছিলোঁ। সকলো সময়তে মানসিকভাৱে উচ্চ চিন্তাৰ অধিকাৰী, সদালাপী, প্ৰচাৰবিমুখ আৰু নিষ্ঠাৱান পণ্ডিত গৰাকীৰ ব্যক্তিত্ব ভাব পৰিলক্ষিত হৈছিল।

তেওঁ অতি বিনয়ী। তেওঁ বিদ্বান আৰু শাস্ত্ৰ-বেত্তা হ'লেও তেওঁৰ পাণ্ডিত্যৰ অভিমান নাই। স্মৃতিতীৰ্থ, স্মৃতিৰত্ন, ধৰ্মশাস্ত্ৰাচাৰ্য্য, বেদান্ত শাস্ত্ৰী আৰু বেদান্ত-তীৰ্থ উপাধিয়েই তেওঁৰ গভীৰ সংস্কৃত শাস্ত্ৰ-জ্ঞান আৰু ভাৰতীয় দৰ্শন-জ্ঞানৰ পৰিচায়ক। তেওঁক উত্তৰপ্ৰদেশৰ অযোধ্যাৰ পণ্ডিত সভাই বিদ্যাভূষণ উপাধি প্ৰদানে প্ৰমাণ কৰে যে তেওঁ এজন প্ৰাচ্যতত্ত্ববিদ্। তেওঁ স্মৃতি-শাস্ত্ৰবেত্তাৰূপে সুপ্ৰসিদ্ধ।

তেওঁ প্ৰখৰ বুদ্ধি আৰু মেধাসম্পন্ন ব্যক্তি। তেওঁ নিজ প্ৰতিভাৰ বলেৰে নানা প্ৰতিকূল অৱস্থাৰ মাজেদি প্ৰাচ্য সাহিত্য আৰু দৰ্শনৰ গভীৰ জ্ঞান লাভ কৰাৰ উপৰিও ইংৰাজী, পালি, প্ৰাকৃত, হিন্দী আদি ভাষাও আয়ত্ব কৰে।

তেওঁ প্ৰাচ্যতত্ত্ববিদ্ বুলি ওপৰত উল্লেখ কৰা হৈছে। প্ৰাচীন কামৰূপত সংস্কৃত-চৰ্চ্চা, দৰ্শন-চৰ্চ্চা, জ্যোতিষ-চৰ্চ্চা আদি বিবিধ প্ৰবন্ধ লেখি তেওঁ অসম মাতৃৰ মুখ উজ্জ্বল কৰিছে। তেওঁ মহাদাৰ্শনিক কুমাৰিল ভট্টপাদ আৰু বৌদ্ধ দাৰ্শনিক আচাৰ্য্য ধৰ্মকীৰ্ত্তিক প্ৰাচীন কামৰূপৰ বুলি প্ৰতিপন্ন কৰিছে। ইয়াৰ উপৰি তেওঁ পণ্ডিত নীলাম্বৰাচাৰ্য্য, স্মৃতিনিৱন্ধকাৰ বেদাচাৰ্য্য আৰু মহাত্মা সৰ্বংসৰক প্ৰাচীন অসমৰ বুলি ঠাৱৰ কৰিছে। ইয়াৰপৰাই গৱেষক আৰু তত্ত্বদৰ্শী শাস্ত্ৰীৰ গভীৰ অধ্যয়ন, মনন আৰু বিশ্লেষণৰ আভাস পোৱা যায়। তেওঁ যেন প্ৰাচীন অসমৰ সংস্কৃতিৰ পেটাৰি মুকলি কৰিলে। ইয়াৰ মূলতে হ'ল তেওঁৰ সাহিত্য-সংস্কৃতিৰ প্ৰীতি আৰু দেশ-প্ৰেম।

তেওঁ সভা-সমিতিত বক্তৃতা দিওঁতে স্বীয় মত প্ৰতিপন্ন কৰিবৰ নিমিত্তে সবল যুক্তি দাঙি ধৰে। তাৰদ্বাৰা বিদ্বজ্জনৰ সমাদৰ লাভ কৰে। তেওঁ পৰমত-সহিষ্ণু আছিল।

তেওঁ প্ৰাণৰ অনুষ্ঠান নলবাৰী সংস্কৃত মহাবিদ্যালয়ৰ বিকাশ আৰু উন্নতিৰ হকে যৎপৰোনাস্তি চেষ্টা কৰিছিল। তেওঁ উক্ত কলেজৰ অধ্যক্ষ হৈ থকা কালত অনেক সাচিপতীয়া সংস্কৃত পুথি সংগ্ৰহ কৰে। এই সংৰক্ষণে পণ্ডিতসকলক প্ৰাচীন কামৰূপৰ চিন্তা-চৰ্চ্চাৰ আভাস দিব।

আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰীৰ ব্যক্তিত্বৰ অমায়িকতা, অহংকাৰশূন্য সংস্থিতি, সৰলতা, স্থিত প্ৰজ্ঞতা, জ্ঞান-গম্ভীৰ বচন আৰু প্ৰসন্ন ভাৱ উজ্জ্বল বৈশিষ্ট্য। সংস্কৃত সাহিত্য আৰু ভাৰতীয় দৰ্শনৰ গভীৰজ্ঞানে তেওঁক অনাসক্তভাৱে "সুখে দুঃখে সমে কৃত্বা লাভালাভৌ জয়াজয়ৌ" সংস্থিতি গ্ৰহণ কৰি কৰ্তব্য কৰাৰ প্ৰেৰণা দিয়ে কিয়নো "কৰ্মন্যেৱাধিকাৰস্তেমা ফলেষু কদাচন"। এয়ে হ'ল গীতাৰ মৰ্ম্ম বাণী।

আচাৰ্য্য শাস্ত্ৰীৰ নিচিনা নিৰহংকাৰী, নিৰ্মোহ, কৰ্মপ্ৰাণ আৰু নিষ্ণাত পণ্ডিত বৰ কমেইহে ওপজে। তেওঁ যেন পৰম জ্ঞান লভি অনন্তত লীন হ'ল। তলৰ গীতাৰ উক্তিৰেই ক'ব পাৰি:

"শ্ৰদ্ধাবান্ লভতে জ্ঞানং তৎপৰঃ সংযতেন্দ্ৰিয়ঃ।
জ্ঞানং লব্ধ্বা পৰাং শান্তিমচিৰেণাধিগচ্ছতি॥"

গীতা ৪/৩৯

# আচাৰ্য্য শাস্ত্ৰীৰ ব্যক্তিত্ব

অধ্যক্ষ উমাকান্ত শৰ্মা

যিসকললোক পৰম্পৰাগত শিক্ষাৰ মাধ্যমত পাণ্ডিত্য আৰু ব্যক্তিত্বৰ জৰিয়তে বৰ্তমান সময়ত দেশত স্বীকৃতি লাভ কৰিছে সেই সকলৰ ভিতৰত আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰীক দ্বিতীয় স্থান দিব লাগিব। মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্য্য প্ৰথম স্থানৰ অধিকাৰী বুলি কব লাগিব। গভীৰ পাণ্ডিত্য, তীক্ষ্ণ মেধা শক্তি, অদম্য জ্ঞানস্পৃহা, অনুসন্ধিৎসা আদি গুণে আচাৰ্য্য শাস্ত্ৰীক এক উচ্চ আদৰ্শ সম্পন্ন ব্যক্তিত্বৰ অধিকাৰী কৰিছে।

এই পৰাকী পণ্ডিতে দৰং জিলাৰ ভেকেৰা নামৰ এখন গাঁৱত এটা দুখীয়া পৰিয়ালত জন্ম গ্ৰহণ কৰিছিল। যদিও সেই সময়ত ইংৰাজী শিক্ষাৰ প্ৰচলন হৈছিল আৰু নৈষ্ঠিক বামুণৰ লৰায়ো এই শিক্ষা লাভৰ বাবে আগুৱাই আহিছিল তথাপি শাস্ত্ৰীৰ ক্ষেত্ৰত দাৰিদ্ৰ্যই হেঙাৰ স্বৰূপ হৈছিল: "দাৰিদ্ৰদোষো গুণৰাশিনাশী"। কথাষাৰ বহু পৰিমাণে সঁচা হলেও কবি নজৰুলে কোৱাৰ দৰে "হে দৰিদ্ৰ তুমি মোৰে কৰেছ মহান" কথাষাৰো তাৎপৰ্য্যপূৰ্ণ। এজন উচ্চাকাংক্ষী, আদৰ্শবাদী লোকৰ কাৰণে এই বাধাই মনৰ দৃঢ়তাহে আনে আৰু ঈপ্সিত আদৰ্শ লাভৰ বাবে উদগনিহে যোগায়। আনহাতে সংঘাতৰ মাজেদিহে মানুহৰ ব্যক্তিত্ব প্ৰকাশ পায়। শাস্ত্ৰীৰ ক্ষেত্ৰত এইদৰেই হৈছিল যেন লাগে।

পৰম্পৰাগত শিক্ষা তেওঁ কেবাগৰাকীও বিদগ্ধ পণ্ডিতৰ তলত লাভ কৰিছিল। এই সকলৰ ভিতৰত শিৱনাথ বৃজবৰুৱা আৰু ড° মহামহোপাধ্যায়, যোগেন্দ্ৰ নাথ বাগ্‌চিৰ নাম উল্লেখ কৰিব পাৰি। সেইদৰে যিসকল বৰেণ্য ব্যক্তিৰ সান্নিধ্যলৈ তেখেত পৰৱৰ্তী কালত আহিছিল সেই সকলৰ ভিতৰত ড° সূৰ্য্যকুমাৰ ভূঞা, প্ৰাচ্যবিদপণ্ডিত কৃষ্ণকান্ত সন্দিকৈ, ড° বিৰিঞ্চি কুমাৰ বৰুৱা, ৰাধানাথ ফুকন, লক্ষ্মীনাৰায়ণ চট্টোপাধ্যায়, ড° ৰাজেন্দ্ৰ হাজৰা, ড° পি. ভি. কানে, ড° বাণীকান্ত কাকতি, ড° ভি. ৰাঘৱন, ড° গোপীনাথ শাস্ত্ৰী, ড° পট্টাভিৰাম শাস্ত্ৰী আদি বিশ্ববিশ্ৰুত পণ্ডিতসকল আছিল।

সমানে সমানক আকৰ্ষণ কৰে—এইষাৰ কথাৰ সত্যতা শাস্ত্ৰীদেৱৰ জীৱনত দেখা যায়। তেখেতৰ উচ্চ ব্যক্তিত্বই পোনতে আকৰ্ষণ কৰিছিল দৰ্শনাচাৰ্য্য

ৰাধানাথ ফুকন, পণ্ডিতপ্ৰৱৰ তীৰ্থনাথ শৰ্মা, পণ্ডিতপ্ৰৱৰ ড° মুকুন্দ মাধৱ শৰ্মা আদি লোকক।

প্ৰাচীন পণ্ডিত আৰু ঋষিসকলৰ চৰিত্ৰ বিশ্লেষণ কৰিলে কেইটামান মহৎ গুণৰ সমাৱেশ দেখা যায়। সেই কেইটাৰ ভিতৰত (১) সত্য নিষ্ঠা আৰু সত্য প্ৰকাশৰ সাহস, (২) অনুসন্ধিৎসা। প্ৰথমটোৰ ফলশ্ৰুতি হিচাপে নিৰ্ভীকতা আৰু কোনো লোকৰ ওচৰতে সেও নমনা ক্ষমতা আছে আৰু দ্বিতীয়টোৰ পৰা অধ্যয়ন আৰু অধ্যাপনা আৰু অধ্যাপনাৰ ক্ষেত্ৰত সমদৃষ্টি আছে। এই গুণবোৰে এই ঋষিসকলক অতি উচ্চ ব্যক্তিত্বৰ অধিকাৰী কৰিছিল। শাস্ত্ৰীৰ ক্ষেত্ৰত এই গুণবোৰ কিছু পৰিমাণে দেখা যায়।

তেখেতৰ চাৰিত্ৰিক আৰু ব্যক্তিত্বৰ বৈশিষ্ট্য তেখেতৰ লিখা "অসমত বৈষ্ণৱ দৰ্শনৰ ৰূপৰেখা" নামৰ গ্ৰন্থখন আৰু এই গ্ৰন্থ প্ৰকাশৰ পিছত সৃষ্টি হোৱা পৰিস্থিতিৰ মাজেৰে প্ৰকাশ পাইছে। "অসমত বৈষ্ণৱ ধৰ্ম"ৰ বিষয়ে তেখেতে প্ৰথমতে নলবাৰী সাহিত্য সভাত এটা বক্তৃতা দিয়ে। পিছত তেখেতে এই বিষয়টোৰ ওপৰতে প্ৰামাণ্যতথ্য আৰু যুক্তিৰ ওপৰত ভিত্তি কৰি এই গ্ৰন্থখন লিখে। কিতাপখন প্ৰকাশ হোৱাৰ পিছত এচাম লোকে ইয়াৰ বিৰোধিতা কৰে। বহু ঠাইত সভা-সমিতি পাতি লিখকক গৰিহণা দিয়ে, তেওঁৰ মূৰ্ত্তি দাহ কৰা হয়। আনকি তেখেতক ভীতি প্ৰদৰ্শনো কৰা হয়। শাস্ত্ৰীয়ে নিৰ্ভীক-ভাৱে ইয়াৰ সন্মুখীন হয়। আন কি এই বিষয়টো আদালতলৈকো যায়। আদালতে শাস্ত্ৰীৰ অনুকূলে মত দিয়াৰ পিছত অৱশ্যে এই চাম লোকৰ মুখ বন্ধ হয়। এই গোটেই ঘটনাটোৱে শাস্ত্ৰীৰ নিৰ্ভীক ব্যক্তিত্বৰ পৰিচয় দিয়ে।

আচাৰ্য্য শাস্ত্ৰীয়ে কেবাখনো তত্ত্বগধুৰ গ্ৰন্থ অসমীয়া আৰু সংস্কৃত ভাষাত ৰচনা কৰিছিল। এইবোৰৰ ভিতৰত "কুমাৰিল ভট্টপাদ আৰু আচাৰ্য্য ধৰ্মকীৰ্ত্তি" নামৰ গ্ৰন্থখন বিশেষভাৱে উল্লেখযোগ্য। এই দুগৰাকী ব্যক্তিক ভাৰতৰ বিভিন্ন অঞ্চলে দাবী কৰে। আচাৰ্য্যই এই দুয়োগৰাকী লোক যে অসম তথা প্ৰাচীন কামৰূপত জন্মিছিল সেই মত দৃঢ়ভাৱে যুক্তিৰদ্বাৰাই প্ৰতিপন্ন কৰিবলৈ চেষ্টা কৰিছে। (মই মোৰ "আদি শংকৰাচাৰ্য্য" নামৰ কিতাপত সেই কথাকে প্ৰমাণ কৰিবলৈ চেষ্টা কৰিছো। পণ্ডিতপ্ৰৱৰ নাৰায়ণ মিশ্ৰয়ো এই মত পোষণ কৰিছিল।)

শাস্ত্ৰীদেৱে কোনো ইংৰাজী শিক্ষাৰ ব্যৱস্থা থকা স্কুলত শিক্ষা লাভ কৰা নাছিল। নিজৰ পুৰুষাৰ্থৰ বলতে তেওঁ ইংৰাজী ভাষাৰ জ্ঞান আহৰণ কৰিছিল।

ডেখেতে বিভিন্ন গৱেষণামূলক আলোচনী আৰু স্মৃতি গ্ৰন্থত যিবোৰ ইংৰাজী প্ৰবন্ধ লিখিছিল সেইবোৰ একত্ৰিত কৰি উলিয়ালে এখন মূল্যবান গ্ৰন্থ যে হ'ব তাত কোনো সন্দেহ নাই। মৃত্যুৰ আগতে কেবাটাও অনুষ্ঠানে ডেখেতলৈ সন্মানসূচক উপাধি আগবঢ়াইছিল। সেইদৰে ডেখেতে ৰাষ্ট্ৰপতিৰ "সন্মান পত্ৰ" লাভ কৰিছিল আৰু "সাহিত্যিক পেঞ্চন" পাইছিল। এই গৰাকী বৰেণ্য পণ্ডিতৰ আদৰ্শই উঠি অহা লোকসকলক অনুপ্ৰাণিত কৰিব বুলি আশা কৰিছোঁ। □

# আচাৰ্য্য শাস্ত্ৰী-মানুহজন

**অধ্যাপক জীৱন চন্দ্ৰ শৰ্মা**

কিছুমান মানুহৰ তেওঁৰ নাম আৰু উপাধি বা পদবীৰে সৈতে এনে ভাবে সম্পৰ্ক ঘটে যিটোক বিচ্ছিন্ন কৰিলে নামটোৰ মোহনীয় উচ্ছ্বাসটিয়েই নাইকিয়া হৈ পৰে। আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰীও তেনেকুৱা এজন মানুহ যি জনৰ নামৰ আগত আচাৰ্য্য আৰু পিছত শাস্ত্ৰী উপাধিটো উচ্চাৰণ নকৰিলে বা নিলিখিলে মানুহজনেই লোক সমাজত অচিনাকি হৈ পৰে। ইয়াৰ কাৰণটো হ'ল, তেওঁ লাভ কৰা উপাধিৰ দ্বাৰা যি জ্ঞান সূচিত হয়, সেই জ্ঞানৰ তেওঁ সম্পূৰ্ণ অধিকাৰী আছিল, তাৰ উপৰিও সেই জ্ঞান লোক সমাজত বিলাব পৰা ক্ষমতাও তেওঁৰ অসাধাৰণ আছিল। তেওঁ আগছোৱা কালত 'আচাৰ্য্য' উপাধিটো লিখা নাছিল, পিছতহে লিখিছিল। তেওঁৰ পৰ' জনামতে তেওঁৰ গাত বেদাধ্যাপকৰ সকলো গুণ দেখি তেওঁৰ গুৰুৱে হেনো এই উপাধিটো লিখিবলৈ নিৰ্দেশ দিছিল আৰু সেই নিৰ্দেশ মানিহে তেওঁ সেই উপাধিটো লিখিছিল। আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰী এই পণ্ডিত গৰাকী এতিয়া শৰীৰী হৈ আমাৰ মাজত নাই যদিও, তেওঁৰ উপাধিৰে সৈতে নামটো আমাৰ মাজত বহু দিনলৈ থাকিব।

শাস্ত্ৰীদেৱ আশৈশৱ সংস্কৃত ভাষা সাহিত্যৰ সাধক আছিল আৰু এই সাধনাৰ স্বাক্ষৰ বহন কৰিছিল পোন প্ৰথম তেওঁ বিভিন্ন পৰীক্ষাত দেখুওৱা ফলাফল বোৰে। তেওঁ সম্ভৱ ১৯৩৪ চনৰ পৰা ১৯৪১ চনলৈকে কলিকতা গৱৰ্ণমেণ্ট সংস্কৃত কলেজত ছাত্ৰ হিচাপে আছিল। এই সময় ছোৱাত তেওঁ এটাৰ পিছত এটাকৈ চাৰিটা বিষয়ত উপাধি পৰীক্ষা দি প্ৰত্যেকটোতে প্ৰথম শ্ৰেণীত উত্তীৰ্ণ হৈ স্বৰ্ণ পদক লাভ কৰিবলৈ সক্ষম হৈছিল। পিছে, শাস্ত্ৰীৰ প্ৰতিভা ওপৰত উল্লেখ কৰা তেওঁৰ বহুমূলীয়া ৰচনা সমূহ আৰু বিভিন্ন পৰীক্ষাত দেখুওৱা কৃতকাৰ্য্যই প্ৰমাণ কৰিলেও, তেওঁৰ প্ৰতিভাৰ আটাইতকৈ চমৎকৃত দিশটো আছিল এইখিনিত যে—শাস্ত্ৰীয়ে সংস্কৃতৰ বাহিৰে আন কোনো আনুষ্ঠানিক শিক্ষা লাভ কৰা নাছিল। তেওঁৰ মুখৰ পৰা শুনা মতে তেওঁ প্ৰথমে তেওঁৰ জন্ম স্থান ভেকৰাৰ পৰা ২ কিলোমান আঁতৰত থকা দগীয়াপাৰা প্ৰাথমিক বিদ্যালয়ত নাম লগাইছিল। কিন্তু, অহা-যোৱা কৰোতে লগ নোহোৱা গতিকে বিশেষতঃ কিছুদিন পিছতে মাতৃ ভোগেশ্বৰী দেবীৰ বিয়োগ ঘটাত তেওঁ পঢ়িব

এখিৰ লগাত পৰিছিল। ঘৰতে পিতৃ ৺শ্যাম দেউৰ ওচৰত কিছুদিন পঢ়া-শুনা কৰাৰ পিছত পিতৃৰ উপদেশ ক্ৰমে তেওঁ গোপেৰাৰ (সৰাবাৰীৰ) ৺নাৰায়ণ দেউৰ ওচৰত সংস্কৃত পঢ়িবলৈ গৈছিল। ইয়াৰ পিছৰ পৰাই তেওঁ বিভিন্ন স্থানলৈ গৈ কেৱল সংস্কৃত পঢ়াতে আত্মনিয়োগ কৰিছিল; গতিকে তেওঁৰ আধুনিক আনুষ্ঠানিক শিক্ষা একেবাৰে নাছিল বুলিয়েই কব পাৰি। পাণ্ডিত্যৰ পৰম্পৰা নথকা এখন ঘৰত জন্ম গ্ৰহণ কৰি শিক্ষাৰ পৰিবেশ নথকা অঞ্চল এটাত ডাঙৰ দীঘল হৈ কেৱল সংস্কৃত শিক্ষাৰ যোগেদি এজন সৰ্বভাৰতীয় খ্যাতি সম্পন্ন পণ্ডিত ৰূপে স্বীকৃত হোৱাটো শাস্ত্ৰীৰ অসাধাৰণ প্ৰতিভাৰ এক জ্বলন্ত নিদৰ্শন। তেওঁ নিজ চেষ্টাতে ইংৰাজী ভাষা শিকি সেই ভাষাত নিবন্ধ ৰচনা কৰিছিল। হিন্দী পালি-প্ৰাকৃত ভাষাতো তেওঁৰ ভাল ব্যুৎপত্তি আছিল। আনকি জীৱনৰ শেষ কাল হোৱাত চীনা ভাষা শিকাৰো চেষ্টা কৰিছিল। চীনা ভাষা শিকাটো মই এদিন ঘটনা ক্ৰমেহে গম পাওঁ। মৃত্যুৰ দুবছৰ মান আগৰ কথা। শাস্ত্ৰী তেওঁৰ মঙ্গলদৈত থকা কনিষ্ঠ পুত্ৰ ডাক্তৰ নিখিল ৰঞ্জন শৰ্মাৰ ঘৰত আছিলহি। তেতিয়া তেওঁৰ অসুখ ডায়েবেটিছ আৰু কিবাকিবি। তেওঁক চিকিৎসকে জিৰণি লবলৈ আৰু খোৱা-লোৱাত সাৱধানে থাকিবলৈ পৰামৰ্শ দিছিল; সেইবাবেই দুয়োটাৰে সুবিধা হব বুলি ডাক্তৰ পুতেকৰ ঘৰত আছিলহি। তেওঁ অহা গম পাই মই এদিন দুপৰীয়া খবৰ লবলৈ গলোঁ। ঘৰ সোমাই গৈ দেখিলোঁ তেওঁ এক নিবিষ্ট চিত্তে কিতাপ এখন আগত ৰাখি কিবা লিখি আছিল। আখৰ বোৰ দেখি বুজা গ'ল কিতাপখন চীনা ভাষাৰ। মই তেওঁক চীনা ভাষা জানে নেকি বুলি সোধাত তেওঁ কলে : 'শিকিবলৈ চেষ্টা কৰিছোঁ মূল ভাষাটো নাজানিলে অনুবাদৰ ওপৰত নিৰ্ভৰ কৰিব নোৱাৰি। তেওঁ 'বুদ্ধ দেৱ' গ্ৰন্থখন লিখাৰ সময়ত চীনা ভাষাৰ জ্ঞান নথকাৰ বাবে হেনো অসুবিধাত পৰিছিল। মই তেওঁৰ জ্ঞানৰ স্পৃহা দেখি তভক মানিলোঁ। তেতিয়া তেওঁৰ বয়স প্ৰায় পয়সত্তৰ বছৰ। ইয়াৰ পিছত বোৱাৰীয়েকে চাহ-মিঠাই তেওঁকো দিলে, মোকো দিলে। মই তেওঁক 'মিঠাই খাব নালাগিছিল নেকি' বুলি কওতে, তেওঁ কলে : "অলপকৈ খাওঁ নহলে চাহখিনি খাই ভাল নালাগে।' মই তেওঁৰ মিঠাইৰ লোভৰ কথা আগতে জানো, সেইকাৰণে আৰু একো নকলোঁ।

মই শাস্ত্ৰী দেৱক সৰুৰে পৰা জানো যদিও, একেবাৰে সান্নিধ্যলৈ আহিছিলোঁ ১৯৫৬ চনত। মই সেই বছৰ মেট্ৰিক পাছ কৰি নলবাৰী সংস্কৃত কলেজত পঢ়াৰ উদ্দেশ্যে তেওঁৰ তালৈ গৈছিলোঁ। সম্ভৱ তেতিয়া শাওণ কি ভাদ মাহ। প্ৰচণ্ড

গৰম। দিনৰ প্ৰায় ১২ মান বজাত তেওঁৰ ঘৰ পাইছিলোঁ। কলেজৰ দক্ষিণ পূব চুকত এটা সৰু খেৰী ঘৰ। কোঠা দুটা, এটাত তেওঁৰ দহ জনীয়া পৰিয়ালটো আছিল আৰু আনটো কোঠাত (যিটো দীঘলে ১২ ফুট আৰু পুতলে ১০ ফুট মানৰ বেছি নাছিল) কিতাপ থোৱা আলমাৰী এটা, সৰু টেবুল এখন, একজনীয়া খাট এখন আৰু দুখননে তিনিখন কাঠৰ হাত নোহোৱা চকী পাৰি থোৱা আছিল। তেওঁ ভাবে চকী এখনত বহি শুদা গাৰে এখন হাতত হোকা আৰু আনখন হাতত কিতাপ এখন লৈ পঢ়ি আছিল। মই সেৱা জনাই ভিতৰ সোমালোঁ। তেওঁ সাধাৰণ ভাবে ঘৰৰ খবৰ-বতৰা ললে, মোৰ অহাৰ উদ্দেশ্যৰ কথা সুধিলে। মই সকলোখিনি কথাৰ চমুকৈ উত্তৰ দিলোঁ। সংস্কৃত পঢ়িবলৈ অহা বুলি কোৱাত, তেওঁ কিছুসময় নমতাকৈ থাকি কলে: "তোমাক মই গুৱাহাটীত অভাবচিয়াবিং পঢ়াৰ সুবিধা কৰি দিওঁ, তাকে পঢ়া নাইবা নলবাৰী (আৰ্ট'চ) কলেজত নাম লগোৱা, মোৰ ইয়াতে থাকিবা; খাবা।" তেওঁ এই প্ৰসংগতে সংস্কৃত পঢ়ি কি এক অৰ্থ সংকটৰ সমুখীন হৈছে তাৰ এটা আভাস দিলে। তেওঁ তেতিয়া সংস্কৃত কলেজৰ অধ্যক্ষ যদিও, দৰমহা পয়সত্তৰ কি আশী টকাহে পাইছিল। দুপৰীয়া ভাত-পানী খাই আমি সকলোৱে জিৰণি ললোঁ; কিন্তু তেওঁ হাতত হোকাটো লৈ কলেজ লাইব্ৰেৰী পালেগৈ। তাত তেওঁ আবেলি পাঁচমান বজালৈ আছিল। পাঁচমান বজাত ঘৰালৈ আহি চাহ-জলপান খাই এইবাৰ মোকলৈ পুনৰ লাইব্ৰেৰীলৈ গ'ল। লাইব্ৰেৰীলৈ বৰ বেছি ডাঙৰ নহয়, কিন্তু মূল্যবান প্ৰাচীন গ্ৰন্থ অনেক আছে। তাৰ ভিতৰত কামৰূপ সঞ্জীৱনী সভাৰ দ্বাৰা সংগৃহীত সাঁচিপতীয়া পুথিখিনি বিশেষ ভাবে উল্লেখ যোগ্য। তেওঁ কিতাপবোৰ দেখুৱালে। কিতাপ কিছুমান আলমাৰীৰ ভিতৰত আছে আৰু কিছুমান বাহিৰত আছে। তেওঁ কোৱা মতে কিতাপ থোৱা আলমাৰীৰ অভাব। সংগৃহীত গ্ৰন্থবোৰৰ ওপৰত একোখনকৈ তালিকা লগোৱা আছে। তাত গ্ৰন্থখনৰ নাম, সংগ্ৰাহকৰ নাম, কাৰ পৰা সংগ্ৰহ কৰিলে তেওঁৰ নাম, মুঠ পাতৰ সংখ্যা আদি সাধাৰণ চিনাকিখিনি লিখা আছে। তেওঁৰ পৰা জানিলোঁ তেওঁ এই গ্ৰন্থ সমূহৰ এখন বৰ্ণনাত্মক তালিকা (descriptive catalogue) প্ৰস্তুত কৰিবলৈ চেষ্টা কৰি আছে। সন্ধ্যা লগাত আমি ঘৰালৈ আহিলোঁ; তেওঁ পা ধুই গোঁসাই ঘৰত সোমাল। গোঁসাই ঘৰৰ কাম শেষ কৰি এই বাৰ তেওঁ হাতত লেম্পটো লৈ পুনৰ লাইব্ৰেৰীলৈ ওলাল (তেতিয়া তাত বিজুলী বাতি নাছিল)। তেওঁ নিশা দহমান বজালৈ তাতে আছিল। তেওঁৰ

সহধৰ্মিনী ( মোৰ মাহী ) শ্ৰীযুক্তা হেমেশ্বৰী দেৱীৰ পৰা জানিব পাৰিলোঁ, তেওঁ হেনো দৈনিক এনে ভাবেই কটায়—যদি ক'তো সভা-সমিতি'য় যাব নালাগে। এই অধ্যয়ন ৰত পণ্ডিত গৰাকীয়েনো দৈনিক কিমান ঘণ্টাকৈ পঢ়ে আৰু এই প্ৰেৰণা ক'ৰ পৰা পালে জানিবলৈ কৌতূহল জন্মিল। তেওঁক সোধাত ক'লে, আধ বয়সত তেওঁ পোন্ধৰ-ষোল ঘণ্টাকৈ পঢ়িছিল ; এতিয়া আঠ-ন ঘণ্টাৰ কম নহয়। তেওঁ এই প্ৰেৰণা ক'ৰ পৰা পালে বুলি সোধাত ক'লে,—"কলিকতাত পঢ়ি থকা অৱস্থাত কেইবা গৰাকী খ্যাতনামা পণ্ডিতৰ সংস্পৰ্শলৈ আহোঁ ; তেওঁলোকৰ পৰাই অনুপ্ৰেৰণা পাওঁ। শ্ৰীহট্ট গৱৰ্ণমেণ্ট কলেজত ধৰ্মশাস্ত্ৰৰ অধ্যাপক নিযুক্ত হৈ থকা কালতো বহু কেইজন পণ্ডিতক লগ পাওঁ। তেওঁলোকেও মোক বহুখিনি প্ৰেৰণা যোগায়।"

তেওঁৰ প্ৰতিভাক বিকশিত কৰাত তেওঁৰ পত্নীৰ অৱিহনাও পিচে কম নাছিল। অতিথি-আলহী, গৰু-ছাগলীৰে সৈতে ভৰপূৰ গৃহস্থী এখনৰ সকলো জোট জেণ্ডা তেৱেঁই মাৰিছিল ; পৰাপক্ষত শাস্ত্ৰীক ইয়াৰ মাজলৈ আনিবলৈ চেষ্টা কৰা নাছিল। নিজে শিক্ষিতা নাছিল যদিও প্ৰত্যেকটো ল'ৰা-ছোৱালীকে উপযুক্ত কৰি তোলাত শাস্ত্ৰীতকৈ তেওঁৰ বৰঙণি অধিক আছিল যেন লাগিছিল।

শাস্ত্ৰীৰ প্ৰতিভা সংস্কৃত আৰু অসমীয়া ভাষা-সাহিত্যতে সীমাবদ্ধ নাছিল। তেওঁ অসমীয়া লোক বিদ্যা বিশেষকৈ দৰঙী কলা-কৃষ্টিৰ এগৰাকী নীৰৱ সাধক আছিল। দৰঙত প্ৰচলিত ব্যাস আৰু সুকনান্নী ওজাৰ পদ তেওঁৰ প্ৰায়বোৰেই মুখস্থ আছিল আৰু সেইবোৰৰ সুৰ-তাল-লয়ৰ কোনো বিভ্ৰাট নঘটোৱাকৈ গাব পাৰিছিল। দৰঙৰ ধেপা ঢুলীয়া, বৰ ঢুলীয়া, নাগেৰা নামুৰৈৰ চেও-চাপৰি-বাদ্য আদি তেওঁ সূক্ষ্মভাবে অধ্যয়ন কৰিছিল আৰু এইবোৰৰ ওপৰত ইংৰাজী আৰু অসমীয়াত প্ৰবন্ধ লিখিছিল।

শাস্ত্ৰী মানুহজন খোলা মনৰ আৰু কপটহীন আছিল। যিটো জানিছিল, ঢাকবেৰ নোহোৱাকৈ প্ৰকাশ কৰিছিল। ইয়াৰ বাবে তেওঁ কেতিয়াবা বিপদতো পৰিছিল। 'অসমৰ বৈষ্ণৱ দৰ্শনৰ ৰূপৰেখা' প্ৰকাশৰ সময়ত তেওঁৰ বিৰুদ্ধে তোলা অভিযোগবোৰৰ কথা আমাৰ শিক্ষিত চামে প্ৰায়ে জানে। মই সেই সময়তে এবাৰ তেওঁৰ ঘৰলৈ গৈছিলোঁ। তেওঁ মোৰ আগত ঘটনাৰ বাবে দুখ প্ৰকাশ কৰি কৈছিল, "চোৱা, মই তাত মোৰ নিজামত একো দাঙি ধৰা নাই। মহাপুৰুষীয়া ধৰ্মৰ যিটো পৰম্পৰা, মহাপুৰুষ শঙ্কৰদেৱৰ যিবোৰ

বাণী, সেই সময়ৰ পাৰিপাৰ্শ্বিক অৱস্থা বা ঘটনাই যিবোৰ সাক্ষ্য দিয়ে, মইয়ো তাকেহে কৈছোঁ। মই মহাপুৰুষ গৰাকী বা তেওঁৰ প্ৰৱৰ্ত্তিত ধৰ্মৰ প্ৰতি ঈৰ্ষান্বিত হৈ কোনো কথা কব খোজা নাই।" তেওঁ কথাখিনি ইমান আবেগ পূৰ্ণ সুৰত কৈছিল যে, মই তেওঁৰ সৰল আৰু অকাৰ্পণ্য মনোভাৱ ভালকৈ ধৰিব পাৰিছিলোঁ।

শাস্ত্ৰীদেৱে যোগ দিয়া দুই-চাৰিখন সভা-সমিতিলৈ আমি গৈছিলোঁ। তেওঁৰ বক্তৃতা যেনে ৰসাল, তেনে সাৰুৱা আৰু পক্ষপাতহীন আছিল। সভা আনুষ্ঠানিক ভাবে আৰম্ভ হোৱাৰ আগতে সাধাৰণতে তেওঁ উপস্থিত হৈছিল। কিন্তু সেই সময়ছোৱা তেওঁ এনেই বহি নকটাইছিল। বিভিন্ন জনে বিভিন্ন বিষয়ৰ সাধাৰণতে ধৰ্মীয়, সাংস্কৃতিক নাইবা সাহিত্য-কলা সম্পৰ্কীয় বিষয়ে লৈ সোধা প্ৰশ্নবোৰৰ তেওঁ উত্তৰ দিছিল। কাশ্মীৰৰ পৰা কুমাৰীকালৈকে বিভিন্ন স্থানলৈ আমন্ত্ৰিত হৈ যোগ দিয়া সভা-সমিতি-আলোচনা চক্ৰ আদিত লাভ কৰা অভিজ্ঞতাৰ কথা কৈছিল। তেওঁ কোনো কথাতে গোড়া নাছিল আৰু গোড়ামি ভাল নাপাইছিল। ই তেওঁৰ কথা-বতৰাতেই যে প্ৰকাশ কৰিছিল এনে নহয়, ব্যৱহাৰিক জীৱনতো ইয়াক দেখুৱাইছিল।

শাস্ত্ৰী মানুহজনৰ পাণ্ডিত্যৰ লগতে অন্তৰখন নিকা আছিল বাবে তেওঁৰ অসমৰ ভিতৰত আৰু বাহিৰতো বহুত বন্ধু আছিল। তেওঁ এটা কথা প্ৰায়ে কৈছিল, তেওঁৰ জীৱনত হেনো ধনৰহে অভাৱ আছিল, বন্ধুৰ অভাৱ নাছিল, তেওঁৰ বন্ধু সকলৰ ভিতৰত *History of Dharma Sastra* ৰ ৰচক ড° পি ভি কানে, মাদ্ৰাজ বিশ্ববিদ্যালয়ৰ প্ৰাধ্যাপক ড° ভি, ৰাঘৱন, কলিকতা গৱৰ্ণমেণ্ট সংস্কৃত কলেজৰ প্ৰাধ্যাপক ড° আৰ. চি. হাজৰা বিশেষ ভাবে উল্লেখযোগ্য। ড° ৰাঘৱনে শাস্ত্ৰীৰ পণ্ডিত্য আৰু তেওঁৰ সহায়ৰ প্ৰশংসা কৰি লিখিছিল, : "Sri Pandit Manornjan Sastri, Principal Sanskrit College, Nalbari, Assam, has been known to me since I first met him during the tours of the Sanskrit Commission. I had corresponded with him, about Sanskrit manuscripts in his place and had from time to time recieved from him specimens of his Sanskrit writings, some of which I had Published in the Pages of the 'Sanskrit Pratibha' (Foreword ; Patakamnaya)

ড° হাজৰাই (Dr. RC. Hazra) শাস্ত্ৰীৰ 'পতাকা প্ৰকাশ' নামৰ গ্ৰন্থ খনৰ Foreword টো লিখি শাস্ত্ৰীক "Veteran and widely read Scholar" বুলি প্ৰশংসা কৰিছিল। অসমৰ পণ্ডিত বন্ধুসকলৰ ভিতৰত পণ্ডিত প্ৰৱৰ কৃষ্ণকান্ত সন্দিকৈ, বিহগী কবি ৰঘুনাথ চৌধাৰী, দাৰ্শনিক ৰাধানাথ ফুকন, প্ৰত্নতাত্ত্বিক ৰাজমোহন নাথ, অসমীয়া ভাষা আৰু সংস্কৃতিৰ গৱেষক ড° বিৰিঞ্চি কুমাৰ বৰুৱা, পণ্ডিত তীৰ্থনাথ শৰ্মা, গুৱাহাটী বিশ্ববিদ্যালয়ৰ ৰবীন্দ্ৰ অধ্যাপক ড° সত্যেন্দ্ৰ নাথ শৰ্মা বিশেষভাবে উল্লেখযোগ্য আছিল। দাৰ্শনিক ৰাধানাথ ফুকনৰ পৰা তেওঁ হেনো অৰ্থ সাহাযাও পাইছিল। তেওঁক শ্ৰীহট্টলৈ অধ্যাপক কৰি নিয়াৰ গুৰিত হেনো ৺ৰাজমোহন নাথ আছিল। ড° বিৰিঞ্চি কুমাৰ বৰুৱাই তেওঁৰ *সাহিত্য দৰ্শনৰ* আগকথা খিনি লিখি, এইখন বিশ্ববিদ্যালয়ৰ অসমীয়াৰ পাঠ্য-ক্ৰমত অন্তৰ্ভুক্ত কৰাত সহায় কৰিছিল। পণ্ডিত তীৰ্থনাথ শৰ্মাই তেওঁৰ *সাহিত্য বিদ্যা পৰিক্ৰমা* নামৰ গ্ৰন্থ খনি শাস্ত্ৰীৰ কৰকমলত অৰ্পণ কৰি তেওঁলোকৰ মাজত গঢ়ি উঠা বন্ধুত্বক যুগমীয়া কৰিছিল। শাস্ত্ৰীৰ এটা মহৎ গুণ আছিল এয়ে যে, তেওঁ সকলোতে এটা সমতা ৰাখি চলিব জানিছিল; এধৈয়া স্বভাব তেওঁৰ নাছিল। সেইকাৰণেই তেওঁৰ বন্ধু-বান্ধৱৰ অভাৱ নাছিল।

শাস্ত্ৰী মানুহজন লোভী নাছিল; অৱশ্যে কিছুমান বস্তুৰ প্ৰতি তেওঁৰ নিচা আছিল। মিঠাইৰ প্ৰতি থকা দুৰ্বলতাৰ কথা আগতে কৈছোঁৱেই। আগছোৱা কালত তেওঁ ছিলিম নুজুকৰাকৈ ধপাত খাইছিল। কিন্তু এবাৰ স্বৰভঙ্গ হোৱাত ডাক্তৰে তেওঁক ধপাত খাবলৈ মানা কৰিছিল। তেতিয়াৰ পৰা কিছুদিন মিক্সাৰ খোৱা ক'ৰছিল। মিক্সাৰ খোৱাৰ নমুনাও সেই একেটাই। স্বৰভঙ্গ তেওঁৰ পুনৰ হৈছিল। সেয়ে এইবাৰ মিক্সাৰ বাদ দি তামোলত ধৰিছিল। তামুলীও তেওঁ লেখৰেই হৈ উঠিছিল। মৃত্যুৰ কিছুদিন আগৰ পৰাই তেওঁ তেওঁৰ জ্যেষ্ঠ পুত্ৰ ড° নলিনীৰঞ্জন শৰ্মাৰ গুৱাহাটী বিশ্ববিদ্যালয়ৰ চৌহদত থকা বাস গৃহত আছিলগৈ। আমি এদিনগৈ তেওঁক তাতে দেখা কৰিলোঁ। তেওঁ বিচনাত বহি তামোল খাই আছিল। মৃত্যু সন্নিহিত বুলি তেওঁ তেতিয়াও জনা নাছিল। তেওঁ মোক কলে, "ডাক্তৰে মোক বৰ চোকা চোকা ঔষধ দিছে; সেয়ে দুৰ্বল কৰিছে। শৌচ হোৱা নাই, শৌচটো ঠিক হলেই ভাল হম।" ড° শৰ্মাৰ পৰিবাৰৰ পৰা জানিব পাৰিলোঁ যে তেওঁৰ আমনি একো নাই। মাত্ৰ ৰাতি বেছি সময় বহি কটায়, তেতিয়া তামোলৰ যোগান ধৰি থাকিব লাগে। ইয়াৰ বাবেই মানুহ এজন উজাগৰে থাকিব লগা হয়।

মই শাস্ত্ৰীক পিছৰ তেৰ কুৰি মান বছৰ ঘনিষ্ঠ ভাবে লগ পাইছিলোঁ। মঙ্গলদৈলৈ গলে প্ৰায়ে আমাৰ ঘৰতে আছিল,—আমনি একো নাই। যিকণ সময় থাকে ল'ৰা-ছোৱালী কেইটিক পঢ়াশুনাৰ কথা কৈছিল আৰু তেওঁ কিমান কষ্টেৰে পঢ়া শুনা কৰিছিল তাৰ কাহিনী কৈছিল। গৌৰীপুৰৰ পৰা কলিকতালৈ পঢ়িবলৈ যোৱাৰ সময়ত তেওঁৰ হেনো পিন্ধা ধুতি-পাঞ্জাবী এযোৰ, এখন কম্বল আৰু টকা পাঁচটাত বাহিৰে অন্য সম্বল একো নাছিল। এইবোৰ কথাকৈ আমাৰ সকলোকে বিস্ময়াভিভূত কৰিছিল। কথাৰ মাজতে তেওঁ দুই এটা সৰু গল্পকৈ নিজেও হাঁহিছিল, আমাকো হঁহুৱাইছিল। মই এতিয়ালৈকে বহু পণ্ডিত লোক লগ পাইছোঁ; কিন্তু শাস্ত্ৰীৰ দৰে পাণ্ডিত্য থকা আৰু সেই পাণ্ডিত্যক তেওঁৰ চৰিত্ৰ আৰু কাৰ্য্যৰ মাজেদি বিকাশ কৰি তুলিব পৰা পণ্ডিত অতি কম লগ পাইছোঁ। □

# বন্ধুৰ স্মৃতিত আচাৰ্য্য শাস্ত্ৰী

শ্ৰীঅতুলচন্দ্ৰ বৰুৱা

ক্ষুদ্ৰ ঘটনা একোটায়ো জীৱনত মচিব নোৱাৰা ছাব এৰি যায়। ১৯৮৮ চনৰ ৪ জানুৱাৰীৰ কথা। জাৰৰ দিন। সন্ধ্যা এজন বন্ধুৱে কলেহি—আপোনাক পৰিহিয়ে এটা খবৰ দিব লাগিছিল, মই পাহৰি আছিলোঁ। আজিহে মনত পৰিল। মেডিকেলত মনোৰঞ্জন শাস্ত্ৰীয়ে মোক কৈছিল—বন্ধু সকলোকে দেখা পালোঁ, অতুল বৰুৱাক নাপালোঁ। মই মেডিকেললৈ অহা তেওঁ বোধ হয় নাজানে। তেওঁক পাৰিলে খবৰটো দিবাচোন। —গতিকে আপুনি এবাৰ যাব। তেওঁৰ অৱস্থা সিমান ভাল নহয়।

খবৰটো শুনি বুকুখন হমহ্ কৰি উঠিল। তাৰে কিছুদিন পূৰ্বে জালুকবাৰীত তেওঁৰ পুত্ৰ অধ্যাপক নলিনী ৰঞ্জন শৰ্মাৰ ঘৰত দুয়ো বহি কেইবা-ঘণ্টা জুৰি নানা বিষয় আলাপ-আলোচনা কৰিছিলোঁ। —মই কলোঁ মই কালিলৈয়ে যাম।

পিছ দিনা পুৱা যাবলৈ ওলাইছোঁ, এনেতে খবৰ পালোঁ তেওঁ নিশা বাৰ বজাৰ পিছতেই ঢুকাল। সেই শেষৰ সময়ত দেখা-দেখি হব নোৱাৰাৰ আক্ষেপ আৰু বেদনা মোৰ মনত চিৰ কাললৈ ৰৈ গ'ল।

আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰীক মই ক'ত প্ৰথমে লগ পাইছিলোঁ ঠিককৈ মনত নাই, কিন্তু তেওঁৰ নামটো প্ৰথমে ঘৰতে শুনিছিলোঁ—পিতাৰ মুখত। তেতিয়া মই সৰু ল'ৰা। পিতাই এদিন কিবা প্ৰসংগত কোৱা শুনিছিলোঁ—আমাৰ দৰং অঞ্চলত ভাল সংস্কৃত পণ্ডিত আজি-কালি নোহোৱাই হ'ল। কামৰূপত ২।৪ জন আছে। ভেকৰাত এজন এতিয়া ডেকা ল'ৰা ওলাইছে—মনোৰঞ্জন শৰ্মা বুলি। তেঁৱেই দৰঙৰ নাম ৰাখিলে ৰাখিব পাৰিব। ঘুট্‌মুটীয়া ল'ৰা কিন্তু শাস্ত্ৰ ভাল জানে।

কুৰিৰ দশকৰ শেষ আৰু ত্ৰিশৰ দশকৰ আৰম্ভণিৰ কথা। তেতিয়া আমি পাথৰিঘাট মাইনৰ স্কুলৰ ছাত্ৰ। মই শেষৰ দুবছৰত ছাত্ৰাবাসত থাকি পঢ়িছিলোঁ। নিজে ৰান্ধি-বাঢ়ি খাওঁ। আমাৰ লগতে এজন ছাত্ৰ থাকিছিল, আমাতকৈ দুই-এক শ্ৰেণী তলত—নাম অভিৰাম শৰ্মা। ভেকৰা গাঁৱৰ ব্ৰাহ্মণৰ ল'ৰা। ঘৰ

সাত্ত্বিক ধৰণৰ আৰু গহীন-গম্ভীৰ প্ৰকৃতিৰ। তেওঁৰ বিষয়ে ওৰ লবলৈ বুলি সুধি-পুছি জানিব পাৰিছিলোঁ—তেওঁ হেনো মেধাৱী সংস্কৃত পণ্ডিত মনোৰঞ্জন শৰ্ম্মাৰ ভায়েক। মানুহে পণ্ডিত বোলে যদিও কিন্তু তেওঁ তেতিয়াও টোলৰ শিক্ষা সাং কৰা নাছিল। মনোৰঞ্জন শৰ্ম্মাৰ নামটো শুনি মোৰ দেউতাৰ কথালৈ মনত পৰিছিল।

আমি মাইনৰ দিয়াৰ সময়ত কলিকতাৰপৰা অসমীয়া মাহেকীয়া আলোচনী 'আৱাহন' ওলাবলৈ ধৰে। 'আৱাহন'ৰ আৰম্ভণিতে কিছুমান সংখ্যাত মনোৰঞ্জন শাস্ত্ৰীৰ নামত 'বেদ স্বতঃ প্ৰমাণ' শিতানত প্ৰবন্ধ এলানি ওলাইছিল। লেখকৰ নামটো দেখিয়ে উলাহত অধীৰ হৈ পঢ়িবলৈ আৰম্ভ কৰিছিলোঁ; কিন্তু প্ৰথমৰ শাৰীচেৰেক পঢ়িয়ে তাৎপৰ্য্য উপলব্ধি কৰিব নোৱাৰি পঢ়িবলৈ এৰিব লগীয়া হৈছিলোঁ।

সম্ভৱ চল্লিচৰ দশকৰ আৰম্ভণিতে স্বৰ্গীয় শৰৎচন্দ্ৰ গোস্বামীদেৱে অধ্যয়নৰত মনোৰঞ্জন শাস্ত্ৰীক কলিকতাৰপৰা বহু প্ৰবন্ধে আনি অধ্যক্ষৰ দায়িত্ব দি নলবাৰী সংস্কৃত মহাবিদ্যালয় আৰম্ভ কৰে। আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰী নলবাৰী সংস্কৃত মহাবিদ্যালয়ৰ আৰু সাহিত্যিক ত্ৰৈলোক্যনাথ গোস্বামী নলবাৰী মহাবিদ্যালয়ৰ প্ৰথম অধ্যক্ষ।

তাৰ পাছত দিন গৈ অহাৰ লগে লগে শাস্ত্ৰীৰ নাম চাৰিও ফালে ফাটি-ফুটি যাবলৈ ধৰে। আমিও তাৰে সুযোগ লৈ একাধিকবাৰ ছিলং মুকুল সংঘ, ৰঙিয়া আলোচনী সভা, গুৱাহাটী আলোচনা চক্ৰ আদি অনুষ্ঠানলৈ সাহিত্য, দৰ্শন আদি বিষয়ৰ বক্তৃতা দিবলৈ শাস্ত্ৰী ডাঙৰীয়াক নিমন্ত্ৰণ কৰি নিছিলোঁ। আজিও মনত আছে তেওঁ কিবা কাৰণত গৈ ছিলঙৰ লাইটুমুখ্ৰা আপলেণ্ডৰ শৰৎচন্দ্ৰ গোস্বামী পৰিয়ালত আলহী থকা বুলি শুনি আমি তেওঁক মুকুল সংঘত বক্তৃতা দিবলৈ ধৰিবলৈ গৈছিলোঁ। তাতেই কথা-প্ৰসঙ্গত তেওঁ মোক কৈছিল— আপোনাক মই আগতে লগ পোৱা নাছিলোঁ যদিও জানো। মই ইয়ালৈ অহা বুলি শুনি আপুনি বিচাৰি আহিছে। আহিবৰ কথায়ে। কথাতে কয় নহয়— তেজ ধুলে উটে, মঙহ ধুলে নুটে। গতিকে আহিবই। মানুহৰ আহ্-ধাহ্, তেজৰ চেলেকা-চেলেকি।

সেইবাৰ ছিলং মুকুল সংঘত সাহিত্য সম্পৰ্কে শাস্ত্ৰীদেৱে তৎকালীনভাৱেই যি এটা মনোগ্ৰাহী বক্তৃতা দিছিল সেয়ে শ্ৰোতাৰ মনত বহুত দিনলৈ গভীৰ যেখাপাত কৰিছিল। তাৰে সোৱাদ পাহৰিব নোৱাৰি তেওঁক পিছত ৰঙিয়া

আলোচনী সভা আৰু গুৱাহাটী আলোচনা চক্ৰলৈও কেইবাবাৰো নিমন্ত্ৰণ কৰি নিয়া হৈছিল। কোৱা বাহুল্য উক্ত আটাইকেইটা অনুষ্ঠানৰে একো একো সময়ত এই লেখকেই সম্পাদকৰূপে গুৰি ধৰিব লগীয়া হৈছিল।

আচাৰ্য্য শাস্ত্ৰী ডাঙৰীয়াৰ লগত মোৰ ব্যক্তিগত আলাপ-আলোচনা বেছি সঘন আৰু প্ৰীতিপূৰ্ণ হয় ১৯৭৪ চনৰপৰা। সেই বছৰতেই মই চাকৰি-জীৱনৰ পৰা অৱসৰ লওঁ। মোক তেওঁ বন্ধু ভাৱে গ্ৰহণ কৰিছিল যদিও তেওঁৰ অগাধ পাণ্ডিত্যলৈ লক্ষ্য কৰি মই তেওঁক সদায়ে সমীহ কৰি চলিছিলোঁ। অনুগত শিষ্যৰ দৰে তেওঁৰ মুখেৰে ওলোৱা শাস্ত্ৰালাপ শুনি আপ্লুত হৈছিলোঁ। তেওঁ যেতিয়া বেদ-উপনিষদ-গীতা-ভাগৱত অথবা প্ৰাচীন ফলি-শিলালিপি আদিৰ শব্দ বা বচনৰ উদ্ধৃতি দি কোনো এটা বিষয় তদ্‌গতচিত্তে বৰ্ণনা কৰি যায় তেতিয়া মজাৰ কথা আছিল এই যে—আপুনি পাইছে নিশ্চয়, মন কৰিছিল নে নাই নাজানো—তাতেই আছে—বুলি মোৰ আগত দুৰ্বোধ্য গ্ৰন্থৰো উদ্ধৃত বচন মাতিছিল। মই স্বাভাৱিকতে তেনে উদ্ধৃতিৰ বহুততে কোনো দিন নুশুনা কথা বহুত শুনি আনন্দত বিভোৰ হৈছিলোঁ। কোৱা বাহুল্য এনে আলাপবোৰ হৈছিল বেছি ভাগেই মোৰ গুৱাহাটীৰ ঘৰৰ বহা-কোঠালিত, মনত পৰামতে প্ৰায়ে জিপ্‌জিপীয়া বৰষুণ বতৰত আবেলিৰপৰা ৰাতিলৈকে। আমাৰ গৃহিণীয়ে সসম্ভ্ৰমে মচি-কাচি ঠগা-বাটিত আগবঢ়াই দিয়া চাহ বা গাখীৰ নাৰিকলৰ লাড়ুৰ লগত খাই তেওঁ বৰ তৃপ্তি পাইছিল। আজিও সেই দিনবোৰলৈ মনত পৰে। সেই দিন জানো আৰু আহিব ?

মনত পৰে ১৯৭৪ চনৰ ১৬ জুন দেওবাৰে গুৱাহাটী আলোচনা চক্ৰৰ বৈঠক বহিছিল ভৰলুমুখৰ পণ্ডিত তীৰ্থনাথ শৰ্মাৰ ঘৰত। ই আছিল বাৰিষাৰ বিশেষ অধিবেশন—কালিদাস জয়ন্তী। সৌভাগ্যক্ৰমে আচাৰ্য্য শাস্ত্ৰী গৈ সিদিনাৰে শৰ্মা ডাঙৰীয়াৰ ঘৰত আলহী হৈছিল। চক্ৰৰ কাৰণে আইবো বাৰ্তা গঙ্গাবো যাত্ৰা হ'ল। আলোচনা চক্ৰৰ পৰম্পৰাগত নিয়ম অনুযায়ী সিদিনা আচাৰ্য্য শাস্ত্ৰীয়েই সভাপতিৰ আসন অলঙ্কৃত কৰিব লগীয়া হ'ল। সভাপতিৰ ভাষণত—'বৰ্ষাকাল কামোদ্দীপক। কালিদাসে বিৰহৰ কাব্য মেঘদূতত সেই-বাবেই বিৰহৰ বৰ্ণনা যথাযথ দিবলৈ বৰ্ষাকাল বাছি লৈছিল'—বুলি আৰম্ভ কৰি যি এটি বক্তৃতা দিছিল সি যেন আজিও কাণত মৌ বৰষি আছে। চক্ৰৰ একাধিক অধিবেশনত কেতিয়াবা অধ্যাপক ৰজনীকান্ত দেৱশৰ্মা, পণ্ডিত তীৰ্থনাথ শৰ্মা আৰু আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰীৰ উপস্থিতিয়ে অনুষ্ঠানটিক ত্ৰিবেণী-সঙ্গমৰ

মাধুৰ্য্য আৰু পৱিত্ৰতা দান কৰিছিল। তিনিও গৰাকী পণ্ডিত আজি প্ৰয়াত।

আচাৰ্য্য শাস্ত্ৰী ভাগৱতীয়াৰ লগত বহুত সভা-সমিতিত যোগদান কৰিবলৈ সৌভাগ্য ঘটিছিল। তেওঁৰ বক্তৃতাৰ এটা বিশেষত্ব আছিল এই যে, সি আছিল সদায় শাস্ত্ৰোক্ত কথাৰে ভৰপূৰ আৰু প্ৰশ্নোত্তৰৰ ভঙ্গীত উপস্থাপিত। আৱেগ শূন্য। ১০।৩।৭৬ তাৰিখে দুনীত তেওঁলৈ আগবঢ়োৱা ৰাজহুৱা সম্বৰ্দ্ধনাৰ উত্তৰত তেওঁ এইদৰে কৈছিল—চাকিটো জ্বলিছে। ই পোহৰ দিছে। কিন্তু জ্বলাইছে কিহে? কোনে জ্বলাইছে? সেইটো মন কৰিলে দেখা যাব—তেল দিয়া কাৰণে, শলিতা থকা কাৰণে আৰু আনে জ্বলাইছে কাৰণে চাকিটো জ্বলিছে। সম্বৰ্দ্ধিত লোকো তেনে। তেওঁক আনে উজ্জ্বল কৰে। মোৰো আজি সেয়ে হৈছে।

আকৌ চাওক। সম্বৰ্দ্ধনাৰ যোগ্য হোৱা যিমান টান তাতোকৈ টান জনাব পৰাটো। সম্বৰ্দ্ধনাৰ যোগ্য হবলৈ যত্ন কৰিলে হব পাৰি, কিন্তু সম্বৰ্দ্ধনা জনাবলৈ হলে সেইটো মনৰপৰা আহিব লাগিব। নিজে মহৎ নহলে সেইটো নহয়; আৰু অকল এজন-দুজন লোকে মহত্বৰ গৰাকী হলেই নহব, আনকো সেই ভাবত উদ্বুদ্ধ কৰিব পাৰিব লাগিব। আপোনালোক আজি তেনে হৈছে। ইত্যাদি।

এসময়ত আমাৰ দুয়োৰো নাম অসম সাহিত্য সভাৰ সভাপতি নিৰ্বাচনৰ কাৰণে একেলগে প্ৰস্তাৱিত হৈছিল। তেতিয়া এদিন তেওঁ মোৰ ঘৰলৈ গৈ কি কৈছিল আজিও মনত আছে। কৈছিল—বকৰা, আমাৰ দুয়োৰো ভিতৰত এইবাৰ যি কোনো এজন নিৰ্বাচিত হলে মই হলে অত্যন্ত সুখী হম। তাতোকৈ মই কি বেছি ভাল পাম জানে নে? প্ৰকাশন পৰিষদত বহু দিন পৰি থকা মোৰ পুথিখন (*বৈদিক দৰ্শনৰ ৰূপৰেখা*) ছপা হলে সভাপতি হোৱাতকৈও বেছি সুখ পাম। পাৰে যদি তাতে আপুনি অলপ হাত উজান দিব।—কোৱা বাহুল্য এখন সাহিত্য বিষয়ৰ ৰাজহুৱা সভাত পৰিষদৰ সচিবৰ মুখেদি—আজি কালি প্ৰকাশৰ কাৰণে মৌলিক চিন্তাৰ গৱেষণামূলক পুথি পাবলৈয়ে নাই—বোলা বাক্যৰ উত্তৰত টপৰাই কোৱা হৈছিল—কিয়? মনোৰঞ্জন শাস্ত্ৰীৰ *বৈদিক দৰ্শনৰ ৰূপৰেখা* আপোনাৰ হাতত পৰি আছে কিয়? উত্তৰ পাইছিলোঁ[২]।—হয়, সেইখন আছে। শীঘ্ৰে ছপা হব।

গুৱাহাটী সৱিতা সভাৰপৰা শাস্ত্ৰী ভাগৱতীয়াক এবাৰ সম্বৰ্দ্ধনা জ্ঞাপন কৰা হৈছিল। তেতিয়া মই আছিলোঁ সৱিতা সভাৰ প্ৰধান সম্পাদক, সাহিত্যাচাৰ্য্য

অতুলচন্দ্ৰ হাজৰিকা সভাপতি। সেই সময়ত মই শাস্ত্ৰীদেৱক তেওঁৰ নিজৰ বিষয়ে বহুত ভিতৰুৱা খবৰ সুধি লৈছিলোঁ। তাৰে এটা হ'ল তেওঁৰ আচাৰ্য্য উপাধিটো পৰীক্ষা-লব্ধ নে কোনো অনুষ্ঠান-প্ৰদত্ত? তেওঁ হাঁহি মাৰি উত্তৰ দিছিল—এটাও নহয়! আপুনি বন্ধু মানুহ, সুধিছে যেতিয়া কওঁ। মইতো ওৰে জীৱন অধ্যয়ন আৰু অধ্যাপনাকে কৰিলোঁ। সদায়, আনকি ছাত্ৰ হৈ থকা কালতো মোক মোৰ গুৰুসকলে বৰকৈ মৰম আৰু বিশ্বাস কৰিছিল। মোক মাতি নি শাস্ত্ৰৰ টান টান কথাবোৰ মোৰ লগত আলচ কৰি সিদ্ধান্তত উপনীত হৈছিল। তেনেকৈ এদিন এটা আলোচনাৰ অন্তত গুৰুৱে মোক কৈছিল মনোৰঞ্জন, তুমি মোৰ এটা অনুৰোধ ৰাখিব লাগে। অনুৰোধ কিয়? আদেশেই। তুমি বহু অধ্যয়ন কৰিলা। উপাধিও বহুত পালা। আজিৰপৰা তুমি তোমাৰ নামৰ আগত 'আচাৰ্য্য' লিখিব লাগে। অৰ্থাৎ আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰী। এই গুৰুজনাৰ নাম শাস্ত্ৰীদেৱে মোক কৈছিল, কিন্তু সি মোৰ দুৰ্বল স্মৃতিৰপৰা উৰি গ'ল।

দৰঙী মাত-কথা, ফকৰা-যোজনা, দৰঙী সংস্কৃতি আৰু গীত-বাদ্য সম্পৰ্কে শাস্ত্ৰীৰ জ্ঞান আছিল অপৰিসীম। সেইবোৰৰ উৎস বিচাৰি তেওঁ নানা শাস্ত্ৰ অধ্যয়ন কৰিছিল আৰু যুক্তি সহকাৰে নিজৰ বক্তব্য দাঙি ধৰিছিল। তাৰ আলোচনা পৃথক বিষয়।

আচাৰ্য্য শাস্ত্ৰী ওজাপালি সঙ্গীতৰ আছিল এজন বিদগ্ধ পণ্ডিত। দৰঙী ওজাপালি ৰাগৰ ভিতৰত চাৰৰ বানা বা গানকা ৰাগ আছিল শাস্ত্ৰী ডাঙৰীয়াৰ অতিশয় প্ৰিয় ৰাগ। দৰঙী কলা-কৃষ্টি উন্নয়ন সঙ্ঘৰ জন্ম হোৱাৰ পাছত তেওঁ মোক এদিন এই ৰাগটো কোনো এজন ভাল ওজাৰ হতুৱাই গোৱাই শুনাবলৈ কৈছিল। মই সেই উদ্দেশ্যে আৰু নিজেও তাৰ ৰস উপভোগ কৰিবলৈ দিপিলাৰ নৰেশ্বৰ শৰ্মা আৰু ছিপাঝাৰৰ দুৰ্গেশ্বৰ নাথৰ কণ্ঠৰ দুটা 'কেছেট' কৰাই ৰাখিছিলোঁ।

এদিনৰ কথা। আমাৰ গুৱাহাটীৰ ঘৰত শাস্ত্ৰী ডাঙৰীয়া আৰু মই তাৰে এটা 'কেছেট' শুনি শেষ কৰি কথা-বতৰা পাতি আছোঁ। এনে সময়তে কিবা কাৰণত লৈ নৰেশ্বৰ শৰ্মা পণ্ডিত ( গায়ক ) তাতে উপস্থিত হ'ল। তেতিয়া দুয়োকো ৰাগটোৰ বিভিন্ন স্তৰ বিশ্লেষণ কৰি গীত গোৱা দেখি মই স্তম্ভিত হৈছিলোঁ। সেই সূত্ৰেদি শাস্ত্ৰীদেৱে সিদিনা যি এটা বক্তৃতা দিছিল তাৰ অনেক আজিও পাহৰিব পৰা নাই। প্ৰসঙ্গক্ৰমে শাস্ত্ৰী ডাঙৰীয়াই কৈছিল :

মালৱ ৰাগৰ নাম বহুত। সকলো বিয়াহ গীত আৰম্ভ হয় এই ৰাগেৰে। সেই কাৰণে ইয়াক ৰাগৰ ৰজা বোলে। ৰজা কাৰণেই হবলা অন্য ৰাগত থকাৰ দৰে ইয়াৰ মালিতা, ধুৰা, দিহা আদি অন্তৰঙ্গ ভাগবোৰ নাই। ৰাগ আৰম্ভ কৰাৰ পাছতে চেক বা থাক দি দি গাই ইয়াক থোকাত সামৰা হয়। ইয়াৰ নামো একাধিক। গোৰতে গোৱা হয় কাৰণে গঁয়া শ্ৰোতাই ইয়াক বোলে গোৰবানা। ইয়াৰ অন্য এটা নাম গানকা ৰাগ বা আদৰ্শ ৰাগ। অৰ্থাৎ ই ৰাগৰ আদৰ্শ দাঙি ধৰে। আকৌ বিশেষ ধৰণৰ এক চাবৰ তালত গোৱা হয় বাবে ইয়াক চাবৰ-বানা নামেও জনা যায়। ইয়াৰ শাস্ত্ৰীয় নাম কিন্তু মালৱ ৰাগহে। চাবৰ-বানা গাব জনা ওজা কম।

চাবৰ-বানা বা মালৱ ৰাগৰ গৌৰৱ ঘোষণা কৰি শাস্ত্ৰত হেনো কোৱা আছে: ৰোগবোৰৰ ভিতৰত ৰাজযক্ষ্মা যেনে, কৌৰৱসকলৰ মাজত ভীষ্ম পিতামহ তেনে—দুয়ো সমানে অগ্ৰগণ্য। ৰাগৰ ভিতৰত মালৱ ৰাগো একে নিচিনা অগ্ৰগণ্য। তেখেতে কোৱা শ্লোকটো আছিল:

ৰাজ যক্ষ্মেৱ ৰাগাণাং ৰাগাণাং মালৱে যথা।
তথা বিচৰতে ভীষ্মঃ কুৰুণাং পুৰতো যুধি।।

তেখেতৰ বিশ্লেষণবোৰৰ ইও এটা নমুনা। 'কথাত কথা বাঢ়ে খৰিকাত বাঢ়ে কাণ' বোলাৰ দৰে স্মৃতিৰ কথা অলেখ অনন্ত। এটাৰ পাছত আনটো ওলায়। গতিকে পুণ্যশ্লোক আচাৰ্য্য শাস্ত্ৰীদেৱৰ পুণ্যস্মৃতি ইমানতে সামৰা হ'ল। তেওঁৰ আত্মাই চিৰশান্তি লাভ কৰক। □

# বন্ধুৰ দৃষ্টিত আচাৰ্য্য শাস্ত্ৰী

ডাক্তৰ হৰেকৃষ্ণ গোস্বামী

নলবাৰী সংস্কৃত কলেজ প্ৰতিষ্ঠা হোৱা দিনৰে পৰা কলেজৰ প্ৰতিষ্ঠাপক অধ্যক্ষ আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰীৰ লগত মোৰ পৰিচয় হোৱাৰ সুযোগ ঘটে। নলবাৰীৰ সামাজিক অনুষ্ঠান-প্ৰতিষ্ঠান, শিক্ষানুষ্ঠানৰ লগত জৰিত থকা বাবেই মই সংস্কৃত কলেজৰ লগতো ওতপ্ৰোতভাবে নিজকে জৰিত কৰিবলৈ আগবাঢ়ি যাব লগা হৈছিলোঁ। সেই সময়ত নলবাৰীৰ আশে-পাশে গঢ়ি উঠা সংস্কৃত টোলবিলাকত সংস্কৃত শিক্ষা-গ্ৰহণ কৰা হৈছিল। সংস্কৃত শিক্ষাৰ প্ৰতি নলবাৰী সমাজৰ প্ৰবল আগ্ৰহ আৰু উৎকণ্ঠা লক্ষ্য কৰিয়েই স্থানীয় পণ্ডিত আৰু বিশিষ্ট ব্যক্তিসকলৰ প্ৰচেষ্টাত পূৰ্ণাঙ্গ হৈ উঠিছিল "নলবাৰী সংস্কৃত কলেজ"। সময়ত ই হৈ পৰিল গোটেই অসমৰে সংস্কৃত শিক্ষাৰ প্ৰাণকেন্দ্ৰ। উদ্যোক্তা সকলৰ নিৰৱচ্ছিন্ন চেষ্টাৰ ফলতে নলবাৰী সংস্কৃত কলেজৰ ঐতিহ্য অসম তথা ভাৰততে ভোটাতৰাৰ দৰে উজ্জ্বল হৈ আছে। এই সুনামৰ গৌৰৱ কঢ়িয়াই অনা বাটকটিয়াজনেই আছিল বন্ধু পণ্ডিতপ্ৰৱৰ আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰীদেৱ। একাগ্ৰতা আৰু নিষ্ঠাৰে শিক্ষাদানত ব্ৰতীহোৱা বাবেই শাস্ত্ৰীদেৱে তেখেতৰ ছাত্ৰসকলক ভাৰতৰ সুউচ্চ সংস্কৃত ভাষাৰ বৰপীৰাত বহুৱাই অলংকৃত কৰিব পৰা যশ অৰ্জন কৰিবলৈ সক্ষম হৈছিল।

সংস্কৃত ভাষাৰ জ্ঞান ভাণ্ডাৰৰ পূজাৰী শাস্ত্ৰীদেৱে সংস্কৃত ভাষাৰ দুষ্প্ৰাপ্য মূল্যবান পুথিসমূহ ৰচনা কৰিয়েই ক্ষান্ত থকা নাছিল। স্বকীয় তৎপৰতা আৰু সাধনাৰে ইংৰাজী স্কুলত নপঢ়াকৈয়ে ইংৰাজী ভাষা শিকি কেইবাটাও প্ৰবন্ধ, আলোচনা বিভিন্ন আলোচনীত প্ৰকাশ কৰি নিজৰ জ্ঞান আৰু প্ৰতিভা বিকশিত কৰিব পাৰিছিল। আচাৰ্য্য গৰাকীয়ে ভাৰতীয় সংস্কৃত সুধী সমাজত এখন আচুতীয়া আসন দখল কৰিবলৈ সক্ষম হৈছিল।

এই মহান ব্যক্তিজনৰ সান্নিধ্যৰ এনাজৰীডাল বেছি গাঢ় হৈ পৰে মোৰ লগত ইংৰাজী ১৯৪৪ চনৰ পৰা। মই ১৯৬৭ চনলৈ একেৰাহে ২৩ বছৰ কাল ধৰি সংস্কৃত কলেজৰ পৰিচালনা সমিতিৰ সম্পাদক ৰূপে জৰিত হৈ পৰিছেলোঁ আৰু কলেজৰ লগত নিৰৱচ্ছিন্নভাৱে থাকি ১৯৮১ চনৰ পৰা ১৯৮৬ ইং চনলৈকে এই সমিতিৰ সভাপতি পদত আছিলোঁ। মোৰ এই দীঘলীয়া সময় হোৱাত-

নলবাৰী সংস্কৃত কলেজৰ বিভিন্ন দিশত সৰ্ব্বাঙ্গীন উন্নতিৰ বাবে আগবাঢ়ি যোৱাত শাস্ত্ৰীদেৱৰ অৱিহণাৰ কথা উল্লেখ নকৰি নোৱাৰিলোঁ। সংস্কৃত কলেজ নিৰ্ম্মাণ কৰা ক্ষেত্ৰত দান-বৰঙণি সংগ্ৰহ কৰাৰ পৰা মন্ত্ৰী পৰ্য্যায়লৈকে সকলো দায়িত্ব আমি নিৰ্ব্বিবাদে মূৰ পাতি গ্ৰহণ কৰিছিলোঁ। কলেজৰ কামত মন্ত্ৰী বিষয়াক লগ ধৰি কাম আদায় কৰাৰ বাবে আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰীয়ো মোৰ সৈতে কেবাবাৰো শ্বিলঙলৈ গৈছিল আৰু তাৰ সুফলো লাভ কৰিবলৈ সক্ষম হৈছিলোঁ। শাস্ত্ৰীদেৱ আছিল মৃদুভাষীলোক। এখেতৰ কথাত সকলো লোকে মুগ্ধ হৈ পৰিছিল আৰু সেইবাবে কলেজৰ অসাধ্য কামবোৰো সহজে আদায় কৰিব পৰা গৈছিল।

আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰীদেৱৰ ন্যায়-নিষ্ঠা উৎসাহ আৰু গভীৰ বিশ্বাসেই সংস্কৃত কলেজৰ অগ্ৰগতিক অগ্ৰদূতৰ দৰে আগবঢ়াই নিবলৈ আমাক সাহস যোগাইছিল। আচাৰ্য্যদেৱ আছিল সকলো ক্ষেত্ৰতে সততাৰ পৰিচায়ক। তেখেতৰ এই সততাৰ গুণত কোনেও অন্যায় কাম বা কথা কৰলৈ আগবাঢ়ি আহিব পৰা নাছিল। তেখেতে নিজেও কাকোকে অন্যায় কৰা নাছিল আৰু সময় সাপেক্ষে তেখেতে তাৰ প্ৰতিবাদ কৰিবলৈও কুণ্ঠা বোধ কৰা নাছিল। সৰুৱেই হওক বা ডাঙৰেই হওক সেইটো বিচাৰ নকৰি অন্যায়ৰ বিৰুদ্ধে মাত মতা বিধৰ লোক আছিল শাস্ত্ৰীদেৱ। সকলো কথাৰে খুটি-নাটি বিচাৰ কৰি শাস্ত্ৰীৰ দৰে মন্তব্য প্ৰকাশ কৰা গুণৰ লোক সুধী সমাজত বিৰল।

এইজনেই আছিল সংস্কৃত জ্ঞানৰ অমৃত বিলাওতা পণ্ডিত প্ৰৱৰ আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰীদেৱ যি গৰাকী পণ্ডিতে মূল্যবান গ্ৰন্থ ৰচিছে, ১৯৬৬ চনত কৃতীশিক্ষক হিচাবে ভাৰত চৰকাৰৰ পৰা 'শিক্ষক পুৰস্কাৰ' আৰু ১৯৭৫ চনত ৰাষ্ট্ৰপতিৰ পৰা 'সন্মান পত্ৰ' লাভ কৰিবলৈ সক্ষমহৈছে।

বন্ধু আচাৰ্য্য শাস্ত্ৰীদেৱ বয়সত মোতকৈ ৬ বছৰ মানে সৰু হলেও আমাৰ মাজত সমনীয়া লোকৰ দৰে বন্ধুত্ব-ভাৱ গঢ়ি উঠিছিল। দুয়োৰে মাজত ফুচুৰী কথাৰ পৰা আৰম্ভ কৰি গীতা-ভাগৱত আদি বিষয়লৈকে ঘৰুৱা ভাবে আলচ কৰিছিলোঁ। সংস্কৃত কলেজৰ সৰ্ব্বাঙ্গীন উন্নতিৰ ক্ষেত্ৰত দুয়ো বন্ধুৱে ছাঁয়া আৰু কায়াৰ দৰে কাম কৰিছিলোঁ। আমি দুয়ো শ্বিলঙলৈ গৈ অমিয় কুমাৰ দাস, মতিৰাম বৰা, দেৱকান্ত বৰুৱা প্ৰমুখ্যে মন্ত্ৰী সকলক লগ ধৰি নলবাৰীলৈ আমন্ত্ৰণ কৰি আনি সংস্কৃত কলেজৰ কাম আদায় কৰিছিলোঁ। মোৰ প্ৰতি থকা শাস্ত্ৰীৰ গভীৰ বিশ্বাসৰ বাবেই কলেজৰ সকলো কাম আমাৰ ওপৰত

জাপি দি নিশ্চিন্ত হব পাৰিছিল। এইয়ে আছিল শাস্ত্ৰীদেৱৰ আত্মপ্ৰত্যয়ত ধৈৰ্য্যশীলতাৰ প্ৰভাৱ।

আচাৰ্য্য শাস্ত্ৰী ব্ৰহ্মসংহতিৰ দামোদৰী পন্থৰ লোক। সেইবাবেই হয়তো মহাপুৰুষ দেৱদামোদৰ গুৰুৰ আদৰ্শবাণি নিজৰ জীৱনৰ কৰ্মক্ষেত্ৰত প্ৰয়োগ কৰাৰ বাবে প্ৰয়াসৰ ত্ৰুটি কৰা নাছিল। তেখেতে বৈদিক ক্ৰিয়াৰ লগত খাপ-খোৱাকৈ দেশাচাৰ আৰু লোকাচাৰ গ্ৰহণ কৰি চণ্ডালৰ পৰা ব্ৰাহ্মণলৈকে সকলো লোককে একেধৰণৰ বিশ্বাসত ৰাখিছিল।

শাস্ত্ৰীদেৱ প্ৰগতিশীল আছিল বুলি কলেও ভুল কোৱা নহয়। ৰক্ষণশীল গোড়ামি ভাৱ তেখেতৰ নাছিল। হিন্দুধৰ্মৰ শাস্ত্ৰীয় বিধি-বিধান মানি চলিছিল যদিও কেতিয়াবা কেতিয়াবা অলপ উদাসীন ভাৱ কথোপকথনত পৰিলক্ষিত হোৱা দেখা গৈছিল। হিন্দুধৰ্মৰ শাস্ত্ৰমতে ' অন্নপ্ৰাসন'' ''চূড়াকৰণ'' আদি ক্ৰিয়া হিন্দুৱে মানি চলিব লাগে কিন্তু অন্নপ্ৰাসনত যে মাছ-মাংসৰ ব্যৱহাৰ থাকিব লাগিব সেইটো ধৰাবন্ধা কথা বুলি ভাবিব নেলাগিব। অকল ভাত মুখত· দিও অন্নপ্ৰাসনৰ ক্ৰিয়া সমাপন কৰিব পাৰি। সেইদৰে হিন্দুৰ আচাৰ-অনুষ্ঠান সাপেক্ষ চুলিকটা বৃত্তিটো এক বিশেষ গোষ্ঠীৰ বৃত্তি। যদিহে এই বৃত্তিৰ লোকে স্বকৰ্ত্তব্য পালনত প্ৰাধান্য নিদি কেৱল অৰ্থ সংগ্ৰহত বেছি জোৰদাৰী চলায়, তেতিয়া পিতৃয়ে পুত্ৰৰ চুলিকটা কাৰ্য্য সম্পাদন কৰিলে একো অন্যায় বা অধৰ্মৰ কথা নহয় – এনেধৰণৰ যুক্তি শাস্ত্ৰীদেৱৰ পৰা শুনা গৈছিল আৰু ইয়েই তেখেতৰ মনৰ প্ৰগতিবাদৰ কথা সূচায়। অৱস্থাভেদে ধৰ্ম'শাস্ত্ৰৰ বিধিসমূহ সংকোচন আৰু পৰিবৰ্দ্ধন কৰিলে একো অন্যায় বা অধৰ্ম' কৰা নুবুজায়। এই কথা সমূহৰ ওপৰত বেছি গুৰুত্ব আৰোপ কৰিছিল আচাৰ্য্য শাস্ত্ৰীদেৱে।

সংস্কৃত কলেজৰ শিক্ষক-ছাত্ৰ সমন্বিতে পালন কৰা অনুষ্ঠান-উৎসৱ, পূজা-পাৰ্ব'ণ, সভা-সমিতি আদিত আমাৰ উপস্থিতি বাধ্যতামূলক হৈ পৰিছিল। কিবা কাৰণত অনুপস্থিত থাকিলে অধ্যক্ষ শাস্ত্ৰীদেৱে কৈফিয়ৎ তলব কৰিছিল। এবাৰ সংস্কৃত কলেজৰ সৰস্বতী পূজাত শাস্ত্ৰীদেৱৰ পৰিয়াৰে আমাৰ পৰিবাৰক তেখেত সকলৰ ঘৰত থাকি থিয়েটাৰ চোৱা সুবিধাৰ বাবে ৰাতিটো তেওঁলোকৰ তাত কটোৱাত আমাৰ পৰিয়াল বৰ্গই চিন্তিত নহৈ নিশ্চিত হৈছিলে'।

বৰ্তমান মই ৮৫ বছৰৰ দেওনাৰ বাৰ্দ্ধ'ক্যত উপনীত হৈছোঁ বাবেই বহুতো কথাই স্মৃতিৰ পটৰ পৰা ম্লান হৈ পৰিছে।

এই গৰাকী মহান পণ্ডিতৰ বিয়োগত অসম তথা ভাৰতৰ পূৰাব নোৱাৰা ক্ষতি হল। আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰীৰ দৰে সাৰস্বত-সাধক অসম তথা ভাৰতত বিৰল। জয়তু আচাৰ্য্য শাস্ত্ৰীদেৱ !! ☐

# বন্ধুৰ দৃষ্টিত আচাৰ্য্য শাস্ত্ৰী

ডক্টৰ প্ৰিয়াংশুপ্ৰবল উপাধ্যায়

শ্ৰদ্ধেয় আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰীদেৱ সম্বন্ধে উক্ত শিতানত প্ৰবন্ধ এটি যুগুত কৰিবলৈ মোক কোৱা হৈছে যদিও তেখেতক সাধাৰণভাৱে বন্ধু বুলি কোৱাৰ ধৃষ্টতা মোৰ নাই। একেই আচাৰ্য্যদেৱৰ শিষ্য বাবে তেখেত আছিল মোৰ অগ্ৰজ সতীৰ্থ জ্যেষ্ঠ ভ্ৰাতা আৰু বিভিন্ন বিষয়ে শাস্ত্ৰচৰ্চ্চাৰ কাৰণে তেখেত আছিল মোৰ অন্যতম এক আকৰ্ষণীয় কেন্দ্ৰস্থল। তেখেতৰ সৈতে বিভিন্ন সময়ত বিবিধ শাস্ত্ৰীয় আলোচনাত নিবিষ্ট থাকি বিশেষ আনন্দ লভিছিলোঁ। শাস্ত্ৰীদেৱক পোন প্ৰথমবাৰৰ বাবে মই লগ পাওঁ ১৯৪৯ খ্ৰীষ্টাব্দৰ ২০ ফেব্ৰুৱাৰী তাৰিখৰ দিনা শিৱসাগৰৰ শিৱদোল-প্ৰাংগণত। শিৱদোল-প্ৰাংগণত সেইবাৰ সমাৱৰ্তন উৎসৱ অনুষ্ঠিত হৈছিল। সেই সময়ৰ বৰ্ত্তৰ নিয়ম অনুযায়ী সমাৱৰ্তন উৎসৱৰ দিনা প্ৰতি বছৰে বৰ্ত্তৰ পক্ষৰপৰা মুকলি শাস্ত্ৰীয় বিচাৰ সভা এখন আহ্বান কৰা হৈছিল। মই আছিলোঁ তেতিয়া ডিব্ৰুগড়ৰ বিৰাজ-ছাত্ৰাবাস টোলৰ এজন ছাত্ৰ।

তেতিয়াৰ নিয়মমতে সংস্কৃত বৰ্ত্তে আমাৰ চতুষ্পাঠীলৈ পঠিওৱা জাননী-খনত বিচাৰৰ বিষয়টো চাই সেই বিষয়ে মই এটি প্ৰবন্ধ ৰচনা কৰি টোলৰ কৰ্তৃপক্ষৰ অনুমোদনক্ৰমে বৰ্ত্তলৈ পঠিয়ালোঁ আৰু সেই প্ৰবন্ধ পৰীক্ষাৰ ভিত্তিত কেইদিনমানৰ পাছত বৰ্ত্তে মোক টেলিগ্ৰামযোগে বিচাৰসভালৈ মাতিলে। আমাৰ টোলৰ অভিভাৱক মহোদয়ে ছাত্ৰশিবিৰত আমাক ঠাই দিয়াৰ নিমিত্তে অভ্যৰ্থনা সমিতিলৈ চিঠি এখন দি শিৱসাগৰলৈ আমাক পঠিয়ালে। ছাত্ৰ শিবিৰত নতুনকৈ চিনাকি হোৱা অসমৰ বিভিন্ন প্ৰান্তৰ ছাত্ৰসকলৰ লগত অতি উদ্দীপনাময় আনন্দেৰে আছিলোঁ। তালৈ আহি আমাৰ নমস্য বিদগ্ধ পণ্ডিত সুধী সমাজ এখন পোন প্ৰথমবাৰৰ কাৰণে দেখা পাই মুগ্ধ হলোঁ আৰু সকলোকে সশ্ৰদ্ধ প্ৰণিপাত জনালোঁ। পণ্ডিত সমাজৰ কোনো কোনোৱে কিন্তু মোৰ বিষয়ে গম পাই বিৰুদ্ধ ভাৱ প্ৰকাশ কৰিলে—এনে কমবয়সীয়া ছাত্ৰ এজনক বিদগ্ধ অধ্যাপক পণ্ডিত এজনৰ লগত বিচাৰৰ অৰ্থে কিয় আহ্বান কৰা হ'ল। বৰ্ত্তৰ কোনেও মোক চিনি নাপায়, মইো কাকো চিনি নাপাওঁ, কেৱল মাত্ৰ মোৰ ৰচনাৰ পৰীক্ষকজনৰ অনুমোদনৰ ভিত্তিত হে বৰ্ত্তে বিচাৰসভালৈ

মোক মাতিছিল। অৱস্থাৰ জটিলতাৰ প্ৰতি লক্ষ্য কৰি ভয়তে মই বাহিৰে বাহিৰে ডিব্ৰুগড়লৈ পলাই যোৱাৰ উপক্ৰম কৰিলোঁ। কথাখিনি কেনেবাকৈ গম পাই সংস্কৃত বৰ্ডৰ তৎকালীন সভাপতি-সম্পাদক, সংস্কৃত শিক্ষাৰ কাৰণে অতিৰিক্ত শিক্ষাধিকাৰ ( Additional D. P. I. for Sanskrit Education ) আৰু কটন মহাবিদ্যালয়ৰ অধ্যক্ষ শ্ৰীশ্ৰীনাথ চক্ৰবৰ্ত্তীদেৱে অসন্তুষ্টি প্ৰকাশ কৰি ডিব্ৰুগড়লৈ ঘূৰি যোৱাত মোক বাধা দিলে আৰু তৎকালীন শিক্ষাধিকাৰ ( D. P. I. ) অধ্যাপক উমাকান্ত গোস্বামী দেৱৰ সৈতে আলোচনাক্ৰমে বিচাৰ-সভালৈ মোক মাতি নিলে। আমাৰ বিচাৰৰ বিষয় আছিল—'জ্ঞানকৰ্ম্মণোঃ সমুচ্চয়ঃ প্ৰত্যেকং বা মোক্ষং প্ৰতি কাৰণম্ ?' যথাসময়ত মুকলি বিচাৰসভা বহিল। সভাত উপস্থিত হৈ সকলোকে মই সশ্ৰদ্ধ নমস্কাৰ জনালোঁ। শিৱদোল-প্ৰাংগণৰ অভ্যন্তৰত আৰু বাহিৰত যথেষ্ট মানুহ। বহুতো সময় ধৰি উক্ত বিষয়ত বিচাৰ চলিল। বিচাৰৰ ফলাফল ঘোষণা কৰা হ'ল।

সভাভংগ হোৱাৰ পিছমুহূৰ্ত্তত পণ্ডিত জীৱেশ্বৰ গোস্বামী, পণ্ডিত মনোৰঞ্জন শাস্ত্ৰী, পণ্ডিত হংসনাথ স্মৃতিতীৰ্থ, পণ্ডিত ভগবান চন্দ্ৰ গোস্বামী আদিয়ে অতি মৰমেৰে মোক আঁকোৱালি লৈ মোৰ পৰিচয় সুধিব ধৰিলে আৰু আন্তৰিক শুভেচ্ছা আৰু আশীৰ্বাদ দিলে। ময়ো নিজক কৃতাৰ্থ মানিলোঁ। এখেত-সকলৰ পৰিচয় মই পিছত জানিব পাৰিছিলোঁ। সেইদিনাই মই শ্ৰদ্ধেয় পণ্ডিত মনোৰঞ্জন শাস্ত্ৰীদেৱৰ মৰমসনা ভালপোৱাৰ মাজেদি তেখেতৰ সান্নিধ্যলৈ অহাৰ প্ৰথম সুযোগ পাইছিলোঁ। তেতিয়া শিৱসাগৰ কলেজৰ ছাত্ৰ কেইজনমান স্বতঃ প্ৰবৃত্তভাৱে আহি মোক হিয়াভৰা অভিনন্দন জনালে আৰু ক'লে "আপোনাৰ বিচাৰ-বিমৰ্ষ শুনি আমি খুব ভাল পাইছোঁ, শিৱসাগৰৰ বাইজৰ হৈ আপোনাক 'শ্লোকাধিপতি' উপাধি দিছোঁ।" ছাত্ৰসকলৰ সৈতে মোৰ অতি অন্তৰংগ প্ৰীতি বিনিময় হ'ল।

ইয়াৰ পিছৰ বছৰ ১৯৫০ খ্ৰীষ্টাব্দত সংস্কৃত বৰ্ডৰ বাৰ্ষিক সমাৱৰ্তন উৎসৱ মহাসমাৰোহেৰে অনুষ্ঠিত হয়। সেইবাৰৰ সমাৱৰ্তন উৎসৱৰ এটি উল্লেখনীয় বিষয় হ'ল—অসম চিকিৎসা মহাবিদ্যালয়ৰ ( Assam Medical College ) তদানীন্তন অধ্যক্ষ ডাঃ কাপুৰ ( Principal Dr. Kapoor ) আকে আদি কৰি কেইবাজনো চিকিৎসক অধ্যাপকে পূৰ্ণ চাৰিঘণ্টাকাল সমাৱৰ্তন উৎসৱ-সভাত উপস্থিত থাকি পণ্ডিতসমাজক বিশেষ আনন্দ দিয়ে আৰু সকলোৰে উৎসাহ বৰ্দ্ধন কৰে। সমাৱৰ্তন উৎসৱ উপলক্ষ্যে অসমৰ বিভিন্ন প্ৰান্তৰ পৰা

ডিব্ৰুগড়ত উপস্থিত হোৱা পণ্ডিত আলহীসকলৰ অভ্যৰ্থনা, সেৱা-শুশ্ৰূষা আদিৰে তত্ত্বাৱধানৰ দায়িত্ব মোৰ ওপৰত ন্যস্ত কৰে। সেয়া মোৰ জীৱনত এক অবিস্মৰণীয় পবিত্ৰ দায়িত্ব পালন। গণ্যমান্য নমস্য সুধী পণ্ডিতসমাজৰ সেৱা শুশ্ৰূষাত সৰ্বতোভাৱে আত্মনিয়োগ কৰি মই বিশেষ তৃপ্তি লভিছিলোঁ আৰু তেতিয়া অতি অন্তৰংগভাৱে পণ্ডিত মনোৰঞ্জন শাস্ত্ৰীদেৱৰ সান্নিধ্যলৈ অহাৰ সুযোগ পাইছিলোঁ, পঢ়াশুনা সম্বন্ধে তেখেতে কিন্তু উপদেশো দিছিল। তেতিয়া.ৰ পৰা ইয়াৰ সংস্কৃত পণ্ডিতসমাজৰ সৈতে মোৰ ঘনিষ্ঠ সম্পৰ্ক আৰু একাত্মতা গঢ়ি উঠিল।

ইয়াৰ পাছত পণ্ডিত মনোৰঞ্জন শাস্ত্ৰী আদি কেইবাগৰাকী হিতৈষী সংস্কৃত পণ্ডিত আৰু বিশেষকৈ অধ্যক্ষ শ্ৰীযুত শ্ৰীনাথ চক্ৰৱৰ্তীদেৱৰ অনুৰোধক্ৰমে মোৰ শিক্ষাগুৰু অধ্যক্ষ ড° যোগীৰাজ বসু মহোদয়ে দৰ্শনশাস্ত্ৰৰ অধ্যয়নৰ কাৰণে কলিকতালৈ মোক পঠিয়ায়। ইয়াৰ ফল স্বৰূপে কলিকতাৰ গবৰ্ণমেণ্ট্ সংস্কৃত মহাবিদ্যালয়ত দৰ্শনশাস্ত্ৰৰ স্বনামধন্য প্ৰথিতযশা অধ্যাপক মহামহোপাধ্যায় ড° যোগেন্দ্ৰনাথ তৰ্ক-সাংখ্য-বেদান্ততীৰ্থ, মহামহোপাধ্যায় ড° কালীপদ তৰ্কাচাৰ্য্য, পণ্ডিত শ্ৰীযুত মন্মথনাথ তৰ্কতীৰ্থ, পণ্ডিত মধুসূদন ন্যায়াচাৰ্য্য আদি শাস্ত্ৰজ্ঞ পণ্ডিতসকলৰ অধীনত অধ্যয়নৰ বিশেষ সুযোগ মোৰ জীৱনত ঘটে। সংস্কৃত মহাবিদ্যালয় আৰু কলিকতাৰ সমীপৱৰ্তী ভাটপাৰা নিবাসী পণ্ডিত-সকলৰ ঘৰলৈ গৈ অধ্যয়ন কৰা কালছোৱাত তাৰে প্ৰাক্তন ছাত্ৰ অসমৰ মনোৰঞ্জন শাস্ত্ৰীদেৱৰ ছাত্ৰ জীৱন তথা তেওঁৰ তীক্ষ্ণ মেধা আৰু বিদ্যাবত্তাৰ বিষয়ে শুনি অতি সুখ পাইছিলোঁ।

শ্ৰদ্ধেয় শাস্ত্ৰীদেৱৰ জন্ম মঙলদৈ ( বৰ্তমান দৰং ) জিলাৰ অন্তৰ্গত ভেকৰা গাঁৱত। ওচৰতে থকা পঢ়াশালি এখনত নাৰায়ণ চন্দ্ৰ শৰ্মা উপাধ্যায়ৰ ওচৰত সংস্কৃত ব্যাকৰণ পঢ়িবলৈ লয়। ইয়াৰ পাছত নলবাৰী অন্তৰ্গত গুৱাকুছি দৰ্শন বিদ্যালয়ৰ অধ্যাপক ৰঘুনাথ শিৰোমণিৰ তলত অধ্যয়ন কৰাৰ অন্তত দন্তৰা গ্ৰাম নিবাসী অসম বিখ্যাত স্মাৰ্ত পণ্ডিত শিৱনাথ বুজৰবৰুৱাৰ ওচৰত স্মৃতিশাস্ত্ৰ অধ্যয়ন কৰি মনোৰঞ্জন শাস্ত্ৰীয়ে স্মৃতিশাস্ত্ৰৰ উপাধি পৰীক্ষাত প্ৰথম শ্ৰেণীত প্ৰথম স্থান অধিকাৰ কৰি স্মৃতিশাস্ত্ৰী উপাধি লাভ কৰে। সেই টোলত অধ্যয়নৰ সময়ত তেওঁ এজন অতি মেধাবী ছাত্ৰ বুলি খ্যাতি লাভ কৰে।

অধ্যাপক শিৱনাথ বুজৰবৰুৱাদেৱৰ নিৰ্দেশক্ৰমে তেখেতৰ ভগ্নীপুত্ৰ পণ্ডিত শ্ৰীযুত ৰাজেশ্বৰ তৰ্ক-তৰ্কতীৰ্থদেৱৰ লগত মনোৰঞ্জন শাস্ত্ৰী উচ্চশিক্ষাৰ কাৰণে

কলিকতাৰ সমীপৱৰ্ত্তী ভাটপাৰালৈ যায় আৰু তাতেই স্বনামধন্য স্মাৰ্ত্তশিৰোমণি পণ্ডিত নাৰায়ণ চন্দ্ৰ স্মৃতিতীৰ্থৰ অধীনত তেওঁ তালৈকে পুনঃ স্মৃতিশাস্ত্ৰ অধ্যয়ন কৰে আৰু বংগীয় সংস্কৃত পৰিষদৰদ্বাৰা পৰিচালিত স্মৃতিশাস্ত্ৰৰ উপাধি পৰীক্ষাত প্ৰথম স্থান অধিকাৰ কৰি তেওঁ স্মৃতিতীৰ্থ উপাধি লাভ কৰে।

কলিকতা সংস্কৃত কলেজৰ অধ্যাপক সৰ্বতন্ত্ৰস্বতন্ত্ৰ প্ৰখ্যাত দাৰ্শনিক পণ্ডিত মহামহোপাধ্যায় ড° যোগেন্দ্ৰনাথ তৰ্কসাংখ্যবেদান্ততীৰ্থ মহোদয়ৰ তলত শাস্ত্ৰীয়ে মীমাংসাশাস্ত্ৰ বিশেষভাৱে অধ্যয়ন কৰে আৰু সেই বিষয়ত উপাধি পৰীক্ষা দি মীমাংসাতীৰ্থ উপাধি লাভ কৰে।

কলিকতাত অধ্যয়নৰ সময়ত মোৰ পূজ্যপাদ আচাৰ্য্যদেৱ পণ্ডিত শ্ৰীযুত মন্মথনাথ তৰ্কতীৰ্থ ( যোৱা ১৯৯০ খ্ৰীষ্টাব্দৰ ১৭ ফেব্ৰুৱাৰী তাৰিখে শততম বৰ্ষত পদাৰ্পণ কৰিছে ) মহোদয়ৰ দদায়েক কমলকৃষ্ণ ঠাকুৰ মহোদয়ৰ জ্যেষ্ঠপুত্ৰ 'পাঁচুদা' নামেৰে জনাজাত ব্যক্তিজনৰ ওচৰত শাস্ত্ৰীয়ে অতি উৎসাহেৰে ইংৰাজী ভাষা শিকি অতি নিষ্ঠা আৰু একাগ্ৰতাৰে তেখেতৰ ওচৰত অধ্যয়ন কৰি ইংৰাজী ভাষাত যথেষ্ট ব্যুৎপত্তি লাভ কৰে।

অসমলৈ ঘূৰি আহি ২।১ বছৰৰ ভিতৰত তেওঁ নলবাৰী সংস্কৃত কলেজত সহকাৰী অধ্যাপকৰূপে অধ্যাপনা জগতত প্ৰৱেশ কৰে আৰু স্বনামধন্য পণ্ডিত-প্ৰৱৰ জীৱেশ্বৰ গোস্বামীদেৱে উক্ত কলেজৰ অধ্যক্ষপদ এৰি যোৱাৰ পাছত শাস্ত্ৰীদেৱে উক্ত কলেজৰ অধ্যক্ষপদত অধিষ্ঠিত হয়। তেখেতৰ অন্তেবাসী কেইবা গৰাকী ছাত্ৰই বিভিন্ন বিষয়ত সুখ্যাতিৰে উপাধি লাভ কৰি বিভিন্ন শিক্ষা-প্ৰতিষ্ঠানত সংস্কৃত অধ্যাপনাত আত্মনিয়োগ কৰি শাস্ত্ৰীদেৱৰ নাম উজ্জ্বল কৰিছে।

নলবাৰী সংস্কৃত মহাবিদ্যালয়ত অধ্যাপনা কৰা সময়ত অসম সংস্কৃত বৰ্ডৰ তৎকালীন সভাপতি মাননীয় অধ্যক্ষ লক্ষীনাৰায়ণ চট্টোপাধ্যায়মহোদয়ৰ অনুৰোধক্ৰমে শাস্ত্ৰীদেৱে বেদান্তৰ উপাধি পৰীক্ষা দি বেদান্তশাস্ত্ৰী উপাধি লাভ কৰে।

১৯৪৭ খ্ৰীষ্টাব্দত পণ্ডিত হংসনাথ স্মৃতিতীৰ্থ মহোদয়ে অৱসৰ গ্ৰহণ কৰাৰ পাছত শাস্ত্ৰীদেৱে শ্ৰীহট্ট গৱৰ্ণমেণ্ট সংস্কৃত কলেজত স্মৃতিশাস্ত্ৰৰ অধ্যাপক পদত নিযুক্তি লাভ কৰে আৰু ভাৰতবৰ্ষই স্বাধীনতা লাভ কৰা তথা দ্বিখণ্ডিত হোৱাৰ পাছত শাস্ত্ৰীদেৱে আকৌ নলবাৰী সংস্কৃত কলেজৰ অধ্যক্ষ পদলৈ ঘূৰি আহিব লগা হয়।

—৪

১৯৭২ খ্ৰীষ্টাব্দত তেওঁ নতুনকৈ স্থাপিত হোৱা অসম গৱৰ্ণমেণ্ট সংস্কৃত কলেজত নিৰ্দ্দিষ্ট চুক্তিত সাহিত্যশাস্ত্ৰৰ অধ্যাপক পদত নিযুক্তি লাভ কৰি তিনি বছৰৰ অধিক কাল উক্ত অনুষ্ঠানত অধ্যাপনা কৰে। সৰ্ব্বশেষত শাস্ত্ৰীদেৱে গুৱাহাটী বিশ্ববিদ্যালয়ৰ সংস্কৃত বিভাগত অনাৱাসিক অধ্যাপকৰূপে অধ্যাপনা কৰি অধ্যাপনা জীৱনৰ পৰা অৱসৰ গ্ৰহণ কৰে। অধ্যাপনা কালছোৱাত শাস্ত্ৰীদেৱে ৰাষ্ট্ৰীয় পুৰস্কাৰ আৰু সন্মানসূচক প্ৰশংসাপত্ৰ ৰাষ্ট্ৰপতিৰ পৰা লাভ কৰে।

শাস্ত্ৰীদেৱৰ বিভিন্ন বিষয়ত থকা গভীৰ জ্ঞান আৰু অগাধ পাণ্ডিত্যৰ কথা তেখেতে ৰচনা কৰা কিতাপসমূহৰ মাজেদি প্ৰকাশ পাইছে। তেখেতে ৰচনা কৰা 'অসমৰ বৈষ্ণৱ দৰ্শনৰ ৰূপৰেখা', 'সাহিত্য দৰ্শন', 'কেতেকী কাব্য' আদিয়ে পণ্ডিত আৰু পঢ়ুৱৈ সমাজত ইতিমধ্যে সমাদৰ লাভ কৰিছে।

বিহগী কবি ৰঘুনাথ চৌধাৰীদেৱে ৰচনা কৰা পাঠক আৰু শ্ৰোতাৰ চিত্তাকৰ্ষক 'কেতেকী' কাব্যখনৰ তেওঁ ইন্দ্ৰবজ্ৰা, উপেন্দ্ৰবজ্ৰা উপজাতি আদি ছন্দেৰে সুললিত এক সংস্কৃত পদ্যৰূপ দান কৰে। কাব্যখন মূলতঃ অনুবাদ যদিও ই ভাষা-ছন্দ, অলঙ্কাৰ আদিৰে সুসজ্জিত হৈ নৱৰূপ পৰিগ্ৰহ কৰি চৰাই-জনীৰ গীতৰ সুমধুৰ তান চৌধাৰীদেৱৰ মূল ৰচনাৰ সুৰৰ সৈতে একে সুৰতে যেন অনুৰণিত হৈ মৌলিক ৰচনা-মহিমাৰে সমুজ্জ্বলৰূপত সাহিত্যজগতত সমাদৰ লাভ কৰিছে।

অশোকচক্ৰচিহ্নিত ত্ৰিবৰ্ণৰঞ্জিত স্বাধীন ভাৰতবৰ্ষৰ জাতীয় পতাকা দৰ্শনেৰে ভাৱাপ্লুত হৈ আবেগ আৰু উৎসাহ-উদ্দীপনাৰে সংস্কৃত অনুষ্টুভ্ ছন্দত প্ৰতীকাৰ্থবৰ্ণনামূলক 'পতাকাম্নায়ঃ' নামৰ সংস্কৃত পদ্য গ্ৰন্থখন তেওঁ ৰচনা কৰে। পতাকাত থকা তিনিবিধৰ ৰং, মধ্যভাগত চিহ্নিত অশোক চক্ৰ তথা ৰাজ্যশাসন কাৰ্যৰ সকলো ক্ষেত্ৰতে উপনিষদ উদ্‌ঘোষিত 'সত্যমেৱ জয়তে' এই মহাবাণীৰে মহীয়ান, ত্ৰিমূৰ্ত্তি সিংহৰ প্ৰতিমূৰ্ত্তি গ্ৰহণ আদি সম্বন্ধে নিজৰ চিন্তালব্ধ প্ৰতীকাৰ্থ-গ্ৰহণ আৰু তাৰ বৰ্ণনাৰে কাব্যখন ৰচনা কৰিছে। শাস্ত্ৰীদেৱে নিজৰ চিন্তাপ্ৰসূত অৰ্থেৰে প্ৰতীকসমূহ বিশ্লেষণ কৰিছে যদিও ইয়াৰ আধাৰ তেখেতৰ শাস্ত্ৰজ্ঞান। এয়া তেখেতৰ শাস্ত্ৰনিষ্ঠা আৰু শাস্ত্ৰানুগ চিত্তবৃত্তি বা বুদ্ধিবৃত্তিৰ পৰিচায়ক।

কেইমাহমান আগতে প্ৰকাশ পোৱা ন'টি—উচ্ছ্বাসেৰে ৰচনা কৰা 'প্ৰেকামৰূপম্' নামৰ মৌলিক সংস্কৃত কাব্যগ্ৰন্থখন তেওঁৰ কাব্যপ্ৰতিভাৰ অন্যতম এক অনৱদ্য নিদৰ্শন। কামৰূপৰ প্ৰাকৃতিক সৌন্দৰ্য্য, মাহাত্ম্য আদি

'উপজাতি, বংশস্থবিল, বসন্ততিলক, মালিনী, স্রগ্ধৰা আদি ছন্দেৰে বৰ্ণিত এই গ্ৰন্থখনত শাস্ত্ৰীদেৱে প্ৰাচীন কামৰূপৰ বিষয়ে অনেক মনোজ্ঞ কথা সুললিত প্ৰাঞ্জল ভাষাত বৰ্ণনা কৰিছে। 'পুৰণি অসমৰ ধৰ্ম আৰু দৰ্শন' নামৰ অতি উপাদেয় জ্ঞাতব্য বহু তথ্যসম্বলিত গ্ৰন্থখনৰ বিষয়েও উল্লেখ কৰা সমীচীন হ'ব। গ্ৰন্থখনত তেওঁ ভাৰতবৰ্ষ তথা পুৰণি অসমৰ ধৰ্ম, দৰ্শন আদি সম্বন্ধে বিস্তৃতভাৱে আলোচনা কৰা দেখা যায়। ধৰ্ম-সম্বন্ধে বৰ্ণনাপ্ৰসংগত ভাৰতবৰ্ষত প্ৰচলিত বা প্ৰতিষ্ঠিত সৌৰ, শৈৱ, গাণপত্য, শক্তি, বৈষ্ণৱ আদি ধৰ্মৰ বিষয়ে আৰু প্ৰসংগক্ৰমে শ্ৰুতি, স্মৃতি, বা ধৰ্মশাস্ত্ৰ আৰু ভাৰতৰ বিভিন্ন দাৰ্শনিক সম্প্ৰদায় তথা সেই সম্প্ৰদায়ৰ মতবাদ সম্বন্ধে ঐতিহাসিক দৃষ্টিভংগীৰে যুক্তিপূৰ্ণ আলোচনা তেওঁ দাঙি ধৰিছে। গ্ৰন্থখন 'পুৰণি অসমৰ ধৰ্ম আৰু দৰ্শন' বুলি অভিহিত হৈছে, কিন্তু ধৰ্ম, দৰ্শন, সমাজ আদিৰ বিষয়ে আলোচনাৰ ক্ষেত্ৰত প্ৰাচীন কামৰূপৰ কথাইহে গ্ৰন্থখনত বিশেষভাৱে স্থান পাইছে যিহেতু প্ৰাচীন কামৰূপেই পুৰণি কামৰূপ।

শক্তিপীঠ কামৰূপ কামাখ্যাত তন্ত্ৰশাস্ত্ৰৰ প্ৰভাব, তন্ত্ৰশাস্ত্ৰৰ বীৰাচাৰ, বামাচাৰ দক্ষিণাচাৰ, কৌলমাৰ্গ আদি বিষয়ে শাস্ত্ৰীদেৱে এই গ্ৰন্থখনত তথ্যসমৃদ্ধ বিশদ আলোচনা কৰা দেখা যায়। পূৰ্বমীমাংসাশাস্ত্ৰৰ পুৰোধাস্বৰূপ কুমাৰিলভট্ট আৰু তীক্ষ্ণধীসম্পন্ন বৌদ্ধ দাৰ্শনিক ধৰ্মকীৰ্তি সম্বন্ধে 'কুমাৰিল ভট্টপাদ আৰু আচাৰ্য্য ধৰ্মকীৰ্ত্তি' নামৰ যুক্তিপূৰ্ণ গৱেষণাত্মক স্বতন্ত্ৰ গ্ৰন্থ এখন তেওঁৰ ৰচনা কৰিছে যদিও ওপৰত উল্লেখ কৰা বৰ্তমান গ্ৰন্থখনতো সেই বিষয়ে তেওঁ সংক্ষিপ্ত আলোচনা আগবঢ়াইছে। সেই বিষয়ে আকৌ 'প্ৰকামকামৰূপম্' কাব্যগ্ৰন্থৰ অষ্টম উচ্ছ্বাসত 'ভট্টস্য কট্যাং শকটঃ প্ৰবিষ্টঃ' এই প্ৰহেলিকাময় সৰস বাক্যৰ অৱতাৰণা কৰি কুমাৰিল ভট্টৰ নিবাসস্থান সম্বন্ধে গ্ৰন্থকাৰে বৰ্ণনা কৰিছে। আলোচ্যমান গ্ৰন্থখনত তেওঁ শাক্তদৰ্শনৰ কৌলমাৰ্গ সম্বন্ধে বিস্তৃত আলোচনা কৰাৰ বাহিৰেও কৌলমাৰ্গৰ ওপৰত তেওঁ বিশেষ আলোকপাত কৰিছে। আলোচনাপ্ৰসংগত গ্ৰন্থখনৰ এঠাইত এই কৌলদৰ্শন অদ্বৈতবেদান্তদৰ্শনেৰে এটা শাখা বা পৰিপূৰক দৰ্শনৰূপে পৰিগণিত হৈ উঠিছে; আকৌ 'শ্ৰীশংকৰ ভগৱৎপাদে নিজেই শাক্তৰ শক্তিবাদ আৰু বেদান্তৰ মায়াবাদ এক অভিন্নৰূপে প্ৰতিষ্ঠাপিত কৰিছিল বুলি গ্ৰন্থকাৰে আগবঢ়োৱা অভিমতখিনি যুক্তিসিদ্ধৰূপে প্ৰতিপন্ন কৰিবলৈ লোৱাটো কিন্তু আলোচনাসাপেক্ষ। যি কি নহওক, গ্ৰন্থখন সংগৃহীত বহু জ্ঞাতব্য তথ্য আৰু তত্ত্বেৰে সমৃদ্ধ, গভীৰজ্ঞানপুষ্ট, অতি উপাদেয়।

আগেয়ে উল্লেখ কৰি অহা তেখেতৰ 'কুমাৰিল ভট্টপাদ আৰু আচাৰ্য্য ধৰ্মকীৰ্ত্তি' নামৰ গ্ৰন্থখন গভীৰ চিন্তামূলক, বিজ্ঞানভিত্তিক গবেষণাত্মক দৃষ্টিৰে নিবন্ধ। কুমাৰিল ভট্টৰ নিবাসস্থান সম্বন্ধে সঠিক নিৰ্ণয় নাই হোৱা যদিও, জনশ্ৰুতিৰ ভিত্তিত হে তেওঁ 'নামৈকদেশগ্ৰহণেন নাম গ্ৰহণম্'—এই ৰীতি অনুসৰি ভট্ট বা ভট্টাচাৰ্য্য উপাধি থকা লোকসকলৰ নিবাস তথা তেওঁলোকৰ খাদ্য-খাদ্যাদি বিষয়ে বিচাৰসূত্ৰ অৱলম্বন কৰি শাস্ত্ৰীদেৱে সূক্ষ্মবিচাৰবিশ্লেষণাত্মক-দৃষ্টিৰে পৰ্য্যবেক্ষণমূলক বহুমুখী আলোচনাৰদ্বাৰা কুমাৰিল ভট্ট আচাৰ্য্য ধৰ্মকীৰ্ত্তি এই দুয়ো মনীষাসম্পন্ন দাৰ্শনিক পণ্ডিত কামৰূপৰ বুলি প্ৰতিপন্ন কৰিবলৈ অভূতপূৰ্ব প্ৰয়াসেৰে গ্ৰন্থখন লিপিবদ্ধ কৰিছে।

তেখেতৰ আন এখন উল্লেখযোগ্য কিতাপ হৈছে 'বাক্যাৰ্থবোধ'। কিতাপ-খনত তেওঁ ধ্বনি আৰু বৰ্ণ এই দুয়োবিধ শব্দৰ স্বৰূপ শব্দ, পদ, পদসমূহৰে গঠিত বাক্য, বাক্যসমূহেৰে গঠিত মহাবাক্য; বাক্য আৰু মহাবাক্যৰ অৰ্থবোধ প্ৰক্ৰিয়া, শব্দ বা পদৰ অৰ্থবোধৰ হেতুভূত অভিধা, লক্ষণা আদি বৃত্তি বা শক্তি আদিৰ স্বৰূপ ইত্যাদি বিষয়ে তেখেতে মীমাংসক, নৈয়ায়িক আদি সম্প্ৰদায়ৰ মতবাদ প্ৰদৰ্শন কৰিছে। প্ৰসঙ্গক্ৰমে ভাৰতীয় বিভিন্ন দৰ্শনত প্ৰতিপাদ্য বিষয়ৰ নিৰ্দ্দেশসূচক বাক্যসমূহৰ অৰ্থবোধ বা বাক্যাৰ্থবোধৰ প্ৰক্ৰিয়া আদি বিষয়ে গ্ৰন্থখনত তেওঁ আলোচনা কৰিছে। শব্দ নিত্যতাবাদী বৈদিক বা মীমাংসক সম্প্ৰদায়ৰ ভাৱনাবাদৰ বিশেষ আলোচনাই গ্ৰন্থখনত ঠাই পাইছে। ভাৱনাবাদৰ আলোচনাপ্ৰসঙ্গত শাব্দীভাবনা আৰু আৰ্থীভাৱনাৰ স্বৰূপ প্ৰদৰ্শন কৰি তান্ত্ৰিক, আলঙ্কাৰিক তথা অসমৰ বৈষ্ণৱ শাস্ত্ৰ আদিত ভাৱনাবাদৰ সঙ্গতি দৃষ্টান্তৰে সৈতে প্ৰদৰ্শন কৰিছে। শাস্ত্ৰীদেৱৰ চিন্তাধাৰাত এটা লক্ষ্যণীয় বৈশিষ্ট্য এই যে, তেখেতে যি কোনো বিষয় আনকি শাস্ত্ৰীয় আলোচনাৰ ক্ষেত্ৰতো স্থান আৰু কালৰ উপযোগী কৰি বক্তব্যখিনি দাঙি ধৰিবলৈ প্ৰয়াস কৰে।

নৈয়ায়িকৰমতে 'বিধিবাক্যাৰ্থবোধ' প্ৰসঙ্গত শাস্ত্ৰীদেৱে উল্লেখ কৰা কাৰিকা;

> 'জ্ঞানজন্যা ভৱেদিচ্ছা ইচ্ছাজন্যা ভৱেৎ কৃতিঃ।
> কৃতিজন্যা ভৱেৎ চেষ্টা চেষ্টাজন্যং ফলং ভৱেৎ ॥'

উদ্ধৃত কাৰিকাটিৰ সামান্য পৰিবৰ্ত্তিত প্ৰচলিত পাঠান্তৰ এটা পোৱা যায়। যেনে :

> 'জ্ঞানজন্যা ভৱেদিচ্ছা ইচ্ছাজন্যা কৃতিৰ্ভৱেৎ ॥
> কৃতিজন্যা ভৱেচ্চেষ্টা চেষ্টাজন্যা ক্ৰিয়া ভৱেৎ ॥'

অৰ্থাৎ কোনো এটি বিষয় বা কাৰ্য্য অভীষ্ট ফল দান কৰিব বুলি জ্ঞান হ'লে, সেই ইষ্টসাধনতা জ্ঞান হোৱাৰ ফলত কামখিনি কৰিবলৈ ইচ্ছা হয় আৰু তেনে ইচ্ছা হলে কাৰ্য্যটি সম্পাদন কৰিবলৈ কৃতি বা প্ৰবৃত্তি হয়, তেনে প্ৰবৃত্তি হলে আকৌ অঙ্গসঞ্চালন আদি চেষ্টা হয় আৰু তেনে প্ৰচেষ্টাৰ দ্বাৰা ক্ৰিয়া বা কাৰ্য্যৰ সম্পাদন হয়। ইয়াত অৱশ্যে চেষ্টাৰ দ্বাৰা কাৰ্য্যৰ সম্পাদন বা কাৰ্য্যৰ সম্পাদনৰ দ্বাৰা অভীষ্ট ফললাভ এই দুয়োৰে মাজত বিষয়গত পাৰ্থক্য তেনে নাই।

উক্ত গ্ৰন্থখনৰ প্ৰতিপাদ্য বিষয় কিছু জটিল হ'লেও শব্দশাস্ত্ৰৰ আলোচনাত আগ্ৰহশীল ব্যক্তিসকলৰ কাৰণে বিশেষ উপযোগী। প্ৰকাশিত গ্ৰন্থখনৰ এটা ত্ৰুটি এই যে, কিতাপখনত কোনো সূচীপত্ৰ দিয়া হোৱা নাই।

শাস্ত্ৰীদেৱে 'বাক্যাৰ্থবোধ' গ্ৰন্থখনৰ পাণ্ডুলিপিটো মোক এবাৰ চাবলৈ দিয়ে আৰু গ্ৰন্থখনৰ সম্বন্ধে কিবা কবলৈ থাকে যদি, মোৰ পৰা জানিব খোজে। পাণ্ডুলিপিটো পঢ়ি মই ঠায়ে ঠায়ে টোকা কেইটামান প্ৰস্তুত কৰিছিলোঁ। পাছে, যিদিনা তেওঁৰ ওচৰলৈ গলোঁ, তেওঁ কলে যে, এইখিনি দিব পাৰিলে বৰ ভাল হ'লহেঁতেন ; কিন্তু কিতাপখন অতি সোনকালে প্ৰকাশ কৰিবৰ কাৰণে হেঁচা অহাৰ ফলত পাণ্ডুলিপিৰ প্ৰতিলিপিটো ইতিমধ্যে দিয়ে দিব লগা হ'ল।

তেখেতে ৰচনা কৰা 'বৈদিক দৰ্শনৰ ৰূপৰেখা 'নামৰ আন এখন সুগভীৰ জ্ঞানগৰ্ভ বিশাল গ্ৰন্থ অপ্ৰকাশিত অৱস্থাত আছে। দুয়োৰে মাজত হোৱা সংলাপৰ আধাৰত নিজৰ বক্তব্যখিনি তেওঁ উক্ত গ্ৰন্থত দাঙি ধৰিছে। এ/ ধৰণে পাৰস্পৰিক সংলাপৰ মাজেদি নিজৰ বক্তব্যখিনি প্ৰকাশ কৰাৰ সুবিধা এইযে, সাধাৰণভাৱে কব নোৱাৰা অথচ কবলৈ ইচ্ছা কৰা কথাখিনি আনে উত্থাপন কৰা প্ৰশ্নৰ সমাধানৰ অৰ্থে নাইবা আনৰ কৌতুহল নিবৃত্তিৰ কাৰণে যেন কোৱাদি ক'লে সম্ভাব্য সাক্ষাৎ সমালোচনাৰ পৰা কিছু হাত সাৰিব পাৰি। গ্ৰন্থখনত তেওঁ বিভিন্ন বিষয়ে বিভিন্ন ধৰণে আলোচনাৰ মাধ্যমেৰে নিজে উপলব্ধি কৰা তত্ত্বকথাখিনি প্ৰকাশ কৰিবলৈ যত্ন কৰিছে। পৃথিবীত প্ৰচলিত সকলো ধৰ্ম সাক্ষাৎ বা পৰোক্ষভাৱে বৈদিক ধৰ্মৰ হে বিভিন্ন ৰূপত বিকাশ বুলি তেওঁ নিজৰ ধাৰণাখিনি গ্ৰন্থখনত ব্যক্ত কৰিছে। গ্ৰন্থখনত উপস্থাপন কৰা সকলো সিদ্ধান্ত সম্বন্ধে সকলো যে একমত হব এনে নহয়। কিন্তু নিজৰ সিদ্ধান্তসমূহত উপনীত হোৱা আৰু তাক প্ৰতিপন্ন কৰিবলৈ যত্ন কৰাটো তেওঁৰ অসাধাৰণ অধ্যৱসায়, গভীৰ ঐকান্তিকতা আৰু একাগ্ৰমননশীলতাৰ পৰিচায়ক।

শাস্ত্রীদেৱৰ এনে এক অনন্যসাধাৰণ পাণ্ডিত্যৰ মূল উৎস হৈছে, 'নলবাৰী সংস্কৃত সঞ্জীৱনী সভাৰ অমূল্য গ্রন্থাগাৰটো। উক্ত গ্রন্থাগাৰত থকা বহু হাতে লিখা পুথিৰ ( সাঁচিপাতৰ ) পৰা পাঠ উদ্ধাৰকে আদি কৰি বহুতো দুষ্প্রাপ্য গ্রন্থ সংগ্রহ কৰি শাস্ত্রীদেৱে এই গ্রন্থাগাৰৰ সমৃদ্ধি সাধন কৰে আৰু অনুসন্ধিৎসুবৃত্তিৰে একাগ্রচিত্তে গ্রন্থসমূহৰ অধ্যয়নসাধনাত নিবিষ্ট হয় আৰু তাৰে ফলত গভীৰ জ্ঞান অৰ্জ্জন কৰি অনন্য সাধাৰণ মনীষাসম্পন্ন পণ্ডিতৰূপে প্রতিষ্ঠা লাভ কৰে।

শাস্ত্রীদেৱক মাজে সময়ে মই লগ পাইছিলোঁ আৰু তেখেতৰ সৈতে বিভিন্ন শাস্ত্রীয় বিষয়ৰ চৰ্চ্চাৰ মাজেদি বিশেষ সুখ পাইছিলোঁ। বহুতো ধর্ম আলোচনী সভা, শিক্ষা সংক্রান্ত বিষয়ত অনুষ্ঠিত হোৱা সভা প্রভৃতিত তেখেতৰ লগত একেলগে অংশ গ্রহণ কৰিছোঁ আৰু দুয়োৰে মাজত ভাৱৰ যথেষ্ট আদান প্রদান হৈছে।

মোৰ পূজ্যপাদ আচাৰ্য্যদেৱ মহামহোপাধ্যায় ড° যোগেন্দ্রনাথ তর্কসাংখ্য-বেদান্ততীর্থ মহোদয়ৰ অধীনত আমি দুয়ো শাস্ত্র অধ্যয়ন কৰিছোঁ, তেখেত আছিল মোৰ শ্রদ্ধাৰ্হ অগ্রজ সতীর্থ। অনুজপ্রতিম মোৰ প্রতি তেওঁৰ মৰমসনা অকৃত্রিম ভালপোৱা সদায় মই অনুভৱ কৰিছোঁ। নলবাৰীত অনুষ্ঠিত হোৱা সাহিত্য সভাৰ অধিবেশনৰ সময়ত তেখেতে নিজে মোক তেওঁৰ নলবাৰীৰ ঘৰলৈ লৈ গৈছিল, তাৰ পাছত নিজেও মই তালৈ গৈছোঁ—এইদৰে পাৰস্পৰিক শ্রদ্ধা আৰু সম্প্রীতিৰ মাজত আমি দুয়োৰে সম্বন্ধ বান্ধ খাই আছিল। তেখেতৰ সুযোগ্য পুত্র সংস্কৃত শিক্ষাধাৰাৰ সংৰক্ষক অধ্যাপক ড° নলিনী ৰঞ্জন শৰ্ম্মাই উক্ত সম্বন্ধ ধৰি সদায় মোক খুৰাদেউ সম্বোধনেৰে মাতি আমাৰ মাজত আত্মীয়তাখিনি গাঢ়তৰ কৰি ৰাখিছে। আমাৰ অধ্যাপক মহামহোপাধ্যায়দেৱে প্রয়াণৰ ঠিক আগে আগে 'বিদ্যাৱংশ' নামৰ পুস্তিকা এখন আত্মীয়সকলৰ অনুৰোধক্রমে যুগুত কৰে। উক্ত পুস্তিকাখনত অসমৰ বিদ্যার্থী শিষ্যৰ পৰিচয় প্রদান প্রসঙ্গত তেখেতে পণ্ডিত মনোৰঞ্জন শাস্ত্রী আৰু মোৰ কথা একেলগতে উল্লেখ কৰিছে। মহামহোপাধ্যায়দেৱৰ প্রয়াণৰ পাছত প্রকাশিত উক্ত 'বিদ্যাবংশ' পুস্তিকা এখন পাই কলিকতাৰ পৰা আনি শাস্ত্রীদেৱলৈ আগবঢ়োৱাত তেওঁ পঢ়ি অতি সন্তোষেৰে সৈতে মোক সাধুবাদ প্রদান কৰে।

এইদৰে আনন্দেৰে দিনবোৰ বৈ থাকোতে হঠাতে এদিন শাস্ত্রীদেৱে নলবাৰীৰ নিজা ঘৰত অসুস্থ হোৱা বুলি শুনি আমাৰ প্রাক্তন ছাত্র অধ্যাপক প্রবোধ চন্দ্র

গোস্বামীক লগত লৈ এদিনাখন ৰাতিপুৱা তেওঁৰ নলবাৰীৰ ঘৰলৈ গলোঁ। তেখেতৰ কাৰণে লগত লৈ যোৱা ফলখিনি তেওঁ সাদৰপ্ৰীতি সম্ভাষণেৰে মোৰ হাতৰপৰা ললে। ৰৰ যতনেৰে মোক ওচৰত বহুৱালে আৰু কব ধৰিলে প্ৰিয়াংশু, তুমি আহিছা, আজি মোৰ কি শান্তি, আজি মোৰ সকলো শান্তি, মোৰ আৰু একো আকাংক্ষা নাই, মই আৰু এতিয়া যাব পাৰোঁ। ইত্যাদি। অনুযোগৰ সুৰেৰে মই কলোঁ। — কেলেই নো আপুনি এনেদৰে কৈ আছে আপুনি সুস্থ হব, সুস্থ হৈ আমাৰ মাজত আপুনি থাকিব লাগিব। তেখেত আকৌ বাৰে বাৰে কব ধৰিলে — তুমি তো একোৱে সন্মান, একো পুৰস্কাৰ নাপালা, একোৱে তুমি নললা, তুমি এইবোৰ পাব লাগিছিল। পাছে, তোমাৰ মনত একো ক্ষোভ নাই, ৰৰ ভাল ইত্যাদি। মই কলোঁ।—শ্ৰীগুৰুদেৱৰ অশেষ কৃপা মোৰ প্ৰতি। সেই প্ৰসঙ্গত আকৌ বেলেগভাৱে কব ধৰিলে আৰু মই তেতিয়া বেলেগ প্ৰসঙ্গলৈ অহাৰ কাৰণে দুনাই তেখেতৰ শাৰীৰি কুশল প্ৰশ্ন, তেখেতৰ খোৱাবোৱা, পথ্য আদি সম্বন্ধে সুধিব ধৰিলোঁ। এইদৰে তেখেতৰ মৰমসনা সহৃদয় উক্তি প্ৰত্যুক্তিৰ মাজেদি ভালেমান সময় অতিবাহিত হ'ল। আবেলিপৰত গুৱাহাটীলৈ ঘূৰি অহাৰ কাৰণে পাৰস্পৰিক কুশল প্ৰশ্নৰ মাজত তেখেতৰ শাৰীৰিক সুস্থতা প্ৰাৰ্থনা কৰি তেওঁৰ পুত্ৰ নলিনী ৰঞ্জন শৰ্মাৰ পৰা তেখেতৰ চিকিৎসাদি সম্বন্ধে সকলো খবৰ লৈ তেওঁৰ ঘৰৰ পৰা বিদায় ললোঁ।

অধ্যক্ষ ত্ৰৈলোক্য নাথ গোস্বামীদেৱৰ শাৰীৰিক অসুস্থতাৰ কথা গম পাই তেখেতৰ ঘৰলৈও গলোঁ। শুনিলোঁ, তেওঁ কাকো দেখা নকৰে, খুব জ্বৰ, বিশেষ অসুখ তেওঁ। কিন্তু মই যোৱা বুলি শুনি মোক তেওঁ মাতিলে। ঘৰত সোমায়েই মই তেখেত শুই থকা বিছনাত বহি তেখেতৰ কপালত হাত দিলোঁ। গোস্বামীদেৱে নিজৰ স্বভাৱসিদ্ধ ধীৰ গম্ভীৰ কণ্ঠেৰে কলে — 'উপাধ্যায়, বেমাৰীৰ ইমান ওচৰত বহিব নাপায়, বেমাৰী বিছনাত তেনেকৈ বহিব নাপায়, বেমাৰ সংক্ৰমিত হব পাৰে।' মই কলোঁ।—একো নহয়, আপোনাৰ সুস্থতা প্ৰাৰ্থনা কৰি নিশঙ্কচিত্তে আপোনাৰ ওচৰত বহিছোঁ। শুনি তেওঁ অলপ হাঁহিলে আৰু অসুস্থতাৰ মাজতো লাহে লাহে উঠি বহিল। প্ৰীতি সম্ভাষণেৰে কিছু সময় দুয়ো কথা-বতৰা হলোঁ।—বিশেষ আনন্দ অনুভৱ কৰিলোঁ। তেখেতে মোৰ পৰা মনোৰঞ্জন শাস্ত্ৰী দেৱৰ খা-খবৰ ললে। এইদৰে পাৰস্পৰিক প্ৰীতি সম্ভাষণৰ মাজত লাহে লাহে গধূলি হল, তেখেতে বিশ্ৰাম লব লাগে—তেখেতক বিশ্ৰাম লবলৈ কলোঁ। আৰু তেখেতলৈ মোৰ সশ্ৰদ্ধ নমস্কাৰ জ্ঞাপন কৰি গুৱাহাটীলৈ ঘূৰি আহিলোঁ।

কেইদিনমানৰ পাছত হঠাতে এদিন শুনিলোঁ যে বেছি অসুস্থ হোৱা হেতুকে চিকিৎসাৰ কাৰণে শাস্ত্ৰীদেৱক নলবাৰীৰ ঘৰৰ পৰা গুৱাহাটীলৈ অনা হৈছে। যথাৰীতি চিকিৎসা চলিল – প্ৰাকৃতিক নিয়ম অনুসৰি ষড়ভাৱবিকাৰধৰ্মী পাঞ্চ-ভৌতিক কলেৱৰৰ বিলয়সাধনক্ৰমে শাস্ত্ৰীদেৱে ১৯৮৮ খ্ৰীষ্টাব্দৰ চাৰি জানুৱাৰী তাৰিখে যোচিত ধামলৈ প্ৰয়াণ কৰিলে। বৌদ্ধিকজগতত বিভিন্ন দিশত অবিৰত জ্ঞানানুসন্ধানী সূক্ষ্মদৃষ্টি সঞ্চাৰিণী প্ৰখৰ বুদ্ধিদীপ্ত দীপশিখা এটি নিৰ্ব্বা-পিত হল—শিক্ষাজগতত বিশেষকৈ সংস্কৃত শিক্ষাজগতত দুৰ্‌পূৰণীয় এক অভাৱ অনুভূত হল। ইয়াৰ পাছত তেখেতৰ নলবাৰীৰ ঘৰলৈ গলোঁ– অবৰ্ণনীয় এক ৰিক্ততা অনুভৱ কৰিলোঁ। তীক্ষ্ণ মেধা আৰু বুদ্ধিসূচক উন্নতনাসাসমন্বিত, শাস্ত্ৰানুশীলী, বিদ্যাব্যসনী, শাস্ত্ৰানুধ্যানদীপ্ত আনন, গৌৰকান্তি শাস্ত্ৰীদেৱৰ স্মৃতি মানসপটত বাৰে বাৰে ভাঁহি উঠিল।

বাল্যাবধি আজীৱন জ্ঞান অৰ্জ্জনৰ এক অদম্য স্পৃহা, অৰ্জ্জিত জ্ঞানৰ অনুশীলন আৰু বিজ্ঞানসম্মত বিশ্লেষণাত্মক দৃষ্টিৰে তাৰ পৰ্য্যবেক্ষণৰ স্বতঃস্ফূৰ্ত্ত প্ৰেৰণাৰে সদায় উদ্বুদ্ধ থাকি শাস্ত্ৰীদেৱে তেখেতৰ গভীৰ অধ্যয়নৰ ফলশ্ৰুতিস্বৰূপ বিভিন্ন দিশত ৰচনা কৰা ভিন ভিন কিতাপ, গৱেষণামূলক ভিন ভিন নিবন্ধ আদিৰ মাজত তেখেতৰ নিৰবচ্ছিন্ন বিদ্যাসাধনাৰ জ্বলন্ত নিদৰ্শন আমাৰ মাজত ৰৈ গৈছে।

তেখেতৰ বিদ্যাসাধনাৰ ধাৰা আমাৰ মাজত বৰ্ত্তি থাকক, শাস্ত্ৰজ্ঞান অৰ্জ্জনৰ স্পৃহাই আমাক প্ৰবুদ্ধ কৰক আৰু তেওঁৰ শাস্ত্ৰজ্ঞানানুসৰণৰ দীপ্তিময়ী পূত স্মৃতি অম্লানৰূপে সদায় মূৰ্ত্তময়ী হৈ ৰওক এই প্ৰাৰ্থনাৰে আজি শ্ৰদ্ধাস্পদ শাস্ত্ৰীদেৱলৈ মোৰ প্ৰীতিৱদ্ধ শ্ৰদ্ধাঞ্জলি যাচিছোঁ।

# আচাৰ্য্য শাস্ত্ৰীৰ সান্নিধ্য

## ডক্টৰ শ্ৰীপ্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্য

সংসাৰখন বিষবৃক্ষৰ দৰে যদিও, এই বিষবৃক্ষৰ পৰা অমৃতময় দুটি ফল পোৱা যায়; তাৰে এটা হৈছে সাধুসংগ লাভ আৰু আনটো কাব্য ৰসপান। আমাৰ ক্ষুদ্ৰ মানৱ জীৱনৰ সীমাৰেখাৰ মাজত আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰীৰ সৈতে সান্নিধ্য লাভৰ দ্যুতিমান সজীৱ আৰু গভীৰ স্মৃতিয়ে সঘনে মোৰ মনত ৰেখাপাত কৰি আছে। ইংৰাজী ১৯৩৮ চনত নলবাৰী সংস্কৃত কলেজৰ প্ৰতিষ্ঠা কালৰে অধ্যাপক তথা প্ৰতিষ্ঠাপক অধ্যক্ষ মনোৰঞ্জন শাস্ত্ৰীৰ নাম আমি নলবাৰী গৰ্ডন হাইস্কুলৰ সপ্তম মানৰ ছাত্ৰৰূপে শুনিবলৈ পাইছিলোঁ। কিন্তু এইজনা পণ্ডিতৰ সান্নিধ্য লাভ ঘটিছিল গুৱাহাটীতহে—গুৱাহাটী আলোচনা চক্ৰৰ জৰিয়তে ১৯৫৫ চনৰ পিছত। ইংৰাজী ১৯৪৩ চনতে মই নলবাৰী গৰ্ডন হাইস্কুলৰ পৰা প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ গুৱাহাটীলৈ বি. বৰুৱা কলেজত আই.এ (কম্) পঢ়াৰ উদ্দেশ্যে আহিছিলোঁ। ১৯৪২ চনত নলবাৰী গৰ্ডন হাইস্কুলৰ মুখপত্ৰ আলোচনী 'নৈবেদ্য'ত মোৰ স্বৰচিত কবিতা 'কবিৰ সমাধি' প্ৰকাশ হৈছিল: নলবাৰী সংস্কৃত কলেজৰ অন্যতম প্ৰতিষ্ঠাপক ছাত্ৰ শ্ৰীবিশ্বনাৰায়ণ গোস্বামীৰ (বৰ্তমানে ড° বিশ্বনাৰায়ণ শাস্ত্ৰী) প্ৰবন্ধ এটিও 'নৈবেদ্য'ত প্ৰকাশ হৈছিল। সেই সময়ত নলবাৰী নগৰিকা সংস্কৃত শিক্ষা তথা চৰ্চাৰ খ্যাতনামা কেন্দ্ৰ হৈ পৰিছিল। পণ্ডিত প্ৰতাপচন্দ্ৰ গোস্বামী বিদ্যাবিশাৰদ, প্ৰধান শিক্ষক মণিৰাম দাস, ৰায়চাহাব প্ৰতাপ নাৰায়ণ চৌধুৰী (মৌজাদাৰ) আদিৰ যত্নত নলবাৰী সংস্কৃত কলেজখনি অধ্যক্ষ মনোৰঞ্জন শাস্ত্ৰীৰ সক্ৰিয় সহযোগত গঢ় দি উঠাটো আমি পঢ়াশলীয়া ছাত্ৰাৱস্থাতে জানিবলৈ পাইছিলোঁ। পৰবৰ্ত্তী কালত গম পাইছিলোঁ যে মংগলদৈ অঞ্চলৰ ভেকেৰা গাৱঁত ১৮৩২ শকৰ ফাগুনৰ দোল পূৰ্ণিমাত (ইংৰাজী ১৯১৫ খৃঃ) জন্মলাভ কৰি সৰস্বতীৰ কৃপা আৰু নিজৰ অধ্যৱসায় তথা নিষ্ঠাৰ বলত সাতোটা বিষয়ত প্ৰথম শ্ৰেণী আৰু সোণৰ পদক লাভ কৰিছিল। কিন্তু ইমান পাণ্ডিত্যৰ অধিকাৰী লোকজনৰ লগত গুৱাহাটী, নলবাৰী, কামপুৰ, ভেকেৰা, দলগাওঁ আদিৰ সভা-সমিতি, ব্যক্তিগত পৰিবেশত প্ৰায় ত্ৰিশ বছৰ কালত মই তেওঁৰ সৈতে নানা কথা-বতৰা পাতোঁতে কোনো

দিনে অহংভাৱৰ প্ৰকাশ হোৱা নেদেখিলোঁ। সৰস্বতীৰ কৃপা লাভ কৰা এইজনা পণ্ডিতে নিজা অধ্যৱসায়ৰ ফলতে ইংৰাজী ভাষাও আয়ত্ত কৰিছিল। অধ্যাপক ড° প্ৰফুল্লদত্ত গোস্বামীৰ সম্পাদনাত 'জাৰ্ণেল অব্ দি গৌহাটী ইউনিভাৰ্চিটী'ত মহামহোপাধ্যায় ৰাজগুৰু দামোদৰ মিশ্ৰৰ বিষয়ে ইংৰাজী প্ৰবন্ধ ১৯৫৪ ইং চনত শাস্ত্ৰীয়ে লিখি প্ৰকাশ কৰা মই জানিছিলোঁ। আৰু এই প্ৰবন্ধটি পঢ়ি বহুতো নতুন তথ্যৰ সন্ধান পাইছিলোঁ। গুৱাহাটী আলোচনা চক্ৰৰ প্ৰতিষ্ঠাপক সম্পাদক শ্ৰীঅতুলচন্দ্ৰ বৰুৱাৰ সৈতে থকা আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰীৰ গভীৰ বন্ধুত্ব ডোলৰ মাজত মৰ্‌মা তুলসীৰ লগত কলপটুৱা ৰূপে কেৰাখনো বৈঠকত যোগদান কৰি উপকৃত হৈছিলোঁ আৰু শাস্ত্ৰীৰ তাত্ত্বিক ভাষণ, ব্যাখ্যা আদি শুনিছিলোঁ। এদিনাখন আমাৰ চানমাৰীৰ নৱগিৰিৰ ঘৰত শাস্ত্ৰীয়ে দুপৰীয়াৰ আহাৰ খাই, আবেলি গুৱাহাটী আলোচনা চক্ৰৰ বৈঠকত যোগ দিছিল। প্ৰয়াত পণ্ডিত অধ্যক্ষ তীৰ্থনাথ শৰ্মা, আচাৰ্য্য ৰজনীকান্তদেৱ শৰ্মা, অধ্যক্ষ ত্ৰৈলোক্যনাথ গোস্বামী, অধ্যক্ষ গিৰিধৰ শৰ্মা আদিৰ লগত 'শাস্ত্ৰীৰ ঘনিষ্ঠতা আছিল বুলি মই জানিছিলোঁ। অধ্যাপক ডক্টৰ শ্ৰীপ্ৰফুল্লদত্ত গোস্বামী, অধ্যাপক ডক্টৰ শ্ৰীসত্যেন্দ্ৰনাথ শৰ্মা, অধ্যাপক ডক্টৰ শ্ৰীমুকুন্দ মাধৱ শৰ্মা, অধ্যাপক শ্ৰীৰাজেশ্বৰ তৰ্কতীৰ্থ আদিৰ সৈতেও তেওঁৰ আত্মীয়তা গঢ় দি উঠিছিল। ১৯৮৮ ইং চনৰ ৪ জানুৱাৰীত শাস্ত্ৰীৰ পৰলোক ঘটে। শাস্ত্ৰীৰ সংস্কৃত, অসমীয়া আৰু ইংৰাজী ভাষাত ৰচিত ৰচনাৱলীৰ সম্যক পৰিচয় দিয়াটো অসম্ভৱ।

মই শাস্ত্ৰীদেৱৰ ৰচিত *অসমৰ বৈষ্ণৱ দৰ্শনৰ ৰূপৰেখা* ( ১৯৫৪ খৃঃ ), *পতাকাপ্ৰকাশ* ( ১৯৫৬ খৃঃ ), *সাহিত্য দৰ্শন* ( ১৯৬২ খৃঃ ) আৰু কেইটামান অসমীয়া তথা ইংৰাজী প্ৰবন্ধহে পঢ়িছোঁ আৰু বাকী পুথিৰ ভিতৰত *পতাকামায়া*, কেতেকী *কাব্যম্*, উতঙ্ক-ভৈক্ষম, *ৰাক্যাৰ্থবোধ*, বুদ্ধ চৰিত আদি পঢ়া নাই ; তেওঁৰ ৰচিত *কুমাৰিল ভট্টপাদ আৰু আচাৰ্য ধৰ্মকীৰ্ত্তি* ( ১৯৮৬ খৃঃ) সৰ্চাকৈয়ে এখন আগশাৰীৰ গৱেষণামূলক গ্ৰন্থ আৰু এই গ্ৰন্থখনে ৰাজ্যিক ভেটিত জগদ্ধাত্ৰী-হৰমোহন সাহিত্য বঁটা পাইছে। প্ৰকাশৰ পথত শাস্ত্ৰীদেৱৰ ৰচিত *বাল মনোৰঞ্জনী* ( সংস্কৃত কাব্য ), *বৈদিক দৰ্শনৰ ৰূপৰেখা*, *অসমৰ ধৰ্ম আৰু দৰ্শন* আদি পুথি আছে বুলি নলবাৰী সাহিত্য সভাৰ পৰা প্ৰকাশিত 'নলশ্ৰী' ( ১৯৯০ খৃঃ ২৬ জানুৱাৰী ) আলোচনীত সন্নিবিষ্ট প্ৰবন্ধৰ পৰা মই গম পাইছোঁ। আগ্ৰহশীল পাঠক সমাজৰ কাৰণে শাস্ত্ৰীদেৱৰ ৰচনাৱলী গভীৰ চৰ্চা তথা গৱেষণাৰ সম্বল। 'নৱং-জেউতি' ( ১৯৯১ মাৰ্চ )গ্ৰন্থতো শাস্ত্ৰীক

পাণ্ডিত্যৰ বিষয়ে ড° নবীনচন্দ্ৰ শৰ্মাই ইতিমধ্যে আলোচনা কৰিছে। 'নন্দশ্ৰী' আলোচনীত সৰ্ব্বশ্ৰী হৰেন্দ্ৰনাথ শৰ্মা, নৃপেন্দ্ৰনাথ শৰ্মা, কুসুমচন্দ্ৰ শৰ্মা আৰু মহেন্দ্ৰনাথ বুজৰ বৰুৱাৰ ৰচনাত শাস্ত্ৰীদেৱৰ প্ৰতিভাৰ পৰিচয় পোৱা গৈছে। দৰঙী কলা-কৃষ্টি নামৰ পুথিত শাস্ত্ৰীয়ে লিখা ঢেপা-ঢুলীয়া প্ৰবন্ধটি অতিশয় তথ্য সমৃদ্ধ। অসমৰ পৰা প্ৰকাশিত ইংৰাজী জাৰ্ণেল তথা অসমীয়া আলোচনীৰ উপৰিও অসমৰ বাহিৰৰ ইংৰাজী তথা সংস্কৃত পত্ৰিকাত শাস্ত্ৰীৰ প্ৰবন্ধ আদি প্ৰকাশ হৈছে: সেয়েহে আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰী অসমৰ মহিমা প্ৰকাশক অন্যতম অগ্ৰদূত বুলি বিশ্বাস হয়।

শাস্ত্ৰীদেৱৰ বৈষ্ণৱ দৰ্শন আৰু অন্যান্য ৰচনাৰ ক্ষেত্ৰত একাধিক বাদ-প্ৰতিবাদ আলোচনী-পত্ৰিকাত প্ৰকাশ হৈছিল আৰু সেই সম্বন্ধে তেওঁ মোক প্ৰতিপক্ষৰ অক্ষমতা-অজ্ঞতাৰ নিদৰ্শনবোৰ আঙুলিয়াইছিল। তেওঁৰ গভীৰ যুক্তিবোৰে মোক প্ৰত্যয় নিয়াব পাৰিছিল। তেওঁ যিখিনি কথা ভালকৈ জানিছিল—সেই কথাহে লিপিবদ্ধ কৰিছিল। তেওঁ দৰঙী কলা-কৃষ্টিৰ এজন উপযুক্ত ব্যাখ্যাকাৰ আছিল।

শাস্ত্ৰীৰ সান্নিধ্য লাভ আমাৰ কাৰণে অমৃতময় অভিজ্ঞতা। নলবাৰীৰ সংস্কৃত মহাবিদ্যালয়ৰ সমীপৰ বাসগৃহত, আমাৰ দীঘেলীৰ ঘৰত, গুৱাহাটীৰ নবগিৰিৰ আমাৰ বাসভৱনত, ভেকৰাত দৰং ব্ৰাহ্মণ সমাজৰ সভা উপলক্ষে শাস্ত্ৰীদেৱৰ গৃহত, কামপুৰত অসম সাহিত্য সভাৰ অধিবেশন উপলক্ষে মৌজাদাৰ কৃষ্ণচন্দ্ৰ গোস্বামীৰ বাসভৱনত তদুপৰি বহুতো সভা-সমিতি, গুৱাহাটী আলোচনাৰ চক্ৰৰ বৈঠক তথা ব্যক্তিগত ক্ষেত্ৰত এনে সান্নিধ্য লাভৰ সুযোগ ঘটিছিল। ১৯৭৭ ইং চনৰ আগষ্ট মাহত আমাৰ পিতৃদেৱতা শংকৰচন্দ্ৰ কৰ্মবাগীশৰ মৎস্যস্পৰ্শ উপলক্ষে শাস্ত্ৰীদেৱে আমাৰ দীঘেলীৰ ঘৰলৈ আহিছিল: দুপৰীয়া তেওঁ *গীতা* পাঠ কৰাৰ সময়ত ওপৰৰ পৰা বৰষুণ দিবলৈ ধৰিছিল। আমাৰ মাতৃয়ে চাকি-ধূপ লৈ ইন্দ্ৰ দেৱতাক বৰষুণ নিদিবলৈকে প্ৰাৰ্থনা জনাইছিল: তাকে দেখি শাস্ত্ৰীয়ে হাঁহি মাৰি কলে:—"আই, এয়া পুষ্পবৃষ্টি। স্বৰ্গগত পুৰুষৰ শান্তিজলহে। আপুনি চিন্তা নকৰিব।" আমাৰ পিতৃতকৈ তেওঁ প্ৰায় সোতৰ বছৰে সৰু আছিল। ভেকৰাত দৰং ব্ৰাহ্মণ সমাজৰ যজ্ঞ তথা সভাৰ সময়ত অধ্যাপক ডক্টৰ শ্ৰীমুকুন্দ মাধৱ শৰ্মা আদিৰে আমি শাস্ত্ৰীদেৱৰ ঘৰলৈ গৈছিলোঁ। নৰিয়া গাৰে শাস্ত্ৰীয়ে আমাক আদৰ-সাদৰ কৰিছিল। কামপুৰত অসম সাহিত্য সভাৰ অধিবেশনৰ সময়ত তিনিদিন, তিনি ৰাতি আমি মৌজাদাৰ

গোস্বামীৰ ঘৰত একেলগে আলহী আছিলোঁ। শাস্ত্ৰীদেৱে বাড়িপুৰা মৌজাদাৰৰ গোঁসাই ঘৰত শালগ্ৰাম ধুৱাই পূজা কৰিছিল। অসম সাহিত্য সভাৰ সভাপতি অধ্যাপক বীৰেন বৰকটকী তথা অধ্যাপক যোগেশ দাস, অধ্যাপক বীৰেন্দ্ৰনাথ তালুকদাৰ (শ্বিলং) মই আৰু বহুতৰে সৈতে মৌজাদাৰৰ বাসভৱনত তেওঁ শাস্ত্ৰীয় সদালাপ কৰিছিল। তেওঁৰ কথা-বতৰা মিহি, গহীন আৰু তথ্য সমৃদ্ধ আছিল আৰু সৰলতা, নিষ্ঠা, জ্ঞান পৰায়ণতা সততে প্ৰকাশ পাইছিল।

শাস্ত্ৰীদেৱৰ বিষয়ে সুধিলে বহুত কথাই কব পাৰি; এনে ধৰণৰ পণ্ডিত লোক অসমত কিয় ভাৰতবৰ্ষতে বিৰল বুলি মোৰ ভাব হৈছে। পণ্ডিত আনন্দৰাম বৰুৱা, প্ৰাচ্যবিদ্ কৃষ্ণকান্ত সন্দিকৈ, মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্য্য আদিৰ শাৰীতে আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰীও অসমৰ এজন প্ৰথিতযশা—সুপ্ৰতিষ্ঠিত মনীষী। আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰী চিৰজীৱতু। ●

# নলবাৰী সংস্কৃত কলেজ আৰু আচাৰ্য্য শাস্ত্ৰীদেৱৰ সোঁৱৰণ

**অধ্যাপক প্ৰভাতশৰ্মা শাস্ত্ৰী**

এই শতিকাৰ শেহৰ ফালে কেইগৰাকী মান বিদ্যোৎসাহীলোকৰ চেষ্টাত নলবাৰীত বেচৰকাৰী সংস্কৃত কলেজ এখন স্থাপিত হৈছিল। অসমৰ একমাত্ৰ চৰকাৰী সংস্কৃত কলেজ খন আছিল শ্ৰীহট্টত। অসম সংস্কৃত ব'ৰ্ডৰ কাৰ্য্যালয়ো শ্ৰীহট্টত আছিল। যোৰহাটতো এখন সংস্কৃত কলেজ আৰম্ভ কৰা হৈছিল। পিছলৈ সেইখন বৰ্ত্তি নাথাকিল। অসমৰ চৰকাৰী আৰু বেচৰকাৰী দুয়োখন সংস্কৃত কলেজৰ শিক্ষাদান পৰম্পৰাগত পদ্ধতিত চলিছিল। কলেজ দুখনৰ ছাত্ৰসকলে অসম সংস্কৃত ব'ৰ্ডৰ পৰীক্ষা সমূহৰ পাঠ্যক্ৰমৰ শিক্ষা লাভ কৰিছিল। কলিকতা গভৰ্ণমেণ্ট সংস্কৃত কলেজত বঙ্গীয় সংস্কৃত পৰিষদ আৰু কলিকাতা বিশ্ববিদ্যালয়ৰ দ্বাৰা প্ৰবৰ্ত্তিত পৰীক্ষা সমূহৰ পাঠ্যক্ৰমৰ শিক্ষা দিয়া হৈছিল। সম্প্ৰতি গুৱাহাটীৰ চৰকাৰী সংস্কৃত কলেজৰ পৰীক্ষা গুৱাহাটী বিশ্ববিদ্যালয়ৰ দ্বাৰা প্ৰবৰ্ত্তিত পাঠ্যক্ৰমৰ ওপৰত লোৱা হয়। এই কলেজৰপৰা উত্তীৰ্ণ হোৱা স্নাতক সকলে বিশ্ববিদ্যালয়ৰ অন্য স্নাতকসকলৰ সমান অৰ্হতা লাভ কৰিছে। নলবাৰী সংস্কৃত কলেজৰ শিক্ষাদান আৰু পৰীক্ষা গ্ৰহণ পূৰ্বৰ দৰে আছে।

আমি নলবাৰী সংস্কৃত কলেজত ছাত্ৰ হিচাপে প্ৰবেশ কৰাৰ পূৰ্বে অসমৰ উজনি-নামনিৰ কেইবাগৰাকী ছাত্ৰ এই কলেজত পঢ়ি ব্যাকৰণ, কাব্য, স্মৃতি আৰু দৰ্শনশাস্ত্ৰবোৰৰ উপাধি পৰীক্ষাত সুখ্যাতিৰে উত্তীৰ্ণ হৈছিল। সেই সময়ত কলেজখনৰ আজি কালি দেখা পাঠ গৃহটো নিৰ্মিত হৈ উঠিছিল। এই গৃহৰ তিনিটা কক্ষ আছিল। তাৰে এটা আছিল ডাঙৰ। এটা কক্ষত অধ্যাপক সকল আছিল আৰু তাতে কলেজৰ কাৰ্য্যালয়ো চলিছিল। পুথিভঁৰাল তাতে আছিল। আন দুটা কক্ষত ছাত্ৰ সকল আছিল। দুটা কোঠাত একোখন ডাঙৰ খাটৰ ওপৰত শীতলপাটী পৰা আছিল। তাতে একোগৰাকী অধ্যাপকে একোটা পৰীক্ষাৰ ছাত্ৰসকলক পাঠ দান কৰিছিল। ছাত্ৰসকল আৰু অধ্যাপক তেৰে একোখন খাটত একে লগে বহিছিল। পাঠগ্ৰহণৰ অন্তত ছাত্ৰসকলে অধ্যাপকৰ চৰণ চুই সেৱা জনাইছিল।

আমি পঢ়া সময়ত নলবাৰী সংস্কৃত কলেজত তিনিগৰাকী অধ্যাপক পাইছিলোঁ। তেওঁলোক আটাই কেইগৰাকী খ্যাতিমান পণ্ডিত আছিল। আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰীদেৱ আছিল অধ্যক্ষ। তেওঁ স্মৃতি, ধৰ্ম্মশাস্ত্ৰ, বেদান্ত আৰু মীমাংসাৰ অধ্যাপনা কৰিছিল। পণ্ডিত ভগৱান চন্দ্ৰ গোস্বামীদেৱে অধ্যাপনা কৰিছিল ব্যাকৰণ আৰু কাব্যৰ। পণ্ডিত চক্ৰপতি তৰ্কতীৰ্থদেৱে ন্যায় আৰু সাংখ্যৰ অধ্যাপনা কৰিছিল।

এটা খেৰীঘৰত ছাত্ৰসকলৰ মেছৰ ৰন্ধা-বঢ়া চলিছিল। ওচৰৰ আন এটা তেনে ঘৰত আমি ভোজন কৰিছিলোঁ। ছাত্ৰসকলে এজন এজনকৈ পাল-পাতি ভাত ৰান্ধিব লাগিছিল। সাধাৰণতে এদিনৰ এনিশাৰ আৰু পিছ দিনাৰ দুপৰীয়াৰ ৰন্ধা পাল এজনৰ পৰিছিল। ৰন্ধাৰ আগতে ভাত-ৰন্ধা চৌকা মছি পৰিষ্কাৰ কৈ লোৱাৰ নিয়ম আছিল। কলেজৰ চকিদাৰ জনে মেছৰ যোগাৰী আছিল। ৰাতিপুৱা আৰু আবেলিৰ চাহপানী যোগাৰীয়ে কৰিছিল।

শাস্ত্ৰীদেৱে পৰিয়াল নিজৰ ঘৰত (নবগুৰ ভেকৰাত) ৰাখি অকলে আছিল। শাস্ত্ৰীদেৱ আৰু তৰ্কতীৰ্থদেৱ কলেজৰ কাৰ্য্যালয়ৰ কক্ষটোতে আছিল। প্ৰাচীন পদ্ধতি মতে প্ৰতিপৎ, অষ্টমী আদি তিথিৰ অনধ্যায়ৰ দিনত কলেজ বন্ধ থাকিলে তৰ্কতীৰ্থদেৱ আৰাংমৌৰ নিজ ঘৰলৈ গৈছিল। সেইদৰে কেতিয়াবা শাস্ত্ৰীদেৱ ভেকৰালৈ গৈছিল। ছাত্ৰাবাসৰ অধীক্ষক আছিল শাস্ত্ৰীদেৱ।

শাস্ত্ৰীদেৱ আৰু তৰ্কতীৰ্থদেৱে আমাৰ মেছত খাইছিল। গোস্বামীদেৱে তেওঁৰ নামকোণাৰ ঘৰৰ পৰা কলেজলৈ অহা-যোৱা কৰিছিল। তেওঁ কেতিয়াবা আমাৰ মেছৰ অতিথি হৈছিল। সেই বছৰত প্ৰতিষ্ঠিত হোৱা নলবাৰী কলেজৰ গণিতৰ অধ্যাপক কামাখ্যা কমল পণ্ডিতদেৱে প্ৰায় এবছৰ কাল অধ্যাপক দুগৰাকীৰ লগত থাকি আমাৰ লগত ভোজন কৰিছিল।

সেই সময়ত আমাৰ মেছৰ ভাত-চাহৰ খৰচ মাহেকত চৈধ্য-পোন্ধৰ টকা মানৰ বেছি নহৈছিল। তেতিয়া নলবাৰীত কাৰৈ-মাগুৰ মাছৰ দাম সস্তা আছিল। বৰ্ণিবাৰী আদি বিলৰ মাছ টিনত ভৰাই মূৰত লৈ বিকিবলৈ অনা তিৰোতা মানুহে কাৰৈ মাছ কুৰিত দহ পইচা, তিনি অনাত দিছিল। মাগুৰ মাছ টকাত দহোটামানকৈ পোৱা গৈছিল। চাউল পাল্লাৰ হিচাপত আৰু কল আধিৰ হিচাপত বিক্ৰী হৈছিল। দুবাৰমান জগতৰ পিতাকে ঘৰৰ ওচৰৰ বিলত কাও পাতি ধৰা শৰালি হাঁহো আনি দিছিল।

ছাত্ৰসকলে কলেজ কৰ্তৃপক্ষৰপৰা মাহিলি ১২ (বাৰ) টকাকৈ বৃত্তি লাভ কৰিছিল। কেইজনমান ছাত্ৰই পৰীক্ষাৰ ফলৰ ওপৰত চৰকাৰী বৃত্তিও পাইছিল।

ছাত্ৰসকলৰ ঘৰৰ অৱস্থা টনকিয়াল নাছিল যদিও ভোজনৰ ব্যৱস্থা বেয়া নাছিল। দুগৰাকী অধ্যাপক, পণ্ডিত মহোদয় আৰু আমি—ছাত্ৰসকলে শাৰীপাতি বহি ভোজন কৰিছিলোঁ। ভোজনৰ সময়ত বচনত সংযমী হোৱা বিধান আছে যদিও কেতিয়াবা খুহুতীয়া কথা ওলাইছিল আৰু হাঁহিৰ ৰোল উঠিছিল। কেতিয়াবা আঞ্জা বেয়া হ'লে শাস্ত্ৰীদেৱে 'ইয়াক খোৱা নোৱাৰে, ইয়াক তালাধঃকৰণ কৰা বোলে বুলি ৰগৰ কৰিছিল। 'অৰ্দ্ধপাকে সৰস্বতী' কৰিব খোজা ছাত্ৰসকলে সেই সময়ত ভালকৈ খোৱাৰ প্ৰয়োজন অনুভৱ কৰিব পৰা নাছিল যদিও পিছলৈ হয়তো উপলব্ধি কৰিছিল। কথা প্ৰসঙ্গত শাস্ত্ৰীদেৱে কলিকতা সংস্কৃত কলেজৰ অধ্যাপক এগৰাকীৰ ঘৰৰ লোকসকলে একো বাটিকৈ সন্দেশ খোৱাৰ কথা কৈছিল।

আমি সংস্কৃত কলেজত ভৰ্ত্তি হৈ কেইগৰাকীমান আগৰেপৰা পঢ়ি থকা ছাত্ৰ পাইছিলোঁ। নৰ্দিৰ ভৱকান্ত শৰ্মাদেৱ আৰু টিহু বনগাৱঁৰ মহেন্দ্ৰ নাথ শৰ্মাদেৱে উভয়ে স্মৃতিশাস্ত্ৰৰ উপাধি, মোহখলিৰ ৰজনীকান্ত শৰ্মাদেৱৰ সাংখ্যদৰ্শনৰ উপাধি, কৈঠালকুচিৰ সুৰেন্দ্ৰ নাথ গোস্বামীদেৱে কাব্যৰ উপাধি আৰু পিংগলেশ্বৰৰ বিশ্বনাথ শৰ্মাদেৱে ব্যাকৰণৰ উপাধি পঢ়ি আছিল। ১৯৪৫ চনত মই আৰু পালাৰাৰ গোবিন্দ গোস্বামীদেৱে ব্যাকৰণৰ উপাধি, হালধিবাৰীৰ অচ্যুতানন্দ গোস্বামীদেৱে কাব্যৰ উপাধি, বৰভিঠাৰ সত্যপ্ৰসাদ মিশ্ৰদেৱে স্মৃতিৰ উপাধি পঢ়িব লৈছিলোঁ। নলবাৰীৰ ওচৰৰ গোপীনাথ তহবিলদাৰ নামৰ এগৰাকীয়ে বেদান্ত দৰ্শনৰ মধ্যপৰীক্ষাৰ বাবে অধ্যয়ন কৰিছিল। নলবাৰী ওচৰৰ জয়কান্ত শৰ্মা নামে এগৰাকীয়ে আগৰেপৰা স্মৃতি আৰু কৰ্মকাণ্ডৰ অধ্যয়ন কৰিছিল। মণিপুৰৰপৰা শকুল চন্দ্ৰ শৰ্মা আৰু নীলবীৰ শৰ্মা নামৰ দুগৰাকী ছাত্ৰও সেই বছৰতে সংস্কৃত কলেজলৈ আহিছিল। শকুল শৰ্মাদেৱে ইতিপূৰ্বে দুটা বিষয়ৰ উপাধি পৰীক্ষাত উত্তীৰ্ণ হৈ আহিছিল। তেওঁ নলবাৰী সংস্কৃত কলেজত বেছি দিন থকা নাছিল। নীলবীৰ শৰ্মাদেৱে মুগ্ধবোধ ব্যাকৰণৰ উপাধি পঢ়িছিল।

ভৱকান্ত শৰ্মাদেৱ, সুৰেন্দ্ৰ নাথ গোস্বামীদেৱ আৰু বিশ্বনাথ শৰ্মাদেৱে নিজৰ নিজৰ বিষয়ৰ উপাধি পৰীক্ষাত (১৯৪৬ চনত) উত্তীৰ্ণ হৈ শিক্ষকতা

—৫

কৰিছিল গৈ। দ্বিতীয় বছৰত সৰাবাৰীৰ গুৰুচৰণ ভট্টাচাৰ্য্যদেৱে ব্যাকৰণৰ উপাধি পঢ়িবৰ বাবে আমাৰ লগ লৈছিল।

দ্বিতীয় বছৰৰ আদিতে আমি গৈ নতুনকৈ নিৰ্মিত হৈ উঠা ছাত্ৰাবাসত থাকিবলৈ পাইছিলোঁ। মই, নীলবীৰ শৰ্মাদেৱ আৰু মহেন্দ্ৰ নাথ শৰ্মাদেৱে একেটা কোঠালিতে আছিলোঁ। নীলবীৰ শৰ্মা মোৰ বয়সৰ আছিল। মই তেওঁক 'মিতিৰ' বুলি মাতিছিলোঁ। তেওঁ চলিব পৰাকৈ অসমীয়া শিকি লৈছিল। আমিও দুই চাৰিটা মণিপুৰী শব্দ শিকিবলৈ যত্ন কৰিছিলোঁ। তেওঁ মোক প্ৰাচীন মণিপুৰী হৰফ থকা সৰু পুথি এখন দিছিল। আমাৰ লগৰ প্ৰায় সকলো কেইগৰাকী ছাত্ৰই ১৯৪৭ চনত নিজৰ নিজৰ বিষয়ৰ পৰীক্ষাত সুখ্যাতিৰে উত্তীৰ্ণ হৈছিল।

সংস্কৃত ভাষণৰ অনুশীলনৰ বাবে আমাৰ ছাত্ৰাবাসৰ এখন সংস্কৃত সভা আছিল। সম্পাদক আছিল আমাৰ ভিতৰত বয়স আৰু বিদ্যাৰে মানী মহেন্দ্ৰ নাথ শৰ্মাদেৱ। সপ্তাহৰ এদিন সন্ধিয়া অনুষ্ঠিত হোৱা এই সভাত অধ্যাপকসকলে, বিশেষকৈ শাস্ত্ৰীদেৱে সভাপতিত্ব কৰিছিল আৰু সংস্কৃতত ভাষণ দি আমাক উৎসাহিত কৰিছিল। নলবাৰী কলেজৰ সেই সময়ৰ সংস্কৃতৰ অধ্যাপক লক্ষ্মীকান্ত ত্ৰিপাঠীদেৱেও সভাত সৰল সংস্কৃত ভাষণ দিছিল। ত্ৰিপাঠীদেৱে আমি উপাধিপৰীক্ষা দিয়া বছৰতে অসম সংস্কৃত ব'ৰ্ডৰ কাব্যৰ উপাধি পৰীক্ষাত অৱতীৰ্ণ হৈ সুখ্যাতিৰে 'সাহিত্যশাস্ত্ৰী' উপাধি লাভ কৰিছিল।

শাস্ত্ৰীদেৱৰ লগত সময়ে সময়ে আলাপ-আলোচনা হৈ থকা বহুগৰাকী গুণী, মানী, পণ্ডিতলোকক আমি দেখিবলৈ পাইছিলোঁ। সেইসকলৰ ভিতৰত নলবাৰী সত্ৰৰ অধিকাৰ পণ্ডিত প্ৰতাপ চন্দ্ৰ গোস্বামীদেৱ, টিহুৰ খ্যাতনামা দাৰ্শনিক পণ্ডিত জীৱেশ্বৰ গোস্বামীদেৱ, শ্ৰীহট্টৰ চৰকাৰী সংস্কৃত কলেজৰ অধ্যক্ষ হংসনাথ ভাগৱতীদেৱ, বাটচৰৰ পণ্ডিত শিৱনাথ শাস্ত্ৰীদেৱ, ভানুকুচিৰ অধ্যাপক হৰেন্দ্ৰনাথ ভট্টাচাৰ্য্যদেৱ সোঁৱৰণলৈ আহে। নলবাৰী কলেজৰ প্ৰথম গৰাকী সংস্কৃত অধ্যাপক ক্ষিতীশ চন্দ্ৰ পাল মহোদয়ে প্ৰায়ে শাস্ত্ৰীদেৱক লগ ধৰিছিলহি। ত্ৰিপাঠী মহোদয় আৰু পণ্ডিত মহোদয়ৰ কথা আগতে উল্লেখ কৰা হৈছে। নলবাৰী গৰ্ডন হাইস্কুলৰ শিক্ষক ৰমেশ চন্দ্ৰ চক্ৰবৰ্ত্তী মহোদয় আৰু ৰজত চন্দ্ৰ ভাগৱতী মহোদয়ো আহিছিল। নলবাৰী সংস্কৃত কলেজৰ পৰিচালনা সমিতিৰ সেইকালৰ সম্পাদক গৰ্ডন হাইস্কুলৰ হেডমাষ্টৰ মণিৰাম দাস ডাঙৰীয়াকো অহা দেখিছিলোঁ। সংস্কৃত কলেজৰ ওচৰতে সুসাহিত্যিক দেৱেন্দ্ৰ নাথ

ভট্টাচার্যদেৱৰ ঘৰ। তেওঁৰ আৰু আজৰি সময়ত অধ্যাপকসকলৰ লগত কথা পাতিছিলহি।

খ্যাতনামা সাহিত্যিক হৰিনাৰায়ণ দত্তবৰুৱাৰ ঘৰৰ বাৰ্ষিক ভাগৱত পাঠৰ এটা দিনলৈ শাস্ত্রীদেৱৰ যোগেদি নিমন্ত্রণ পাই মঙ্গলদৈৰ তুনীৰ ভবানন্দ শৰ্মা আৰু থানেশ্বৰ শৰ্মা নামৰ দুগৰাকী পাঠকে সেই ভাগৱত পাঠৰ দিন কেইটাত গুৱলাকৈ অসমীয়া ভাগৱত পাঠ কৰিছিল।

সেই সময়ৰ নলবাৰী নগৰৰ ধৰ্মালোচনী সভা আৰু নলবাৰী কলেজৰ সাংস্কৃতিক সভা কেইখন মানলৈ শাস্ত্রীদেৱে বিশিষ্ট অতিথি হিচাপে নিমন্ত্রণ পাইছিল। এবাৰ নলবাৰীৰ এখন ধৰ্মসভাত কৰৰা অঞ্চলৰ গোপীনাথ শৰ্মা নামে এগৰাকী পণ্ডিতে নবদ্বীপীয় পদ্ধতিৰে সুৰ লগাই ভাঙনি কৰি সংস্কৃত ভাগৱত পাঠ কৰিছিল।

দ্বিতীয় মহাযুদ্ধৰ অৱসান আৰু বিয়াল্লিচৰ গণবিপ্লৱৰ বন্দীসকলৰ প্ৰায় ভাগকে মুক্তি দিয়াৰ পাছত মহাত্মা গান্ধী আৰু পণ্ডিত জৱহৰলাল নেহৰু অসম ভ্ৰমণলৈ আহিছিল। আমি নলবাৰী ৰেল ষ্টেচনত গান্ধীজীৰ পুণ্য দৰ্শন লাভ কৰিছিলোঁ। অন্তৰৰ হেপাহ দূৰ নোহোৱাত সেইদিনা সন্ধিয়া ৰেলেৰে গৈ গুৱাহাটী পাইছিলোঁ। আৰু পিছদিনা আবেলিৰ প্ৰাৰ্থনা সভাত পুনঃ গান্ধীজীক চাইছিলোঁগৈ। আমাৰ লগত অধ্যাপক পণ্ডিত মহোদয় আছিল। নলবাৰীৰ বিৰাট জনসভাত নেহৰুৱে দিয়া হিন্দীভাষণ জগদীশ চন্দ্ৰ মেধি ডাঙৰীয়াই অসমীয়ালৈ ভাঙনি কৰিছিল।

সংস্কৃত কলেজৰ শ্ৰীপঞ্চমীৰ সৰস্বতী পূজাৰ নিমন্ত্ৰণৰ চিঠি শ্লোকত লিখাৰ পৰম্পৰা আছিল। আমি থকা দুবছৰত এবাৰ ভগৱান গোস্বামীদেৱে আৰু এবাৰ লক্ষীকান্ত ত্ৰিপাঠীদেৱে এই চিঠি ৰচনা কৰিছিল।

শ্ৰীহট্ট গৱৰ্ণমেণ্ট সংস্কৃত কলেজৰ অধ্যক্ষ স্মৃতিশাস্ত্ৰৰ পণ্ডিত হৃৎসেনাথ ভাগৱতীদেৱৰ অৱসৰৰ পূৰ্বে চৰকাৰে দিয়া স্মৃতিশাস্ত্ৰৰ অধ্যাপকৰ বিজ্ঞাপন অনুসৰি শাস্ত্ৰীদেৱে সেই পদৰ বাবে প্ৰাৰ্থী হৈ আবেদন জনাইছিল। শেষ তাৰিখৰ মূৰামূৰি সময়তো আবেদন পত্ৰ চৰকাৰী কৰ্তৃপক্ষৰ ওচৰ নোপোৱাত পণ্ডিত ৰাজমোহন নাথদেৱে শাস্ত্ৰীদেৱলৈ তাঁৰবাৰ্ত্তা পঠিয়াই অতিশীঘ্ৰে তাঁৰবাৰ্ত্তাৰ যোগেদি পুনঃ আবেদন কৰিবলৈ অনুৰোধ কৰিছিল। শাস্ত্ৰীদেৱে সেইমতে আবেদন কৰিছিল।

১৯৪৭ চনৰ আদি ভাগতে আমি সংস্কৃত কলেজৰ শিক্ষাৰ অন্ত পেলাই

শিক্ষকতা কৰিবলৈ লৈছিলোঁ। ভাৰতৰ স্বাধীনতা লাভৰ কেইমাহমান পূৰ্বে শাস্ত্ৰীদেৱে শ্ৰীহট্ট সংস্কৃত কলেজৰ চৰকাৰী চাকৰিত ভৰ্তি হৈছিলগৈ। সেই বছৰ স্মৃতিশাস্ত্ৰৰ উপাধি পৰীক্ষাত সুখ্যাতিৰে উত্তীৰ্ণ হোৱা মহেন্দ্ৰ নাথ শৰ্মাও মীমাংসা দৰ্শনৰ উপাধি পঢ়িবৰ বাবে শাস্ত্ৰীদেৱৰ লগত শ্ৰীহট্টলৈ গৈছিল। দেশৰ স্বাধীনতা লাভৰ পিছত শ্ৰীহট্ট পূৰ্ব পাকিস্থানৰ অন্তৰ্গত হোৱাত শাস্ত্ৰীদেৱ পুনঃ নলবাৰী সংস্কৃত কলেজৰ অধ্যক্ষ পদলৈ ঘূৰি আহিছিল। মহেন্দ্ৰনাথ শৰ্মাদেৱেও নলবাৰী সংস্কৃত কলেজতে পঢ়িছিলহি।

আমি সংস্কৃত কলেজৰ ছাত্ৰ হৈ থকা দিনত আমাৰ উপাধি পৰীক্ষা একোটালৈ প্ৰস্তুতি চলোৱা ছাত্ৰ একোজনতকৈ শাস্ত্ৰীদেৱে অধিক পঢ়াশুনা কৰা দেখিছিলোঁ। কেতিয়াবা তেওঁ ইটো সিটো শ্লোক আবৃত্তি কৰা শুনিছিলোঁ। শাস্ত্ৰীদেৱৰ মেজত কেইবাখনো পুথি আছিল। তাৰে বেছি ভাগৰ মাজে মাজে একোখিলা কাগজ ভৰাই চিন দি থোৱা দেখিছিলোঁ।

আজাদ হিন্দ ফৌজৰ বন্দীসকলৰ বিচাৰৰ বাতৰি কেইবাখনো বাতৰি কাকতত পঢ়াৰ কৌতূহলত মই প্ৰায় আবেলি পৰত নলবাৰীৰ ৰাজহুৱা পুথিভঁৰাললৈ গৈছিলোঁ। শাস্ত্ৰীদেৱে পুথিভঁৰালী গৰাকীলৈ—পঠোৱা অনুৰোধ মতে পুথিবোৰ মই আনি দিছিলোঁ। তেওঁ কম সময়ৰ ভিতৰত একোখন ডাঙৰ গ্ৰন্থ পঢ়ি শেষ কৰি ঘূৰাই দিয়া দেখি আমি আচৰিত হৈছিলোঁ। সেই সময়ত পণ্ডিত প্ৰতাপ চন্দ্ৰ গোস্বামী দেৱৰ ঘৰত থকা ‘কামৰূপ সঞ্জীৱনী সভা’ৰ পুথিভঁৰালৰ পুথিও অধ্যাপকসকলে পঢ়িব পাইছিল। শাস্ত্ৰীদেৱে ৰস’ নামৰ এটি প্ৰবন্ধ যুগুত কৰি মোক ছপাশালৰ উপযোগীকৈ লিখাৰ দায়িত্ব দিছিল। তেতিয়াৰ অসমীয়া আলোচনী ‘সুৰভি’ত প্ৰকাশ পোৱা সেই প্ৰবন্ধটো পিছলৈ বিস্তৃত আকাৰত তেওঁৰ ‘সাহিত্য দৰ্শন’ত ঠাই পাইছে।

আমি সংস্কৃত কলেজৰপৰা অহাৰ পাছতো পৰম্পৰাগত পদ্ধতিৰ সংস্কৃত পাঠশালাৰ গুৰু-শিষ্যৰ চিৰন্তন সম্বন্ধ আমাৰ মাজত অটুট আছিল। শাস্ত্ৰীদেৱে উত্তৰোত্তৰভাৱে সম্পন্ন কৰা সাহিত্য সাধনাৰ আমি খবৰ পাইছিলোঁ। তেওঁ ৰচনা কৰা সৰস্বতী পূজাৰ সুন্দৰ চিঠি, বিবুধজনলৈ আগ বঢ়োৱা ছন্দোবদ্ধ প্ৰশস্তি, ভাৰতৰ অ’ৰ ত’ত সাময়িকীবোৰত প্ৰকাশ পোৱা তেওঁৰ গৱেষণামূলক নিবন্ধবোৰৰ কিছুমান পঢ়িবলৈ পোৱাৰ সৌভাগ্য ঘটিছিল।

শাস্ত্ৰীদেৱে অসমৰ বহু ঠাইৰ সাহিত্য, সংস্কৃতিৰ বহুসভা সমিতিলৈ সন্মানৰ আসনত অধিষ্ঠিত হ’বলৈ নিমন্ত্ৰণ পাইছিল। ভাৰতৰ সংস্কৃত বিশ্বপৰিষদ,

প্ৰাচ্য সন্মিলন, সৰ্বভাৰতীয় বৈদিক আৰু সংস্কৃত ভাষণ প্ৰতিযোগিতাৰ সভা আদিৰ নিচিনা বহু সভাত নিমন্ত্ৰিত অভ্যাগত হিচাপে যোগদান কৰিছিলগৈ।

নিজৰ বিদ্যাবৈভৱৰ বলত শাস্ত্ৰীদেৱ অসম আৰু ভাৰতৰ সুধী সমাজৰ শ্ৰদ্ধাৰ পাত্ৰ হ'ব পাৰিছিল। পণ্ডিত ৰাধানাথ ফুকনদেৱ আৰু পণ্ডিত তীৰ্থনাথ শৰ্মাদেৱৰ লগত শাস্ত্ৰীদেৱৰ গভীৰ শ্ৰদ্ধাৰ সম্বন্ধ তেওঁলোকৰ পৰস্পৰৰ গ্ৰন্থ বিশেষত কৰা উল্লেখৰদ্বাৰা প্ৰতীয়মান হয়। মহামহোপাধ্যায় পি. ভি. কানে আৰু অধ্যাপক ড° ভি. ৰাঘৱন আদি প্ৰথিতযশা পণ্ডিতে শাস্ত্ৰীদেৱৰ পাণ্ডিত্যৰ বহু প্ৰশংসা কৰিছিল।

শাস্ত্ৰীদেৱৰ ভাষণ আৰু গ্ৰন্থবোৰৰ বহু কেইখনত সমস্যা বিশেষৰ উপস্থাপন, বিশ্লেষণ আৰু সমাধানত নিবিড় অনুসন্ধিৎসা, গভীৰ অধ্যয়ন আৰু সুচিন্তিত দাৰ্শনিক দৃষ্টিভংগী প্ৰকাশ পাইছিল। সংস্কৃত সাহিত্য আৰু সনাতন ধৰ্মৰ সম্পৰ্কৰ সকলো বিষয়তে তেওঁৰ জ্ঞান আছিল বিশ্বকোষীয়। দুই এখন ধৰ্মালোচনী সভাত তেওঁ বেদমন্ত্ৰৰ সুললিত পদপাঠ, ঘনপাঠ আৰু জটাপাঠ আবৃত্তি কৰা শুনিছিলোঁ। সম্প্ৰতি প্ৰকাশৰ অৰ্থে অসম প্ৰকাশন পৰিষদৰদ্বাৰা স্বীকৃত শাস্ত্ৰীদেৱৰ বিয়াগোম আকাৰৰ 'বৈদিক দৰ্শনৰ ৰূপৰেখা'ৰ পাণ্ডুলিপি দেখি আমি বিস্মিত হৈছিলোঁ।

অসম চৰকাৰ আৰু ভাৰত চৰকাৰে যথাৰ্থভাৱে বিশিষ্ট সংস্কৃত পণ্ডিত বুলি স্বীকৃতি দি শাস্ত্ৰীদেৱক সন্মান জনোৱাৰ উপৰি ভাৰত চৰকাৰে তেওঁক পেন্সন দিছিল। অসমীয়া ভাষা-সাহিত্যলৈ আগবঢ়োৱা সেৱাৰ বাবেও অসম চৰকাৰে দিয়া পেন্সন শাস্ত্ৰীদেৱে ভোগ কৰিছিল।

শাস্ত্ৰীদেৱৰ জীৱনৰ আগ ভোখৰত, পৰম্পৰাগত সংস্কৃত পদ্ধতিৰ গুণী-জ্ঞানী পণ্ডিতসকলৰ সা-সুবিধাৰ প্ৰতি চৰকাৰে উদাসীন মনোভাব লৈ থকাৰ কাৰণে পণ্ডিতসকলৰ দিনবোৰ সুখেৰে অতিবাহিত হোৱা নাছিল। এনে অৱস্থাতো শাস্ত্ৰীদম্পতিয়ে নিজৰ পুত্ৰ-কন্যাসকলৰ শিক্ষা-দীক্ষা আদি সম্পন্ন কৰি সুপ্ৰতিষ্ঠিত কৰিবলৈ সমৰ্থ হৈছে।

ব্যক্তিগত ভাৱে শাস্ত্ৰীদেৱ আমাৰ পৰম হিতাকাংক্ষী আছিল। আমাৰ জীৱনৰ সামান্য কৃতকাৰ্য্যতা এটিৰ বাৰ্ত্তা পাই শাস্ত্ৰীদেৱে আমালৈ পত্ৰ এখনত লিখিছিল: 'শ্ৰমেণ যত্নেন চ ৰাঙপাসিতা এবং কবোত্তোৰ কৰণ্যনুত্তমম্।' এইষাৰ বাণীয়ে আমাৰ মনত বিপুল প্ৰেৰণা দিছিল। তেওঁৰ জীৱন কালত

আমি বহুবাৰ তেওঁৰ চৰণ স্পৰ্শ কৰা আৰু মজনা কথা শুনাৰ সৌভাগ্য লাভ কৰিছিলোঁ।

নলবাৰী সংস্কৃত কলেজৰ আমাৰ তিনিওগৰাকী গুৰুৱে বৈকুণ্ঠী হৈছে। এই স্মৃতি-লেখাৰদ্বাৰা সেইসকলৰ আত্মাৰ প্ৰতি অভাজন শিষ্যই পূত শ্ৰদ্ধাঞ্জলিৰ তৰ্পণ যাচিছোঁ। তেওঁলোকৰ আত্মাই চিৰশান্তি লাভ কৰক।

আমি সংস্কৃত কলেজত পোৱা ছাত্ৰসকলৰ বহু গৰাকীয়ে সম্প্ৰতি শিক্ষকতাৰ পৰা অৱসৰ গ্ৰহণ কৰিছে। পণ্ডিত মহেন্দ্ৰনাথ শৰ্মা শোণিতপুৰ প্ৰাচ্য বিদ্যালয়ৰ অধ্যক্ষ হিচাপে খ্যাতিমান হৈ অসম চৰকাৰৰদ্বাৰা সন্মানিত হৈছে। পণ্ডিত নীলবীৰ শৰ্মা মণিপুৰী সাহিত্যিক আৰু বিশিষ্ঠ সমাজকৰ্মী। এই সকলোকে শ্ৰদ্ধাসহ স্মৰণ কৰি অপাৰ্থিৱ আনন্দ পাওঁ।

# মোৰ শিক্ষাগুৰু আচাৰ্য্য শাস্ত্ৰীদেৱ

**শ্ৰীমহেন্দ্ৰ নাথ শৰ্মা শাস্ত্ৰী**

ইংৰাজী ১৯৪৩ চনত গোৰীপুৰ তাৰিণীপ্ৰিয়াচতুষ্পাঠীৰ পৰা স্মৃতিশাস্ত্ৰৰ মধ্যমা পৰীক্ষা দি ঘৰলৈ আহিলোঁ; পৰীক্ষাৰ ফল প্ৰকাশ হ'ল, মই প্ৰথম বিভাগত উত্তীৰ্ণ হৈ বৰ্ডৰ বৃত্তিও লাভ কৰিছোঁ। পৰবৰ্ত্তী স্মৃতিৰ উপাধি পঢ়িবলৈ গনতে ভাবি আছোঁ স্মৃতিৰ উপাধি ক'ত পঢ়িম? গোৰীপুৰলৈ পুনঃ যোৱাৰ মন নাই; কাৰণ সেই সময়ৰ বিয়াল্লিচৰ বিপ্লৱী গণ আন্দোলনে চূড়ান্ত-ৰূপ লৈছিল, আৰু তাৰ প্ৰভাৱ গোৰীপুৰতো পৰিছিল। সেয়েহে ক্ৰমে গোৰী-পুৰৰ পাৰিপাৰ্শ্বিক অৱস্থা ভয়াবহ হৈ পৰিছিল। ইতিমধ্যে গোৰীপুৰত একেলগে পঢ়া দুজন ছাত্ৰ বন্ধুৱে গোৰীপুৰ এৰি নলবাৰী সংস্কৃত মহাবিদ্যালয়ত পঢ়িবলৈ ভৰ্ত্তি হৈছেহি। শেষত ময়ো নলবাৰী সংস্কৃত মহাবিদ্যালয়তে পঢ়াৰ মনস্থ কৰিলোঁ আৰু যথা সময়ত উক্ত মহাবিদ্যালয়ত ভৰ্ত্তি হলোঁ ১৯৪৪ চনত।

সেই সময়ত মহাবিদ্যালয়ৰ ঘৰ-দুৱাৰ, পানী-পায়খানা প্ৰভৃতি পাৰিপাৰ্শ্বিক অৱস্থা উন্নত নাছিল, যদিও কলেজৰ অধ্যাপকসকলক দেখি আনন্দ লাগিল। অসমৰ বিশিষ্ট পণ্ডিত চাৰি গৰাকীয়ে ইয়াত অধ্যাপনা কাৰ্য্যত ব্ৰতী হৈ আছে। স্বৰ্গীয় পণ্ডিত জীবেশ্বৰ গোস্বামীদেৱে মহাবিদ্যালয়ৰ অধ্যক্ষ পদৱী অলংকৃত কৰিছিল; আৰু বাকী তিনিজন আছিল ৺ পণ্ডিত চক্ৰপতি তৰ্কতীৰ্থ, ভগৱান চন্দ্ৰ গোস্বামী কাব্যতীৰ্থ, তথা আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰী। মোৰ গুৰু আচাৰ্য্য দেৱৰ অধ্যাপনাৰ বিষয় আছিল স্মৃতি আৰু সীমাংসাদৰ্শন। মোৰো পঢ়াৰ বিষয় আছিল স্মৃতি, গতিকে উক্ত গুৰুজনাৰ অধীনতে আমি পঢ়া আৰম্ভ কৰিলোঁ। সহপাঠী শ্ৰীমাণিক গোস্বামী স্মৃতিৰ উপাধিৰ দ্বিতীয় বাৰ্ষিকৰ ছাত্ৰ আৰু আমি আছিলোঁ প্ৰথম বাৰ্ষিকৰ ছাত্ৰ। দুয়ো একেলগে পাঠ লওঁ। টোলীয় পৰম্পৰা ৰক্ষা কৰি আমাৰ গুৰুসকলক দেউ বুলিহে সম্বোধন কৰোঁ।

অনৰ্গলভাৱে তীব্ৰগতিত দেউৱে পঢ়াই যায়, ক'তো আত নলগাকে। তীব্ৰগতিত পঢ়োৱাৰ কাৰণে প্ৰথম অৱস্থাত আমি অলপ অসুবিধা পাইছিলোঁ যদিও পিছলৈ আমিয়ো অভ্যস্ত হলোঁ।

অধ্যাপক সকল থাকিবলৈ উপযুক্ত আবাস গৃহ নাছিল, সেই কাৰণে দেউ সকলে কোনেও পৰিয়াল অনা নাছিল ; আৰু নিজা বৰীয়াকৈ বান্ধি-বাঢ়ি খাইছিল। আচাৰ্য্য দেউৱে কিন্তু আমাৰ ছাত্ৰসকলৰ লগতে খোৱা-বোৱা কৰিছিল আৰু সততে ছাত্ৰসকলৰ লগত কেতিয়াবা ৰগৰীয়া কথাৰে, কেতিয়াবা বিভিন্ন স্থানত কৰা অধ্যয়নৰ সময়ত পোৱা অভিজ্ঞতাৰ কথাৰ ছলেৰে ছাত্ৰ-সকলক আনন্দ দিছিল।

সেইবিলাক দেখাত গল্পগুজৱ আছিল যদিও, আমাৰ কাৰণে আছিল এক বিশিষ্ট অধ্যয়ন। সৌম্যমূৰ্ত্তি ঋষিকল্প এইগৰাকী গুৰুৰ সান্নিধ্যত থাকি অতি আনন্দেৰে আমাৰ ছাত্ৰজীৱন অতিবাহিত হৈছিল ॥

এইদৰে দুবছৰ কাল অধ্যয়নৰ পাছত ১৯৪৫ ইং চনত মই স্মৃতি শাস্ত্ৰৰ উপাধি পৰীক্ষা দিলোঁ, আৰু অসম সংস্কৃত বৰ্ডৰ পৰীক্ষাত প্ৰদেশৰ ভিতৰত প্ৰথম স্থান অধিকাৰ কৰি প্ৰথম বিভাগত উত্তীৰ্ণ হলোঁ। স্মৃতিৰ উপাধি উত্তীৰ্ণ হোৱাৰ পাছত দেউৰ উপদেশ ক্ৰমে মীমাংসা পঢ়িবলৈ আৰম্ভ কৰিলোঁ। মীমাংসাৰ মধ্যমা পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ পাছত উপাধিৰ পাঠ আৰম্ভ কৰা হ'ল, আৰু প্ৰথম বাৰ্ষিকৰ পাঠ্য শেষ কৰি দ্বিতীয় বাৰ্ষিকৰ পাঠ্য আৰম্ভ কৰা হৈছেহে এনেতে দেউৱে খবৰ পালে যে, শ্ৰীহট্ট চৰকাৰী সংস্কৃত মহাবিদ্যালয়ৰ স্মৃতি বিষয়ৰ অধ্যাপকৰ পদ খালী হৈ আছে, আৰু তাত উক্ত বিষয়ৰ পণ্ডিত লাগে। আচাৰ্য্য দেউ উক্ত পদৰ প্ৰাৰ্থী হ'ল আৰু অনায়াসে স্থানো পালে। যথা সময়ত দেউ চিলেটলৈ যাবলৈ সাজু হ'ল, কিন্তু মোৰ কাৰণে সমস্যা হ'ল, আচাৰ্য্য দেৱৰ বাহিৰে মীমাংসা পঢ়োৱা পণ্ডিত নাই, আনফালে শ্ৰীহট্ট সংস্কৃত কলেজতো মীমাংসা বিষয় নাই, গতিকে তাতো ভৰ্ত্তি হোৱা সম্ভৱ নহয়। মই বৰ বিমোৰত পৰিলোঁ, ভাবিলোঁ, মোৰ ছাত্ৰজীৱনৰ এইখিনিতে অন্ত পৰিল। মোৰ কাৰণে দেউও মনত দুখ পাইছে।

এনেতে হঠাৎ সেইসময়ৰ সংস্কৃত বিভাগৰ মুৰব্বী "ডেপুটি ডিৰেক্টৰ" শ্ৰীনাথ চক্ৰবৰ্ত্তী আমাৰ মহাবিদ্যালয়লৈ আহিছিল ; শাস্ত্ৰী দেউৱে মোৰ বিষয়ে তেখেতৰ লগত আলোচনা কৰিলে। তেখেতে এটা পৰামৰ্শ আগবঢ়ালে : যদি আপুনি ছাত্ৰজনক ব্যক্তিগতভাবে পঢ়োৱাৰ দায়িত্ব লয় তেনেহলে তেওঁক কলেজৰ ন্যায় বিষয়ত ভৰ্ত্তি কৰি চৰকাৰী বৃত্তি এটা দিয়া হব। সেই মতে হ'ল আৰু নিৰ্দ্দিষ্ট তাৰিখত দেউৰ লগতে মইও শ্ৰীহট্ট পালোঁগৈ।

বিলাটী চাহাবৰ দিনৰ কলেজৰ ঘৰদুৱাৰ প্ৰভৃতি সকলো সুব্যৱস্থা দেখি

অভিভূত হলোঁ ! মই ছাত্ৰাবাসতে থকাৰ মন কৰিলোঁ ; কিন্তু দেউৱে পৰিয়াল নিয়া নাছিল, গতিকে আপাততঃ অলপ দিন তেখেতৰ লগতে মোক থাকিবলৈ কলে, কাৰণ নিজে বজাৰ-পাতি কৰি ৰান্ধি-বাঢ়ি খোৱাটো দেউৰ পক্ষে সম্ভৱ নাছিল, ময়ো জানো গুৰুজনা সেই বিষয়ত অনভ্যস্ত। "গুৰু শুশ্ৰূষয়া বিদ্যা" এই উপনিষদ-বাণী স্মৰণ কৰি ময়ো তেওঁৰ লগতে থাকিলোঁ আৰু কলেজত ভৰ্ত্তি হৈ যথাৰীতি পঢ়া আৰম্ভ কৰিলোঁ ! কিছু দিন যোৱাৰ পাছত ভাতো আহি বিধি পথালি হল ! ভাৰত বিভাজনৰ ফলত চিলেট-শ্ৰীহট্ট পাকিস্থানৰ অন্তৰ্ভুক্ত হ'ল। অসম চৰকাৰে ব্ৰহ্মপুত্ৰ উপত্যকাৰ যি কেইগৰাকী অধ্যাপক আৰু ছাত্ৰ আছিল সিবিলাকক পুনঃ নলবাৰী সংস্কৃত কলেজতে চামিল কৰি দিলে। সেই মতে আমাৰ শিক্ষাগুৰু আচাৰ্য্য দেৱেও আহি পুনঃ নলবাৰী সংস্কৃত কলেজৰ অধ্যক্ষ পদবীত অধিষ্ঠিত হল। মইয়ো চিলেটৰ পৰা ঘূৰি আহি অলপ দিন ঘৰতে বহিলোঁ। পুনঃ পঢ়াৰ মান'সৰে নলবাৰীলৈ আহি দেউক লগ ধৰিলোঁ আৰু মোক ছাত্ৰাবাসতে থাকি উপাধি পৰীক্ষাটো দিয়াৰ সুযোগ দিয়াৰ অনুৰোধ জনালোঁ।

চিলেটৰপৰা আহি ইতিমধ্যে দেউৱে পৰিয়াল লৈ ওচৰে ভাৰাটীয়া ঘৰলৈ থাকিবলৈ লৈছে ; মোৰ অনুৰোধক্ৰমে তেখেতে কলে : 'বাপা। সম্প্ৰতি কলেজ-বাসৰ আগৰ পৰিবেশ নাই, তোমাৰ সহপাঠী ছাত্ৰসকলো নাই, নতুন নতুন ছাত্ৰ আহি ভৰ্ত্তি হৈছে ; গতিকে তুমি তত থাকি ভাল নাপাবা। যদি বেয়া নোপোৱা পৰীক্ষালৈ এই কেইদিন মোৰ ঘৰত থাকা।' গুৰু জনাৰ বাক্য উপেক্ষা নকৰি তেখেতৰ ঘৰতে থাকিবলৈ ললোঁ ; অলপ দিনৰ পাছতে অসম সংস্কৃত বৰ্ডৰ পৰীক্ষা আৰম্ভ হ'ল ( ইং ১৯৪৭ চনৰ পৰীক্ষা )। মই মীমাংসাৰ উপাধি পৰীক্ষা দিলোঁ, আৰু সিমানতে অধ্যয়নৰ সামৰণি মাৰি গুৰুৰ পৰা বিদায় ললোঁ।

সুদীৰ্ঘকাল এই শিক্ষা গুৰুজনাৰ অধীনত অধ্যয়ন কৰি থকা সময় ছোৱাত তেখেতৰ অগাধ পাণ্ডিত্যত আমি মুগ্ধ হৈছিলোঁ। তেখেতে কোৱা মতে স্কুল-কলেজ নেদেখা এই পণ্ডিত গৰাকীয়ে অকল সংস্কৃত টোলত অধ্যয়ন কৰিয়েই অসমীয়া, সংস্কৃত আনকি ইংৰাজী ভাষাতো অধিকাৰ লাভ কৰি তিনিওটা ভাষাত অল্পগধুৰ কেবাখনো গ্ৰন্থ-লেখক পণ্ডিত সমাজত বিৰল। আমি ভাবিছিলোঁ, দেউৰ এইবিলাক পূৰ্বজন্মৰ সাধিত বিদ্যা। কিন্তু দেউ আছিল একান্ত অধ্যৱসায়শীল, আৰ্থিক অনাটন নেওচিও অধ্যয়ন আৰু অধ্যাপনাকে

জীৱনৰ ব্ৰতৰূপে গণ্য কৰিছিল। ছাত্ৰসকলকো উপদেশ দিছিল বিদ্যা উপাৰ্জন কৰা, বিদ্যাই থুৱাব।

আচাৰ্য্যদেৱ এজন বিদগ্ধ দাৰ্শনিক প্ৰাচ্য তত্ত্ববিদ, কবি, গবেষক, সংস্কৃত পণ্ডিত আছিল ; এই কথা তেখেতে লিখা ভাৰতবৰ্ষৰ জাতীয় পতাকা আৰু চাৰি মুৰীয়া সিংহৰ অশোক স্তম্ভৰ ষড় দৰ্শনৰ মতবাদ সমন্বয় কৰি অসমীয়া ভাষাৰ পতাকা প্ৰকাশ আৰু সংস্কৃত ভাষাত লিখা পতাকায়ন, অসমীয়া বৈষ্ণৱ ধৰ্মৰ ৰূপৰেখা, সাহিত্য দৰ্শন প্ৰভৃতি গ্ৰন্থৰাজিয়ে প্ৰমাণ কৰে। ইয়াৰ উপৰিও "কুমাৰিল ভট্ট আৰু আচাৰ্য্য ধৰ্মকীৰ্ত্তি" ভাৰত প্ৰসিদ্ধ মহান্ দাৰ্শনিক এই পণ্ডিত দুগৰাকীক আমাৰ দেশৰ বুলি প্ৰতিপন্ন কৰি লিখা উক্ত গ্ৰন্থখনি অসমবাসীৰ কাৰণে গৌৰৱৰ বিষয় তথা অসমৰ কীৰ্ত্তিস্তম্ভ স্বৰূপ।

অলপতে অসম সংস্কৃত বৰ্ডে প্ৰকাশ কৰা গুৰুজনাৰ আন এখন গ্ৰন্থ "প্ৰকাম কামৰূপম্" সুললিত মন্দাক্ৰান্তা ছন্দেৰে লিখা এই ঐতিহাসিক কাব্যখনি সংস্কৃত সাহিত্যৰ অপূৰ্ব্ব সম্পদৰূপে গণ্য হৈছে। কাছাৰৰ বয়োবৃদ্ধ কাব্যিক পণ্ডিত এগৰাকীয়ে গ্ৰন্থখনৰ পাণ্ডুলিপিটো চাই গ্ৰন্থখনৰ অনেক শ্লোক কালিদাসৰ সমপৰ্য্যায়ৰ হৈছে বুলি মন্তব্য কৰিছিল।

সৰ্ব্ব ভাৰতীয় পণ্ডিত হিচাপেও লব্ধপ্ৰতিষ্ঠ মোৰ শিক্ষাগুৰু আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰী দেৱ আজি ইহসংসাৰত নাই ; তেখেতৰ অভাৱে আজি অকল অসমকে নহয় ভাৰতবৰ্ষকো অপূৰণীয় ক্ষতি কৰিলে। আমাৰ গুৰুজনাৰ জীৱন-দৰ্শনৰ যৎকিঞ্চিৎ স্মৃতিচাৰণ প্ৰসঙ্গত তেখেতৰ প্ৰতি সভক্তি প্ৰণিপাত জনাইছো।

# ছাত্ৰৰ দৃষ্টিত আচাৰ্য্য শাস্ত্ৰী

শ্ৰীখগেন্দ্ৰনাথ শাস্ত্ৰী

ওঁ অখণ্ডমণ্ডলাকাৰং ব্যাপ্তং যেন চৰাচৰম্ ।
তৎপদং দৰ্শিতং যেন তস্মৈ শ্ৰীগুৰবে নমঃ ॥

জয়জয়ন্তে পৰমাৰাধ্যতম স্বৰ্গত গুৰুদেৱক সেৱা জনাইছোঁ। মই ১৯৪৯ চনৰ পৰা ১৯৫২ চনলৈ, পুনঃ ১৯৬৫ চনৰ পৰা ১৯৬৮ চনলৈকে দুছোৱা কাল নলবাৰী সংস্কৃত মহাবিদ্যালয়ৰ ছাত্ৰ আছিলোঁ। প্ৰথম চাৰিবছৰীয়া কাল-ছোৱাত স্মৃতি আৰু মীমাংসা শাস্ত্ৰ অধ্যয়ন কৰি ঘৰুৱা অনুবিধাবশতঃ অধ্যয়নৰ পৰা বিৰত থাকিব লগাত পৰোঁ। প্ৰায় ১২ বছৰ যোৱা বিৰতিৰ পিচত পুনঃ ১৯৬৫ চনত গুৰুদেৱৰ ওচৰত বেদান্ত শাস্ত্ৰ অধ্যয়ন কৰিবলৈ লওঁ। স্বৰূপাৰ্থত গুৰু পদবাচ্য গুৰু সান্নিধ্য কাৰোবাৰ ভাগ্যতহে ঘটে। মই ভাগ্যবান এই বাবেই, কিয়নো মই গুৰুদেৱৰ সান্নিধ্যলৈ আহি নিচেই ওচৰৰ পৰা দীৰ্ঘদিনৰ বাবে তেখেতক লগ পাইছিলোঁ আৰু একান্ত অনুগত শিষ্য হিচাপে মই গুৰুদেৱৰ কৃপাত তেখেতৰ পৰিয়ালৰ একন হৈ পৰিছিলোঁ। আচলতে অধ্যয়নৰ আদি কালছোৱাত গুৰুদেৱৰ বাস ভৱনতে মোৰ বসতি আছিল। গুৰুদেৱ আৰু গুৰ্বীয়ে ( গুৰুপত্নীয়ে ) মোক নামৰ পিছত 'বোপা' সম্বোধন কৰি মাতিছিল, অতিশয় মৰম-চেনেহো কৰিছিল। সেয়েহে মোৰ মনত তেওঁলোক উভয়ে দেৱ-দেৱীৰ দৰে সেৱাৰ পাত্ৰ হৈছিল। মই গুৰ্বীক 'আই' বুলি সম্বোধন কৰিছিলোঁ আৰু তেওঁ পাককৰা অন্নেৰে একান্নভোজী হৈ নিজ সন্তানৰ দৰে পৰিপুষ্ট হৈছিলোঁ। সেই গুণে গুৰুদেৱৰ সাংসাৰিক, আধ্যাত্মিক আৰু বৌদ্ধিক জগতখনত মই অবাধে বিচৰণ কৰাৰ সুযোগো পাইছিলোঁ। "অধিকন্তু ন দোষায়" বুলি ধৰিলে মই স্বীকাৰ কৰাটো উচিত হব যে, মই যেনিবা ঋষিতুল্য গুৰুদেৱৰ দেহৰক্ষীহে আছিলোঁ। তেখেতৰ কথা, কাৰ্য্য, আচাৰ-ব্যৱহাৰ, উদাৰতা, বদান্যতা, সততা, ধৈৰ্য্য, সহিষ্ণুতা, সাহস, সদানুলাপ, পণ্ডিত্যাদি গুণ বাশিয়ে মোক তেখেতৰ প্ৰতি এইদৰে আন্তৰিকভাবে ভৰাই তুলিছিল।

সাংসাৰিক জীৱনৰ আৰ্থিক দিশত গুৰুদেৱৰ অৱস্থা কেতিয়াও সুচল নাছিল। সেইবুলি দাৰিদ্ৰ দোষৰ ওচৰত তেখেতে সেও মনা নাছিল। অভাব-অনাটনক

বিৰুদ্ধে বৌদ্ধিক আৰু আধ্যাত্মিক পৰাকাষ্ঠা লাভৰ অৰ্থে তেখেতে 'যুদ্ধংদেহি' মনোভাবেৰে উঠি পৰি লাগিছিল আৰু সফলকাম হোৱাটো আজি সুধী সমাজে দেখিছে। লৰা-ছোৱালীৰ স্কুল-কলেজৰ খৰচ আৰু ভৰণ-পোষণৰ বাবে বন্ধু-বান্ধৱৰ সহায়-সদুপদেশ অপৰিহাৰ্য্য বিবেচিত হৈছিল যদিও স্বাভিমানী গুৰুদেৱে অলপীয়া আহাৰ্য্য দ্ৰব্য পৰ্য্যুষিতপ্ৰায় হলেও তাতেই আত্মতুষ্টি লাভ কৰিছিল। গুৰুদেৱ আছিল তপস্বী, সাধক, বিদ্যাব্যসনী। অষ্ট প্ৰহৰ সাহিত্য সাধনাই তেখেতৰ ব্ৰত। জ্ঞানৰ ভাণ্ডাৰ বৃদ্ধি আৰু তাৰ বিতৰণেই তেখেতৰ কাম্য। এই পৰাকী পুৰুষৰ সাংসাৰিক চিন্তাৰ যতিডাল বহু আগতেই অঙ্কন কৰি থোৱা হৈছিল বুলিব পাৰি। সাংসাৰিক জীৱনৰ প্ৰতি গুৰুদেৱৰ উদাসীনতা লক্ষ্য কৰি উপায়ান্তৰ নেদেখি গুৰ্বী আইয়েপৰিয়ালটোৰ সৰ্বতোপ্ৰকাৰ উন্নতিকল্পে গুৰুদায়িত্ব বহন কৰিব লগাত পৰিছিল আৰু এইদৰে আই হৈ পৰিছিল গুৰুদেৱৰ আধ্যাত্মিক, বৌদ্ধিক বিকাশৰ সহায়িকা। গতিকে গুৰুদেৱৰ ঐহিক জীৱনৰ সামগ্ৰিক প্ৰতিষ্ঠা লাভৰ দিশত গুৰ্বীৰ কষ্ট, যত্ন, ত্যাগ, নিষ্ঠা সততে প্ৰশংসনীয়।

"নলবাৰী সংস্কৃত কলেজ" প্ৰতিষ্ঠা হোৱা দিনৰে পৰা (১১ মে, ১৯৩৮ চন) স্বনামধন্য গুৰুদেৱ এই কলেজত স্মৃতিশাস্ত্ৰৰ অধ্যাপক থাকিলেও দেশ বিভাজনৰ কিছু আগেয়ে শ্ৰীহট্টৰ "চিলেট চৰকাৰী সংস্কৃত মহাবিদ্যালয়"ত তেখেতে ধৰ্মশাস্ত্ৰৰ অধ্যাপক হিচাপে যোগদান কৰিছিল। পণ্ডিত প্ৰবৰ শ্ৰীযুত ৰাজেশ্বৰ তৰ্কতীৰ্থদেৱে তেতিয়া উক্ত মহাবিদ্যালয়তে অধ্যাপনা কৰি থকাৰ কথা আমি শুনিছিলোঁ। কিন্তু দেশ বিভাজনৰ পিছত শ্ৰীহট্ট পূব পাকিস্থানৰ অন্তৰ্ভুক্ত হোৱাত গুৰুদেৱ তৰ্কতীৰ্থ মহোদয়ৰ সৈতে নলবাৰী সংস্কৃত কলেজলৈকে প্ৰত্যাৱৰ্ত্তন কৰে আৰু অস্থায়ী ভাবে শিক্ষকতা কৰিবলৈ লয়। সেই সময়ত এই কলেজৰ পৰিচালনা সমিতিৰ সভাপতি আৰু সম্পাদকৰ দায়িত্বত আছিল ক্ৰমে পণ্ডিত প্ৰবৰ প্ৰতাপ চন্দ্ৰ গোস্বামী বিদ্যা-বিশাৰদ, ধৰ্মভূষণদেৱ আৰু স্বনামধন্য মনিৰাম দাস বি.এ,বি.টি ডাঙৰীয়া। 'গুণাঃ পূজাস্থানং গুণিষু' = এতেকে গুণীৰ গুণ বুজি উক্ত সজ্জন সকলে গুৰুদেৱক অধ্যক্ষপদত অধিষ্ঠিত কৰে আৰু গুৰুদেৱেও চৰকাৰী চাকৰি প্ৰতি সমূলি পিঠি দি নলবাৰীকে সাৰথি কৰ্মক্ষেত্ৰ হিচাপে নিৰ্ব্বাচন কৰি লয়। এই কালছোৱাতে মই নলবাৰী সংস্কৃত কলেজত পঢ়িবলৈ লওঁ আৰু আগতে কৈ অহাৰ দৰে সৌভাগ্যক্ৰমে গুৰুদেৱক লগ পাওঁ আৰু গুৰু-শিষ্যৰ মধুৰ সম্পৰ্কৰ মাজেদি তেখেতৰ সৈতে মোৰ একাত্মীয়তা গঢ়ি উঠে। 'গুৰু কৃপা হি কেৱলম্'। তেঁখেতৰ বিদ্যাৰত্নাম

প্ৰভাৱতে সেই সময়ত নলবাৰী সংস্কৃত কলেজখন হৈ পৰিছিল অসমৰ বিভিন্ন প্ৰান্তৰ কৃতী ছাত্ৰসকলৰ মিলন মন্দিৰ আৰু এতদ্‌গুণে সেই সেই ঠাইৰ সাংস্কৃতিক জীৱনৰ লগত আমাৰ পৰিচয় হোৱাৰ সুযোগ ঘটিছিল।

অধ্যাপনাৰ দিশত গুৰুদেৱ আছিল অদ্বিতীয় ভাস্কৰ। সকলো ছাত্ৰৰ ওপৰত গুৰুদেৱৰ সমান দৃষ্টি আছিল। তেখেতৰ বাণীৰ প্ৰতিভাই সকলো ছাত্ৰৰ অন্তৰত আলোকপাত কৰিছিল। প্ৰয়োজনবোধে প্ৰাকৃতিক দুৰ্যোগকো নেওচি ছাত্ৰাবাসত গৈ দিনত পঢ়োৱা পাঠৰ পুনৰাবৃত্তি কৰি শিক্ষাদানৰ যি নিষ্ঠা তেখেতে আমাক দেখুৱাই গৈছিল সেই কথাৰ স্মৃতি ৰোমন্থন কৰিব লগে মোৰ মন-আত্মা গুৰুদেৱত বিলীন হৈ যোৱা অনুভৱ কৰোঁ। কলেজখনেই তেখেতৰ ঘৰ। ঘৰত দুপৰীয়া ভাত মুঠি খাই তেখেত পুনৰ কলেজলৈ ওভটে আৰু যথাৰীতি শিক্ষাদানত ব্ৰতী হয়। দিবাশয়ন কৰা অভ্যাস গুৰুদেৱৰ একেবাৰেই নাছিল। গৱেষক গুৰুদেৱক অধ্যয়নত এনে নিবিড়ভাবে ধ্যানমগ্ন হোৱা দেখিছিলোঁ। যে বিশেষ কাৰণবশতঃ বাৰে বাৰে ঘৰৰ পৰা মাতি পঠালেও সেইবোৰৰ প্ৰতি তেখেত উদসীন হৈ পৰিছিল।

সন্ধিয়া কালত গুৰুদেৱে নিত্য-নৈমিত্তিক ক্ৰিয়া সমাপন কৰি নিতৌ ভগবান শঙ্কৰাচাৰ্য্য বিৰচিত "মূঢ় জহীহি, অৰ্থমনৰ্থং, কা তব কান্তা' প্ৰভৃতি মোহমুদ্‌গাৰৰ, ভগবান বেদব্যাস বিৰচিত শ্ৰীমদ্‌ভাগৱতপুৰাণৰ মঙ্গলা ৰণ, গজেন্দ্ৰস্তুতি আদি যথা সম্ভৱ পাঠ কৰিছিল। সংস্কৃত সাহিত্যৰ বিস্তৰ জ্ঞান-ভাণ্ডাৰৰ অধিকাৰী গুৰুদেৱ অদ্বৈতবেদান্তৰ অনুগামী আছিল। কায়িক, বাচিক, মানসিক আচৰণ আৰু জ্ঞান, বৈৰাগ্য, সত্যতা, অহিংসা, ত্যাগ প্ৰভৃতি মহদ্‌গুণৰাশিয়ে গুৰুদেৱক অলংকৃত কৰি বুদ্ধিৰ প্ৰতিষ্ঠা কৰিছিল। সেয়েহে বিষয়-বাসনাক প্ৰতিষ্ঠিত বুদ্ধিৰে ছিন্ন-ভিন্ন কৰি অচলা ভক্তিৰে জীৱন্মুক্ত অৱস্থা প্ৰতিপন্ন কৰা বুলি আমাৰ ধাৰণা। নাম আৰু ৰূপত বিভিন্ন আকাৰে পৰিণত ঘট-মঠাদিৰ ক্ষুদ্ৰ আকাশ নামৰূপ বিহীন মহাআকাশত বিলীন হোৱাৰ দৰে গুৰুদেৱৰ আত্মাই মহাপ্ৰভাৱিত, সৰ্বান্তৰ্য্যামী, সৰ্বনিয়ন্তা, সৰ্বব্যাপী সৃষ্টি-স্থিতি-লয়ৰ হেতু পৰম বস্তুত মিলিত হওক--পৰমেশ্বৰক ইয়াকে প্ৰাৰ্থনা কৰিছোঁ।

গুৱাহাটী মেডিকেল কলেজত চিকিৎসাধীন হৈ থকা কালত গুৰুদেৱে মোক লগ পাবলৈ ইচ্ছা কৰাৰ কথা মৃত্যুৰ আগদিনা সন্ধিয়া জানিব পাৰি তেতিয়াই গুৰুদেৱৰ দৰ্শন লাভৰ বাবে মই উদগ্ৰীৱ হৈ পৰিছিলোঁ আৰু এতদৰ্থে

১৯৮৮ চনৰ ৪ জানুৱাৰী তাৰিখে ৰাতিপুৱা ব্ৰহ্মমুহূৰ্ত্তত উক্ত কলেজলৈ বুলি গুৱাহাটী বিশ্ববিদ্যালয়ৰ চৌহদত থকা গুৰুদেৱৰ ল'ৰাৰ বাসভৱনত উঠো। অভাবনীয় ভাবে মই দেখিলোঁ এই ভৱনক কেন্দ্ৰ কৰি জানি নিছিগা গাড়ীৰ শাৰী আৰু বিদ্বৎ মণ্ডলীৰ সমাবেশ। আবেগে বিহ্বল কৰি তোলা মোৰ বুজিবলৈ বাকী নাছিল, মোৰ দুৰ্বুদ্ধি গুণে মই গুৰুদেৱৰ ইচ্ছা পূৰণ কৰিব নোৱাৰিলোঁ। ছাত্ৰ হিচাপে মই অনুতপ্ত হোৱাটো স্বাভাৱিক। নলবাৰী সংস্কৃত কলেজৰ প্ৰাক্তন ছাত্ৰসকলৰ এজন অনুগত ছাত্ৰ হিচাপে মই গুৰুচৰণত ভক্তিঅৰ্ঘ নিবেদন কৰি শৱ যাত্ৰাত গীতাশাস্ত্ৰখনকে পাঠ কৰি গুৰুদেৱৰ প্ৰতি কিঞ্চিৎ কৰ্ত্তব্য সম্পাদন কৰিলোঁ বুলি কিছু আশ্বস্ত হৈছোঁ।

'শতং বদেৎ, মা লিখেৎ'। লিখাৰ অভ্যাস নাই। দৰং ব্ৰাহ্মণ সমাজৰ আদেশ শিৰোধাৰ্য্য কৰি গুৰুদেৱৰ স্মৃতি চাৰণ কৰিছোঁ। মোৰ নিচিনা মন্দমতি প্ৰাণীৰ পক্ষে গুৰুদেৱৰ মহান গুণৰাশি কীৰ্ত্তনত ত্ৰুটি-বিচ্যুতি হোৱাটো স্বাভাৱিক। সেই বাবে তেখেতৰ চৰণত ক্ষমা প্ৰাৰ্থনা বিচাৰি পুনৰাই শ্ৰীচৰণত সেৱা জনাইছোঁ। পুনশ্চ 'ভূয়োঽপি নমো নমস্তে'। অলমিতি।

# ছাত্ৰৰ সৈতে আচাৰ্য্য শাস্ত্ৰীৰ সম্বন্ধ

শ্ৰীঅৰবিন্দ গোস্বামী শাস্ত্ৰী

মানুহে মানুহক ভয় কৰে ভক্তিত অথবা দণ্ডীত। সেইদৰে ছাত্ৰ সকলেও শিক্ষকক ভয় কৰে ভক্তিত, দণ্ডীত অথবা কৰ্ত্তব্যত। শাস্ত্ৰী দেৱক আমি ছাত্ৰ সকলে ভয় কৰিছিলোঁ ভক্তিত। তেখেতৰ গুণক শ্ৰদ্ধাকৰি ছাত্ৰ সকলে ভয় কৰিছিলোঁ; সেই ভয় আছিল ভক্তিৰ। 'অধ্যক্ষ মহাশয়ে বেয়া পাব" এনে ভয় আমাৰ অনবৰতে আছিল, সেইবাবে তেখেতে বেয়া পোৱাটো নকৰিবলৈ আমি সতত চেষ্টা কৰিছিলোঁ।

মই নলবাৰী সংস্কৃত কলেজত তেখেতক অধ্যক্ষ হিচাবে ১৯৫৭ চনৰ পৰা ১৯৫৮ চনলৈ (ফেব্ৰুৱাৰী) লগ পাইছিলোঁ। অৱশ্যে তেখেতৰ লগত ঘৰুৱা সম্বন্ধ থকা বাবে তেখেতক মই সৰুৰে পৰাই লগ পাইছিলোঁ। তেখেতক মই ভিনিহিদেউ বুলিয়ে মাতিছিলোঁ।

সেই সময়ত নলবাৰী সংস্কৃত মহাবিদ্যালয়ত ভিনিহিদেৱ আছিল অধ্যক্ষ, অধ্যাপক সকল আছিল: চক্ৰপতি তৰ্কতীৰ্থ, ৺ভগৱান চন্দ্ৰ গোস্বামী আৰু পুৰুষোত্তম ভট্টাচাৰ্য্য। আমি অধ্যক্ষ মহাশয়ক শাস্ত্ৰী দেউ (দেৱ), তৰ্কতীৰ্থ মহাশয়ক তৰ্কদেউ, ভট্টাচাৰ্য্য মহাশয়ক গন্ধীয়াৰ দেউ (জন্মগাঁৱৰ নামেৰে) আৰু গোস্বামী মহাশয়ক গোঁসাই (গোসাই) দেউ বুলিছিলোঁ। এই সম্বোধনতেই শাস্ত্ৰীদেৱৰ প্ৰতি থকা শ্ৰদ্ধাৰ কথা ওলাই পৰে। তেখেতক দৰ্শনৰ দেউ বা মঙ্গলদৈৰ দেউ নুবুলি শাস্ত্ৰী দেউহে বোলা হৈছিল।

তেখেতৰ চাকৰি জীৱন আৰম্ভ হৈছিল মঙ্গলদৈ মহকুমাৰ অন্তৰ্গত হাজৰিকা পাৰা গাঁৱত থকা বাগীশ্বৰী চতুষ্পাঠী বিদ্যালয়ত ১৯৪১ চন মানত। তেতিয়া মই সৰু, মাত্ৰ ঘৰুৱা সম্বন্ধৰ বাবেহে তেখেতক চিনি পাইছিলোঁ। তাত ছয়মাহ মান থকাৰ পিছতেই চিলেটত থকা অসম চৰকাৰৰ সংস্কৃত মহাবিদ্যালয়ত অধ্যাপক হিচাবে নিযুক্তি লাভ কৰি তাত যোগ দান কৰে। ১৯৪৭ চনত ভাৰত স্বাধীন হোৱাত চিলেট পাকিস্থানৰ (বাংলাদেশ) অন্তৰ্ভুক্ত হয়। সংস্কৃত মহাবিদ্যালয়ৰ অধ্যাপকসকলক নলবাৰীত থকা বেচৰকাৰী সংস্কৃত মহাবিদ্যালয়ত অস্থায়ী ভাবে ৰাখে। কিছুদিন যোৱাৰ পিছত অসম চৰকাৰে

চৰকাৰী মহাবিদ্যালয়খন বন্ধ কৰি দি অধ্যাপক সকলক চৰকাৰী উচ্চ মাধ্যমিক বিদ্যালয়ত নিযুক্তি দিয়ে। শাস্ত্রীদেৱে তাৰে প্ৰতিবাদ কৰি সেই নিযুক্তি প্ৰত্যাখ্যান কৰে আৰু নলবাৰী সংস্কৃত মহাবিদ্যালয়ত (বেচৰকাৰী) নিযুক্তি লাভ কৰি পিছলৈ অধ্যক্ষ পদবী লাভ কৰে। এই দৃঢ়তাৰ কথা তেখেতে আমাক কৈছিল আৰু আমাক নিজত্ব ৰক্ষাৰ বাবে এনে দৃঢ় হ'বলৈ উপদেশ দিছিল।

মহাবিদ্যালয়ত সেই সময়ত আমি ১২জন মান ছাত্ৰ থাকোঁ। গোটেই কেইজন ছাত্ৰাবাসৰ অধিবাসী। ছাত্ৰাবাসৰ ওচৰতে তেখেতৰ বাসগৃহ। তাত থাকি তেখেতে অহৰহ আমাৰ খ'-খবৰ লৈছিল। মাজে মাজে ছাত্ৰাবাসলৈ গৈ নানা বিষয়ৰ সাধু-সাধুলগা কথাবোৰ কৈছিল। তেখেত গৈ কোনো এটা কোঠালীত বহিলে আমি গোটেই কেইজন ছাত্ৰ সেই কোঠালীত গোট খাইছিলোঁ। আৰু উপদেশ ভগা সাধু সাধুলগা তেখেতৰ কথাবোৰ মনোযোগেৰে শুনিছিলোঁ। মই জনাত তেখেতে আমাক (ছাত্ৰসকলক) কোনো প্ৰশ্ন সুধি বিব্ৰত কৰা নাছিল; কিন্তু আমি কোনো প্ৰশ্ন সুধিলে সুন্দৰ ভাবে বুজাই দিছিল। সেই বাবেই আমি তেখেতৰ ওচৰ চাপিবলৈ ভয় নকৰিছিলোঁ।

কথা প্ৰসঙ্গতে এদিন তেখেতে কলিকতাৰ চৰকাৰী মহাবিদ্যালয় স্থাপনৰ সাধুকথাৰ দৰে কথা কৈছিল। কোনো এজন ইংৰাজ চাহাবে (প্ৰাদেশিক গভৰ্ণৰ) সংস্কৃত ভাষাৰ গুৰুত্ব উপলব্ধি কৰি সংস্কৃত মহাবিদ্যালয় স্থাপন কৰিছিল। তাৰ বাবে তেখেতে অধ্যাপক বিচাৰি হাৰাশুৰি খাব লগা হৈছিল। শেষত অনেক বিচাৰ খোচাৰ কৰি দুজন অধ্যাপকক নিযুক্তি দিছিল; অধ্যাপক দুগৰাকীয়ে আকৌ বিদ্যা বিক্ৰী কৰা হ'ব বাবে বেতন লবলৈ অস্বীকাৰ কৰিছিল। শেষত অনেক বুজনিৰ অন্তত দক্ষিণা হিচাবে লবলৈ স্বীকাৰ কৰিছিল। সেই চাহাবজনে (নামটো পাহৰিলোঁ।) অধ্যাপকৰ কথামতে নিজৰ পেণ্ট খহাই, চুৰিয়া পিন্ধি সংস্কৃত পঢ়িছিল। সেইদৰে বেঙ্গল সংস্কৃত বৰ্ডৰ পৰীক্ষাৰ কথা, তাত চলা মৌখিক পৰীক্ষাৰ কথা আমাক সাধুকথাৰ দৰে কৈছিল।

কেতিয়াবা তেখেতে নিজেই পাতনি মেলি বেদৰ অস্তিত্ব ঈশ্বৰৰ অস্তিত্ব, গীতাৰ তত্ত্ব, নামধৰ্ম্ম, শঙ্কৰাচাৰ্য্য, ৰামানুজাচাৰ্য্য আদিৰ জীৱনী আদি বিষয়ক অৱলম্বন কৰি সুন্দৰ বুজনিৰে বুজাই দিছিল। সংস্কৃত পঢ়িলে যে প্ৰত্যেক ভাৰতীয় ভাষাই বুজিবলৈ সহজ হয় সেই কথা তেখেতে আমাক বুজাইছিল।

আমি কেতিয়াবা ভেখেতক কৈছিলোঁ। "অকল সংস্কৃত শিক্ষক হৈ কেইজন মানুহে খাব ? পণ্ডিতে সংস্কৃত পঢ়ি ভিক্ষাৰী হবলৈ যোৱাৰ অৰ্থ কি ? সেইকথাত ভেখেতে আমাক খং নকৰি সুন্দৰকৈ বুজাইছিল যে অকল ধন লাভেই বিদ্যাৰ উৎস হব নোৱাৰে ; বিদ্যাৰ উৎস হ'ল প্ৰকৃত মানুহ হোৱা ; মানুহ হলে ধনৰ অভাৱ নহব। আৰু কৈছিল যেয়ে যি বিদ্যা শিকে তাত তেওঁৰ দৃঢ় আস্থা থাকিব লাগে। "এই বিদ্যাই মোক পালন কৰিব" এই আস্থা থাকিলে তাৰ দ্বাৰা মানুহ পালিত হবই। সেই প্ৰসঙ্গতে ভেখেতে নিজৰ কথাও কৈছিল : মঙ্গলদৈ মহকুমাৰ একেবাৰে ভিতৰুৱা গাঁও ভেকৰাত জন্ম লাভ কৰি নিজৰ দৃঢ়তাৰে কষ্টৰ মাজেৰে সংস্কৃত পঢ়ি কেনেকৈ প্ৰতিকূল অৱস্থাৰ মাজেৰে বৰ্ত্তমানৰ অৱস্থাত উপনীত হৈছে। সঁচাকৈয়ে শাস্ত্ৰীদেৱৰ সেই কথা আমাৰ ক্ষেত্ৰত কি হৈছে নেজানো কিন্তু মোৰ ক্ষেত্ৰত সত্য প্ৰমাণিত হৈছে বুলি উপলব্ধি কৰিছোঁ। ( এই সংস্কৃতেই মোৰ পৰিয়ালটোক বৰ্ত্তমানলৈ পালন কৰিছে )।

ভেখেতে আমাক দৃঢ়মনা হবলৈ উপদেশ দিছিল। সেই প্ৰসঙ্গতে এটি কথা কৈছিল। কোনো এদিনাখন কোনো এখন মহাবিদ্যালয়ৰ অধ্যক্ষ এজনে ( নামটো প্ৰকাশ নকৰিলোঁ। ) কথা প্ৰসঙ্গতে কলে যে, 'সংস্কৃত পঢ়া ছাত্ৰৰ বাহিৰা জ্ঞান নাই।" কথা শুনিয়েই ভেখেত জাওঁৰ খাই উঠিল আৰু অধ্যক্ষ-জনক প্ৰশ্ন কৰিলে বাহিৰা জ্ঞান কাক বোলে ? তোমাৰ বাহিৰা জ্ঞান কি আছে ? তুমি কালিদাসৰ কথা জানানে ? ভৱভূতি, ভাস, দণ্ডী, শকুন্তলা, কাদম্বৰী এই বিলাক বিষয়ৰ কি জ্ঞান আছে ? তোমালোক পাশ্চাত্য শিক্ষিত সকলৰ বাবে সেইবোৰ বাহিৰা জ্ঞান নহয়নে ? পণ্ডিতে তোমালোকৰ প্ৰাচ্য বিষয়ৰ জ্ঞানৰ অভাৱ যেনেকুৱা সংস্কৃত পঢ়া ছাত্ৰবো পাশ্চাত্য বিষয়ৰ জ্ঞানৰ অভাৱ তেনেকুৱা। তাতে দুই এজনৰ ব্যতিক্ৰম হয়। সেই অধ্যক্ষজনৰ মুখ তেনেকৈ বন্ধ কৰিছিল ; আমাক কিন্তু কম বেছি পৰিমাণে সকলো বিষয়ৰে জ্ঞান আহৰণ কৰিবলৈ ভেখেতে উপদেশ দিছিল।

পঢ়াকালত ভেখেতে হেনো দিনে ১৮ ঘণ্টাকৈ পঢ়িছিল। আমাক কৈছিল "মই দিনে ১৮ ঘণ্টাকৈ পঢ়িছিলোঁ, কিন্তু তোমালোকে ৮ ঘণ্টাও নপঢ়া" এই কথাৰে আমাক পঢ়িবলৈ উপদেশ দিছিল। গুৰাকুচি টোলত পঢ়ি থাকোঁতে এৰাতিৰ ভিতৰতে সম্পূৰ্ণ শ্লোক গীতাখন মুখস্থ কৰি গুৰাকুচিৰ দলৈৰপৰা ৫.০০ টকা ( আজিৰ প্ৰায় ৫০০·০০ টকা ) পুৰস্কাৰ লাভ কৰিছিল। এনেকৈয়ে আমাক পঢ়াৰ উদগনি দিছিল।

আধুনিকতাৰ প্ৰতি তেওঁলোকৰ ধাপ আছিল। তাৰ প্ৰমাণৰ বাবে তলৰ কথাখিনি লিখিবলৈ বাধ্য হ'লোঁ। আমি নলবাৰীলৈ যোৱাৰ আগেয়ে শ্ৰীশ্ৰীসৰস্বতী পূজা মহাবিদ্যালয়ৰ কোঠালী এটাৰ ভিতৰত অনাড়ম্বৰ ভাবে পালন কৰিছিল। আমি প্ৰতিমা আদি আনি ৰভাতলীত পূজা কৰিবলৈ আলোচনা কৰিলোঁ। আলোচনাত ছাত্ৰ সকল দুভাগ হ'ল। এভাগ আগৰ ধৰণে পূজা কৰা, আনটো ভাগ নতুন ধৰণে। নতুন ধৰণৰ ভাগে শাস্ত্ৰীদেৱক কথাটো অৱগত কৰিলোঁ। তেওঁত বৰ আনন্দেৰে সমৰ্থন আগ বঢ়ায়েই ক্ষান্ত নাথাকি আৰু এখোজ আগবাঢ়িবলৈ প্ৰেৰণা যোগালে। পূজাৰ দিনা আবেলি এখন সাৰস্বত সভা পাতিবলৈ উপদেশ দিলে আৰু সভাপতি হিচাবে পণ্ডিত তীৰ্থনাথ শৰ্মাদেৱক মাতিবলৈ নিজেই গাত ল'লে। সেইদৰে নিমন্ত্ৰণী পত্ৰ ছপা কৰা, বিশিষ্ট লোকসকলক সভালৈ আহ্বান কৰা, তেখেতসকলক আপ্যায়ন কৰা, বিশিষ্টলোক সকলৰ পৰা ধন সংগ্ৰহ কৰা আদি বিভিন্ন বিষয়ৰ উপদেশেৰে আমাক উৎসাহিত কৰি জাক-জমকতা'ৰে পূজা সমাপন কৰালে সংস্কৃত বিদ্যালয় সমূহত হিন্দী ইংৰাজী, অসমীয়া শিক্ষা দিয়াৰো তেখেতে পোষকতা কৰিছিল। সেই বাবে মহাবিদ্যালয়ত এজন হিন্দী শিক্ষক নিযুক্তি দি পঢ়াৰ সুবিধা কৰি দিছিল। (মই নিজেই তাত পটি প্ৰবোধ পৰীক্ষাত উত্তীৰ্ণ হৈছোঁ।)

এবাৰ কামৰূপ সংস্কৃত সঞ্জীৱনী সভাৰ বাৰ্ষিক অধিৱেশনৰ প্ৰস্তুতি চলিছিল। শাস্ত্ৰীদেৱে আমাক নাট্যকাৰ ভাসৰ নাটক (একাঙ্কিকা) এখন অভিনয় কৰিবলৈ ক'লে। আমাৰ বৰ ভয় লাগিল, কাৰণ আমাৰ নাটক কৰা অভ্যাস এজনৰো নাই তাতে আকৌ সংস্কৃত নাটক। সেই সময়ত নলবাৰী মহাবিদ্যালয়ৰ সংস্কৃত অধ্যাপক আছিল শ্ৰীযুত মুকুন্দ মাধৱ শৰ্মাদেৱ (বৰ্তমান ড° মুকুন্দ মাধৱ শৰ্মা, গুৱাহাটী বিশ্ববিদ্যালয়)। শাস্ত্ৰীদেৱৰ সৈতে তেখেতৰ বন্ধুত্ব আছিল। নাটক কৰা সম্পৰ্কে শাস্ত্ৰীদেৱে তেখেতৰ লগতো আলোচনা কৰিছিল। আমি নাটক কৰিবলৈ হেঁচা-পিচলা কৰা দেখি শাস্ত্ৰীদেৱে আমাক খং কৰিলে আৰু ক'লে : "তোমালোকে সংস্কৃত পঢ়া ছাত্ৰ হৈ যদি নাটক কৰিব নোৱাৰা নালাগে, মই মুকুন্দৰ হতুৱাই ইংৰাজী কলেজৰ ছাত্ৰৰ দ্বাৰা নাটক কৰি তোমালোকক লাজ দিম" আমি চকিত হ'লোঁ। আগেয়ে কৈছোঁ শাস্ত্ৰীদেৱে বেয়া পোৱা কাম কৰিবলৈ আমি ইচ্ছুক নহয়, সেয়ে নাটক কৰিবলৈ আগবাঢ়িলোঁ। শ্ৰীযুত শৰ্মাদেৱেও আমাৰ সৈতে অভিনয়ত ভাগ ল'লে। অভিনয়ৰ প্ৰসংগত ভাষাৰ উচ্চাৰণ, অঙ্গী-ভঙ্গী আদি শাস্ত্ৰীদেৱে

আমাক শিকাই দি নাটক শেষ কৰালে। আমাৰ যি আনন্দ লাগিছিল তাতকৈ অধিক আনন্দ তেখেতে উপভোগ কৰিছিল। সেই নাটকৰ ভাষাৰ উচ্চাৰণে মোক যথেষ্ট লাভবান কৰিছে।

আমাক ছাত্ৰসভা পাতিবলৈ তেখেতে উদগনি দিছিল। তেখেতৰ উদগনিতে আমি ছাত্ৰ সভা পাতি সংস্কৃতে বিভিন্ন বিষয়ৰ প্ৰবন্ধ লিখা, ভাষণ দিয়া আদি শিক্ষা লাভ কৰিছিলোঁ। ছাত্ৰসভা তেখেতে নিজেই পৰিচালনা কৰিছিল। তেখেতে আমাক উপদেশ দিছিল যে কোনো কামকে নোৱাৰোঁ বুলি ভাবিব নেলাগে। যত্ন কৰিলে সকলো কামকে মানুহে জানিব পাৰে। জোৰ কৰি কাম কৰাৰ তেখেত বিৰোধী আছিল। এবাৰ ৰাস পূৰ্ণিমাৰ (বকপঞ্চক) দিনা মাছ খোৱা-নোখোৱা লৈ আমাৰ ছাত্ৰসকলৰ মাজত বৰ গণ্ডগোল লাগিল। তৰ্কতীৰ্থ দেৱ আৰু গোসাঁইদেৱে মাছ খোৱাৰ উপদেশ দিলে। কথাগৈ শাস্ত্ৰী-দেৱৰ ওচৰ পালে, তেখেত লগে লগে আহি উপস্থিত হ'ল আৰু কলে "যেয়ে যিটো কৰা নাই জোৰ কৰি সেইটো কৰাবলৈ গলে বিদ্ৰোহ হয়। গতিকে সেইটো নকৰি কৰাবিলাকো নকৰাৰ ওচৰলৈ আহিলে বিদ্ৰোহ নেথাকে।" কি সুন্দৰ যুক্তি। তেখেতৰ সেই যুক্তি কোনেও প্ৰত্যাখ্যান নকৰিলে। সিমানতে আমাৰ খেলি মেলিবো অন্ত পৰিল।

তেখেতে আমাৰ সৈতে ৰাজনীতিৰ কথা আলোচনা কৰিছিল। ভাৰতক দুভাগ কৰি স্বাধীনতা লাভ কৰি আনন্দ কৰা বাবে তেখেতে বিৰক্তিবোধ কৰিছিল। পণ্ডিত নেহৰুক সমালোচনা কৰিছিল। সংৰক্ষণ ব্যৱস্থাৰো তেখেতে সমালোচনা কৰিছিল। তেখেতে যুক্তি দিছিল যে সংৰক্ষণ ব্যৱস্থাৰদ্বাৰা সংৰক্ষিত অঞ্চলৰ দুখীয়া মানুহ অধিক দুখীয়া হ'ব; আৰু ধনী অধিক ধনী হ'ব। আমাৰ মাজত জাতিগত বৈষম্য বাঢ়িব। সংৰক্ষিতই হওক বা অসংৰক্ষিতই হওক দুখীয়া মানুহে নিজৰ যিকোনো বস্তু বেচি জীয়াই থকাৰ চেষ্টা কৰে। সংৰক্ষণ ব্যৱস্থাৰ ফলত সেই অঞ্চলত গ্ৰাহকৰ সংখ্যা কমিব। তাৰ ফলত দুখীয়া মানুহ ন্যায্য প্ৰাপ্যৰ পৰা বঞ্চিত হ'ব। সেই অঞ্চলৰ ধনী মানুহে সেই সুযোগ লাভ কৰি অধিক ধনী হ'ব। দুখীয়া ধনীৰ শোষণৰ পাত্ৰ হ'ব। আমি যেতিয়া কৈছিলোঁ ১০ বছৰৰ বাবেহে এই ব্যৱস্থা কৰা হৈছে, তেতিয়া তেখেতে প্ৰায় খঙেৰেই কৈছিল যে ১০ বছৰ ১০ বছৰ কৈ এনে ব্যৱস্থা অনন্ত কাল চলিব। কাৰণ সংৰক্ষিত অঞ্চলৰ ধনীসকলে এই সুযোগ কেতিয়াও এৰি নিদিয়ে। তেখেতে কৈছিল যদি সংৰক্ষিত ব্যৱস্থা তুলি দি প্ৰতি পিচপৰা গাঁৱত প্ৰাথমিক বিদ্যালয়, চৰকাৰী

নিয়ম কিছু শিথিল কৰি হলেও ২।৩ মাইল আঁতৰে আঁতৰে উচ্চ ইংৰাজী স্কুল, মহাবিদ্যালয় আদি পাতি দিয়ে তেতিয়া কম আয়াসতে পিচপৰা অঞ্চলৰ মানুহ আগবাঢ়ি যাব। সেইদৰে পিছপৰা অঞ্চলৰ মানুহক যেপাৰ আদি কৰাৰ শিক্ষা দিয়া উচিত। তাকে নকৰি কেৱল সংৰক্ষিত এলেকা কৰিলেই মানুহৰ উন্নতি হব বুলি ভবা বা প্ৰচাৰ কৰাটো এক প্ৰকাৰ চতুৰালি। তেখেতৰ সেই ১৯৫৫ চন মানৰে ভৱিষ্যৎ বাণীৰ দৰে কথা আজি মণ্ডল আয়োগৰ প্ৰতিবেদনত প্ৰতিফলিত হৈছে। ( মণ্ডল আয়োগে সংৰক্ষিত অঞ্চলৰ মানুহ অধিক পিছপৰা বুলি প্ৰতিবেদনত প্ৰকাশ কৰিছে।)

শাস্ত্ৰীদেৱ বৰ সহনশীল আছিল। যি সহনশীলতা, ধৈৰ্য্য বাগ্মীতা আদি গুণে তেখেতক মহান কৰিছে। ছাত্ৰসকল আৰু শাস্ত্ৰীদেৱৰ মাজৰ সম্পৰ্ক গুৰু-শিষ্য হৈয়ে নেথাকি অভিভাবকত্ব আৰু বন্ধুত্বৰ স্থানলৈও গতি কৰিছিল। আৰু আমাৰ সকলো ছাত্ৰৰে শ্ৰদ্ধাৰ পাত্ৰ হৈছিল। তেখেতৰ সেই উপদেশসমূহকে মূলধন কৰি সম্পূৰ্ণভাৱে পালন কৰিব নোৱাৰিলেও আংশিকভাবে পালন কৰি বিভিন্ন অনুষ্ঠানত সেৱা আগবঢ়াই নিজেই ধন্য হৈছোঁ। সম্ভৱতঃ মোৰ দৰেই আন ছাত্ৰবন্ধু সকলো ধন্য হৈছে। ●

# দতৰাৰ স্মৃতিৰে আচাৰ্য্য শাস্ত্ৰী

শ্ৰীমহেন্দ্ৰ নাথ বুজৰবৰুৱা

গুৱাকুছি দৰ্শন বিদ্যালয়ৰ দৰ্শন শাস্ত্ৰৰ অগাধ পণ্ডিত ৰঘুনাথ শিৰোমণি। এসময়ত শিৰোমণি দেউ মনোৰঞ্জন শাস্ত্ৰী দেৱৰ জন্ম স্থান ভেকেৰা গাৱঁৰ এখন ধৰ্মালোচনী সভালৈ গৈছিল। শাস্ত্ৰীদেৱৰ পিতৃ দেৱ আছিল কৰ্ম কাণ্ডত বিশেষ ব্যুৎপত্তি থকা এজন নৈষ্ঠিক লোক। ৰাতিটোৰ বাবে শিৰোমণি দেউ তেখেতৰ ঘৰতে অতিথি হ'ল। অতিথিৰ সেৱা-শুশ্ৰূষাৰ ভাৰ পৰিল পুতেক মনোৰামৰ ওপৰত। তেওঁ চৰিয়াত পানীলৈ দেউৰ পাদ প্ৰক্ষালন, পিন্ধিবলৈ খৰম আৰু সায়ংসন্ধ্যা কৰিবৰ বাবে দেউক সকলো যা-যোগাৰ কৰি দিলে। আলপৈচান আৰু পৰিচৰ্য্যাত দেউ পৰম সন্তুষ্ট হ'ল। ল'ৰা জনৰ ধীৰ-স্থিৰ খোজ, গহীন গম্ভীৰ মাত-কথা আৰু নম্ৰ ব্যৱহাৰত দেউৱে কোমলমতীয়া মনোৰামৰ তীক্ষ্ণধী আৰু বহুমুখী অনুসন্ধানী প্ৰতিভাৰ সন্ধান পালে।

ৰাতি পুৱাল। চ'ৰা ঘৰত শিৰোমণি দেউ আৰু মনোৰামৰ পিতৃ শ্যামদেৱৰ মাজত নানা ঘৰুৱা কথা বতৰা। কথাৰ মাজতে দেউৱে কলে: 'আপোনাৰ ল'ৰাটোক মোৰ টোলতে পঢ়ুৱাবলৈ ইচ্ছা কৰোঁ। আপুনি বা কি কয়।' লৰাটোক দেখি দেউৱে তেওঁকে সুধিলে: বাপা, মোৰ টোলত পঢ়িবলৈ তুমি যাবানে?' মনোৰামে উত্তৰ দিলে: 'পিতাই যাব দিলে যাম।' এয়েই এজন মহান গুৰু গৃহলৈ জ্ঞানপিপাসু মনোৰঞ্জন শাস্ত্ৰীদেৱৰ জ্ঞান অন্বেষণৰ জয়যাত্ৰাৰ শুভ আৰম্ভণি।

অনুমান ১৯২৮-২৯ খৃষ্টাব্দ। চ'ত মাহ। 'দতৰা ব্ৰহ্মময়ী চতুষ্পাঠীৰ পাঠশালা গৃহত চাকি দি টোলৰ ছাত্ৰ সকলে স্তোত্ৰপাঠ কৰাৰ সময়। এনে সময়তে টোলৰ ছাত্ৰবাসৰ সন্মুখত দুজন লৰা উপস্থিত। পিন্ধনত দুয়োজনৰে কিলাকুটি পৰ্যন্ত চুটি শুধ বগা পাঞ্জাবী আৰু আঁঠুৰ তললৈ যোৱা ধুতি এজন চুটি চাপৰ, আনজন নিয়মীয়া ওখ। দেউক লগ পাবলৈ অহা বুলি কোৱাত দেউৰ ঘৰলৈ মাতি নি চ'ৰা ঘৰত বহিবলৈ দিলে। নবহি কিন্তু দুয়ো একাষে ঠিয় দি ৰ'ল। টোলৰ অধ্যাপক শিৱনাথ বুজৰবৰুৱা স্মৃতিতীৰ্থ। আমাৰ পিতৃদেৱ। তেখেত আহি চ'ৰা ঘৰত সোমাল। দুয়োজনে একেলগে পিতৃদেৱক

আঁঠুকাঢ়ি সেৱা জনালে। হাত-মুখ ধুই দুয়ো পিতাৰ সন্মুখত বহিল। দুয়োৰো চকু মুখত শ্ৰদ্ধা আৰু ভয়ৰ চিন বিদ্যমান।

: তোমাৰ নাম ?—চুটি-চাপৰ ল'ৰা জনক পিতাই সুধিলে

: মনোৰাম

: আৰু তোমাৰ নাম ? আনজনক সুধিলে।

: জয়ৰাম।

দুয়োজনৰ উত্তৰত বিনম্ৰ শ্ৰদ্ধাৰ সুৰ।

নিজৰ আৰু ঘৰৰ পৰিচয় দি অভাৱ কাৰণ ভাঙি পাতি পিতাক কলে। মনোৰামে গুৱাকুছি টোলত আৰু জয়ৰামে পিতাৰ টোলতে পঢ়াৰ ইচ্ছা প্ৰকাশ কৰাত পিতা সন্মত হ'ল। কালক্ৰমত আমাৰ টোলত পঢ়া সময়ত দুয়োজনৰ ব্যক্তনাম পিতাই সলনি কৰিলে। মনোৰাম হল মনোৰঞ্জন আৰু জয়ৰাম হল জয়দেৱ।

যথা সময়ত মনোৰঞ্জনে শিক্ষা আৰম্ভ কৰিলে গুৱাকুছি টোলত আৰু জয়দেৱে আমাৰ টোলত অধ্যয়ন কৰিবলৈ ধৰিলে ৰত্নমালা ব্যাকৰণ। কথা প্ৰসঙ্গত এদিন শাস্ত্ৰীদেৱক সুধিছিলোঁ: 'আপোনালোক দুয়োজন একেলগে আছি একেখন টোলতে নপঢ়ি দুয়ো দুখনলৈ কিয় গল ?' উত্তৰত তেখেতে কৈছিল: 'অসমৰ নানা ঠাইৰ পৰা ছাত্ৰ আহি নলবাৰী অঞ্চলৰ টোলত পঢ়ে। তেওঁলোক অৱস্থাপন্ন ঘৰৰ নাছিল। গতিকে যি টোলত পঢ়ে সেই টোলৰ অধ্যাপকে খোৱা বোৱা বহন কৰিছিল। খোৱা বাবদ নগদ ধন দিয়া প্ৰথা নাছিল। দৈনদিন খোৱাৰ বাবে প্ৰয়োজনীয় চাউল-খৰি আদি অধ্যাপকে ছাত্ৰক দিছিল। দতৰীয়া দেউ আৰু গুৱাকুছিয়া দেউ দুয়োজনৰে ঘৰৰ আৰ্থিক অৱস্থা টনকিয়াল নাছিল। সেই বাবেই দুয়োকো দুখন টোলত পঢ়িবলৈ পিতাই কৈছিল।

জয়দেৱ আছিল তীক্ষ্ণ বুদ্ধিমান, নামে কামে জয়দেৱ। আমাৰ টোলত প্ৰায় চাৰি মাহ অধ্যয়ন কৰি সান্নিপাতিক জ্বৰত পৰি তেওঁ অকালতে মৃত্যু বৰণ কৰিলে। জয়দেৱৰ অকাল মৃত্যুত পিতাৰ কান্দোনৰ কথা সেই দিনৰ টোলৰ ছাত্ৰ সকলে আজিও কয়। জয়দেৱৰ স্মৃতি দতৰা গাঁৱৰ বুঢ়া সবে আজিও সোঁৱৰে।

অনুমান ১৯৩০/৩১ খৃষ্টাব্দ। গুৱাকুছি দৰ্শন বিদ্যালয়ৰ অধ্যাপক ৰঘুনাথ শিৰোমণি দেৱৰ আকস্মিক ভাৱে মৃত্যু হয়। তেখেতৰ মৃত্যুত উক্ত টোল প্ৰায়

অচল হৈ পৰিল। সেই বাবে মনোৰঞ্জন সেই টোলৰ পৰা আহি ‘দভৰা ব্ৰহ্মময়ী চতুষ্পাঠী’ত ভৰ্তি হৈ স্মৃতি শাস্ত্ৰ অধ্যয়ন কৰিবলৈ লয়। মই তেতিয়া প্ৰাথমিক স্কুলৰ ছাত্ৰ। শাস্ত্ৰী আছিল তেতিয়া অল্পভাষী, গহীন-গম্ভীৰ। টোলৰ ছাত্ৰ সকলৰ লগতো মাত বোল আছিল সীমিত। কিন্তু কেইমাহ মানৰ পিছতে তেখেতৰ চাল-চলন, নীতি নিয়ম, আচাৰ-ব্যৱহাৰে ছাত্ৰ আৰু গাঁৱৰ লোকক মুগ্ধ কৰিলে। তেখেতৰ জিজ্ঞাসু প্ৰকৃতি দেখি পিতাই তেখেতক পাতিলে টোলৰ ওজাছাত্ৰ। তেখেতৰ অনুজ ভ্ৰাতৃ প্ৰতীম মৰম চেনেহে আমাৰ ভাই-ভনী সকলক বশীভূত কৰিলে। অগ্ৰজ মনোৰঞ্জন আমাৰ ভাই-ভনী সবৰ হ'ল শ্ৰদ্ধাৰ আৰু মৰমৰ ‘মনোদা’।

সৰু ল'ৰা-ছোৱালীৰ পতি আছিল তেখেতৰ নিভাঁজ মৰম। আমাৰ চলবলীয়া সৰু ভনী জনীক মৰমতে মাতিছিল বুন্দী বুলি। দুপৰীয়া তাইক প্ৰায়েই ছাত্ৰবাসলৈ নি মৰমেৰে নিজৰ বিচনাখনতে শ্লোক গাই গাই শুৱাই থৈছিল। কেতিয়াবা তাতেই তাই শৌচ পেচাব কৰিছিল। সেইবোৰ তেখেতে নিজেই ধোৱা-মেল কৰিছিল। বিৰক্ত ভাব কোনো দিনে প্ৰকাশ কৰা নাছিল।

টোলখন আছিল যেন দভৰা গাঁৱৰ এক সমূহীয়া অনুষ্ঠান। আবেলি সময়ত টোলৰ সমুখত ল'ৰা-ছোৱালীবোৰ লগ লাগে। মনোদাই সিহঁতক কচৰৎ কৰিবলৈ দিয়ে। পিতাই ৰচনা কৰা ‘ত্বং হি ত্বং মম বৰ চৰণম্’ আৰু ‘হে মাতঃ পৰিতঃ কৰোতু কৰুণাং বাগ্দেবতে তে নমঃ’ এই স্তোত্ৰ দুটা সুৰ ধৰি গাবলৈ শিকায়। শাস্ত্ৰীৰ আগমনত গাওঁখনত গঢ় লৈছিল এক নতুন পৰিৱেশ। মিলাপ্ৰীতিৰ এক অপূৰ্ব নিদৰ্শন।

টোলৰ ছাত্ৰই পালন কৰিবলগীয়া সকলো নীতি-নিয়ম তেখেতে মানি চলিছিল। ৰাতি পুৱাতে উঠি প্ৰাতঃ স্নান, পূজা, গধূলি সন্ধ্যা কৰা তেখেতৰ আছিল নিত্য কৰ্ম। পুৱা আৰু গধূলি পঢ়িছিল যদিও তেখেতৰ পঢ়াৰ মুখ্য কাল আছিল ৰাতি আন ছাত্ৰবোৰ শোৱাৰ পাচতহে। তেখেত আছিল টোলৰ ওজাছাত্ৰ। আন ছাত্ৰ সকলে পুৱা আৰু গধূলি ব্যাকৰণৰ সূত্ৰ, অমৰ কোষৰ শব্দ-অৰ্থ, হিতোপদেশ আৰু ধাতুৰূপ আদি বুজিবলৈ তেখেতৰ ওচৰলৈ গৈছিল। শিকোৱাত তেওঁৰ হেলা নাছিল। নুবুজালৈকে ছাত্ৰক বুজাবলৈ বিৰক্ত বোধ নকৰিছিল। বুজুৱাৰ ধৰণ-কৰণো আছিল ৰস পূৰ্ণ। শিকোৱা আৰু শিকাওঁতাৰ মাজত আছিল অনুসন্ধিৎসু মনৰ এক মধুৰ পৰিৱেশ। মাজ ৰাতি কোনো দিন

পিতাই বাহিৰলৈ উঠোতে মনোদাৰ টেবুলত লেমৰ পোহৰ দেখি কৈছিল :
'মনো, বহু ৰাতি হ'ল বাগৰ দিয়া। পুৱাই উঠি পঢ়িবা।'

পিতা আৰু মনোদাৰ মাজত কেৱল আমৃত্যু গুৰু-শিষ্যৰ সম্বন্ধই ঘটা নাছিল। সময়ত যেন পিতা-পুত্ৰৰ আত্মীয়তাও কাষ-চাপি আহিছিল। আগচোতালৰ চ'ৰা ঘৰত বহি দুয়োজন গুৰুশিষ্যই পাতিছিল আমাৰ পঢ়াশুনা, আথিয়া দিয়া খেতিৰ মাটি, ভনী সকলৰ বিয়া-বাৰু, ৰাৰীবস্তি আদি ঘৰখনৰ বিষয়ে নানা কথা-বতৰা। সময়ত নবা আৰু প্ৰাচীন স্মৃতি শাস্ত্ৰৰ তত্বকথা, কৰ্মকাণ্ড পদ্ধতিৰ উন্নতি অবনতি, কন্যাপন নিবাৰণ, বিধবা বিবাহ, ধীৰেশ্বৰাচাৰ্য, পাণিনি বিদ্যালয় আৰু দামোদৰ ধামৰ শ্ৰীবৃদ্ধি আদি সমাজৰ নানা বিষয়ে কৰিছিল গভীৰ আলোচনা। আলোচনাৰ মাজতে পিতাই কেতিয়াবা উঠি গৈ আলমাৰীটো খুলি পুৰণি পুথি উলিয়াই আনি উদ্ধৃতি মনোদাক পঢ়ি শুনাইছিল।
বিয়া, সভা আৰু ব্ৰহ্ম ভোজনত পিতা ভাগবত পাঠ কৰিবলৈ যায়। মনোদা পিতাৰ কাষতে বহি কাণ পাতি শুনি থাকে। মনোদাৰ নম্ৰ ব্যৱহাৰ আৰু গুৰু ভক্তি দেখি সমাজৰ লোকে তেখেতক তেতিয়াৰে পৰা এক বিশেষ শ্ৰদ্ধাৰ চকুৰে চাইছিল। আন সভা-সমিতি, বাইজমেল, ধৰ্মসভা আদিলৈ পিতা গলে মনোদাকো লগতে নিছিল। এনেদৰে মনোদাই বিভিন্ন মাধ্যমৰে গুৰুজনৰ পৰা বিদ্যা আৰু জ্ঞান লভিবলৈ সুযোগ সুবিধা পাইছিল।

মনোদাই অন্য ছাত্ৰৰ লগতে ছাত্ৰ বাসত থাকি পঢ়া শুনা কৰিছিল যদিও খোৱা-বোৱা কৰিছিল আমাৰ ঘৰতে। মাই ভাত বান্ধিছিল। মনোদাই গুৰু পত্নী মাইক মাতিছিল আই বুলি। মায়ে মাতিছিল মনো বুলি। আমি তিনি ভাই আৰু মনোদা মাইৰ মনত অভিন্ন। মনোদা আছিল পেট কনীয়া। প্ৰতিদিনে গধূলি খাইছিল কৰাব চেনী। মনোদাই অ'ৰ ত'ৰ পৰা ভেদাইলতা, মানিমুনি শাক বিচাৰি আনিছিল। মায়ে সেইবোৰৰ ৰস উলিয়াই দিছিল। মনোদাই কৈছিল : 'আই পৰম শ্ৰদ্ধাৰ গুৰু পত্নী। আনপিনে অন্নদাত্ৰী—যেন দেৱী অন্নপূৰ্ণা'। মৃত্যুৰ আগলৈ বিছৰ সময়ত আমাৰ ঘৰলৈ আহি তেখেতে পিতা আৰু মাইক সেৱা কৰিছিল। মৃত্যুৰ সময়ত মনোদাই গুৰুপত্নী মাইক দেখা নাপালে। সেই সময়ত তেখেত আছিল অসুস্থ। মৃত্যুৰ খবৰ দিবলৈ যোৱা লোকৰ মুখত শুনি অসুস্থ মনোদাই বিচনাত পৰি শোকত অভিভূত হৈ কান্দি কান্দি কৈছিল : 'মোৰ কি যে দুৰ্ভাগ্য। মৃত্যুৰ আগ মুহূৰ্তত আইৰ চৰণত ধৰি সেৱা এটি কৰিবলৈ নাপালোঁ।' সেয়েই আছিল তেখেতৰ মনত দুখ। মাইৰ

শ্ৰাদ্ধাদি মোৰাৰ পাচত এদিনাখন পুৱা তেখেত আমাৰ ঘৰত উপস্থিত। বহিবলৈ কলো। দাদাৰ দেখো আজি মনটো বেয়া। চিন্তামগ্ন মন। মই একো সুধিবলৈ নাপাওঁতেই কলে. 'এজনা গুৰুপত্নী গ'ল। সেৱা এটি জনাব নাপালো। মোৰেই দুৰ্ভাগ্য। আন জনাক বা দেখা পাওঁনে নাপাওঁ। কালিলৈ পুৱাই গুৱাকুছিলৈ যাম। আইক এটা সেৱা কৰি আহিম বুলি ভাবিছোঁ।'

ইং ১৯৫৬ চনৰ আগষ্ট মাহৰ ৬ তাৰিখ। পিতাৰ প্ৰায় অন্তিম সময়। পিতাৰ খবৰ লবলৈ গৈছিল নলবাৰীৰ পৰা কেইজন মান সদাশয় ব্যক্তি। মনোৰঞ্জন শাস্ত্ৰীও তেখেত সকলৰ লগতে গৈছিল। পিতাক সেৱা জনাই আটাইকেইজন পিতাৰ কাষত ঠিয় দিলে। পিতাৰ মাত অস্পষ্ট। ওচৰতে থকা শাস্ত্ৰীদেৱৰ আগহাতখন পিতাই দুয়োখন হাতেৰে সাৱটি ধৰি কৈছিল: 'মনো, মই যিখিনি জানিছিলোঁ সকলোখিনি তোমাকেই দিছোঁ। তুমি ৰক্ষা কৰিবা।' আৰু একো কব নোৱাৰিলে, দুয়ো চকুৰে পিতাৰ চকুলো বৈ গল। মনোদাই প্ৰণাম এটি জনাই হুকহুকাই কান্দি পাগঘৰত থকা মাইৰ কাষ পালেগৈ।

মনোদা আমাৰ টোলত পঢ়া সময়ত পিতাৰ নামত ডাক যোগে দুখন সাপ্তাহিক বঙালী বাতৰি কাকত আহিছিল। এখন 'এডুকেসন্ গেজেট' আৰু আনখন 'বঙ্গবাসী'। মনোদাই দুয়োখন কাকত নিয়মিতভাবে পঢ়িছিল। নজনা কথা জনাৰ প্ৰতি আছিল তেওঁৰ অদম্য হেপাহ। ইংৰাজী শিক্ষা কিয় কোনো স্কুলীয়া বিদ্যাই পিতাৰ নাছিল। নিজৰ নাম, ঠিকনা ইংৰাজীত লিখিব পাৰিছিল আৰু আনৰ নাম ঠিকনা লিখিব নোৱাৰিলেও পঢ়িব পাৰিছিল। নিজৰ নাম ঠিকনা ইংৰাজীত লিখিব শিকিবলৈ পিতাই মনোদাক কোৱাত তেখেতে লিখিবলৈ শিকিছিল।

ইং ১৯৩৪ চনত মনোদাই আমাৰ টোলৰপৰা স্মৃতি শাস্ত্ৰৰ উপাধি পৰীক্ষা প্ৰথম বিভাগত প্ৰথম হৈ স্মৃতিশাস্ত্ৰীৰ উপাধি স্বৰ্ণপদকসহ লাভ কৰে। ১৯৩৪ চন দগুৰা ব্ৰহ্মময়ী চতুষ্পাঠীৰ স্বৰ্ণ বৰ্ষ। পিতাৰ মনত বিমল আনন্দ। পিতাৰ যেন পৰিশ্ৰমৰ সাৰ্থক হ'ল। মনোদাই পোৱা সোণৰ মেডেলটো চাবলৈ আনন্দ আৰু গৌৰৱত আমাৰ ঘৰত মানুহৰ উখল-মাখল। কিছুদিন যোৱাৰ পিচত পিতাই কোৱামতে মনোদাই এদিন একাদশী তিথিৰ গধূলি গাঁৱৰ আৰু ওচৰ চুবুৰীয়াক মাতি নাম-কীৰ্তন কৰি সুবৰ্ণপী নাৰায়ণৰ আশীৰ্বাদ লৈছিল।

মনোদাই কলিকতা সংস্কৃত কলেজত পঢ়িবলৈ যাব খোজাত পিতাই

অসম সংস্কৃত বৰ্ডৰ লগত যোগাযোগ কৰিলে। নিৰ্দিষ্ট দিনত মনোদা আমাৰ টোলৰ পৰা যাবলৈ ওলাল। ঘৰৰ, গাঁৱৰ সকলোৰে মন মৰা। মনোদাই মাইক সেৱা কৰি ঘৰৰ ভাই-ভনী আটাইকে মাত-বোল লগাই আগ চোতাললৈ ওলাই আহিল। পিতাৰ ভৰি দুখনত পৰি হুকহুকাই কান্দিবলৈ ধৰিলে। দুপৰীয়া শালগ্ৰামৰ পৰা আনি থোৱা তুলসী পাতটো পিতাই মনোদাৰ মুৰত দি কিবাকিবি মন্ত্ৰ মাতি কলে : 'যোৱা, দুখ নকৰিবা, মা দুৰ্গাই তোমাৰ মঙ্গল কৰিব।' পিতা অস্থিৰ হল। চকুলো মচি মচি চৰাঘৰৰ বিচনাখনত বাগৰ দিলেগৈ। মনোদাৰ অন্তৰংগ ৺ধনীকাই তেখেতৰ বিচনা-পত্ৰ আৰু চুতকেচটো লৈ ঘগ্ৰাপাৰ ষ্টেচন বুলি যাত্ৰা কৰিলে মনোদাৰ পাছে পাছে। বোৱাৰী-জীয়ৰী, ল'ৰা-বুঢ়া আটায়ে মনোদাক দেখা পোৱালৈ সতৃষ্ণ নয়নে চাই ৰ'ল।

কলিকতাৰ সংস্কৃত কলেজত পঢ়ি থাকোতে তেখেত আছিল কালুটোলা ষ্ট্ৰিটৰ বটুসৰকাৰ লেনত থকা নিস্তাৰিণী বোৰ্ডিঙত। কলেজত তেখেতৰ সহপাঠী আছিল বৰিশালৰ এজন ছাত্ৰ। তেওঁ আছিল সেই সময়ৰ ইংৰাজীৰ অৰ্নাচ গ্ৰেজুৱেট। তেওঁৰ সহায়তেই মনোদাই ইংৰাজী ভাষা শিকিবলৈ সক্ষম হৈছিল।

আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰীদেৱৰ গুৰু ভক্তি আছিল সমুদ্ৰৰ দৰে বিশাল আৰু গভীৰ। তেখেতে নিজেই কৈছিল : 'দতৰীয়া দেউৰ সান্নিধ্য আৰু আশীৰ্বাদ নাপালে মোৰ জীৱনৰ গতি কোন ফালে গ'লহেঁতেন কোনে জানে' ?

পিতৃদেৱৰ শতবাৰ্ষিকী উপলক্ষে ১৯৮১ চনৰ ১৫ এপ্ৰিল তাৰিখৰ 'অগ্ৰদূত, কাকতত 'শতবাৰ্ষিকীৰ শ্ৰদ্ধাঞ্জলি' নিবন্ধত আচাৰ্য্য শাস্ত্ৰীদেৱে লিখিছিল :

"এই অভাজন লিখকৰ ভাগ্যতো দেউৰ পদ প্ৰান্তত থাকি চাৰি বছৰ কাল স্মৃতি আদি শাস্ত্ৰ অধ্যয়ন কৰি তেখেতৰ সস্নেহ সমাদৰ আৰু অকৃত্ৰিম ছাত্ৰবাৎসল্যৰ মাধুৰ্য উপভোগ কৰা সুযোগ ঘটিছিল। সেই কথা সগৌৰৱে শত শত প্ৰণতি আৰু কৃতজ্ঞতা সহকাৰে স্মৰণ কৰোঁ। ই এজন প্ৰকৃত শিষ্যৰ গুৰুভক্তিৰ পুণ্য নিদৰ্শন।"

# আচাৰ্য্য শাস্ত্ৰীৰ ব্যক্তিত্ব আৰু চিন্তাধাৰা

অধ্যক্ষ শ্ৰীনৃপেন্দ্ৰ নাথ শৰ্মা

মানৱ সমাজত যিসকল প্ৰকৃততে বিজ্ঞ আৰু পণ্ডিত লোক বুলি পৰিচিত, সেইসকল লোকৰ কথা-বতৰা, চাল-চলনত মান-অভিমান, খং বা অহংভাৱ আদি পৰিলক্ষিত হোৱা দেখা নেযায়। সেইসকল লোকক কোনোবাই বেয়াকৈ কলেও তেওঁলোকে তাতৈ অকণো ভ্ৰূক্ষেপ নকৰে; শোকতো কাতৰ নহয় বা আনন্দৰ মাজতো আত্মহাৰা নহয়। তেনেকুৱা লোকক 'শ্ৰীমদ্ভগৱত গীতা'ত বৰ্ণনা কৰা স্থিতপ্ৰজ্ঞ লোকৰ লগত তুলনা কৰিব পাৰি। মহামহোপাধ্যায় পণ্ডিত ধীৰেশ্বৰাচাৰ্য্যৰ পাছতে নলবাৰী কলেজৰ প্ৰতিষ্ঠাপক অধ্যক্ষ, সৰ্বভাৰতীয় খ্যাতি সম্পন্ন, সংস্কৃত পণ্ডিত মনোৰঞ্জন শাস্ত্ৰীদেৱ আছিল উক্ত সৰ্ব গুণৰ অধিকাৰী।

আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰীদেৱ আছিল প্ৰকৃত পণ্ডিত লোক। প্ৰকৃত পণ্ডিত লোকে কোনো এটা বিষয়ত পুংখানুপুংখভাৱে জ্ঞান আহৰণ কৰিহে আত্মসন্তুষ্টি লাভ কৰিব পাৰে। তেখেতে অধ্যয়নেৰে পৰিপুষ্ট হৈ কোনো কথাৰ সিদ্ধান্তলৈ আহিছিল। তেখেতে আছিল দৰ্শনশাস্ত্ৰৰ এজন বিদগ্ধ পণ্ডিত। দৰ্শনশাস্ত্ৰই কোনো এটা বিষয়ৰ তত্ত্ব-জ্ঞানৰ সন্ধান দিয়ে। শাস্ত্ৰীদেৱে সভা-সমিতি আদিত কোনো বিষয়ৰ ওপৰত ভাষণ দিলে, সেই ভাষণৰ বিষয়-বস্তু যিমানেই টান নহওক, তাক সহজ সৰল ভাষাৰে হাস্যৰসৰ মাজেদি বুজাই দিছিল। তেখেতৰ ঘৰত অনুষ্ঠিত হোৱা পূজা-পাৰ্ব্বন আদিত গোট খোৱা নিমন্ত্ৰিত লোক সকলৰ লগত আলোচনা প্ৰসংগত খুহুতীয়া কথাৰে তাত্ত্বিক কথাবোৰো ৰসাল কৰি তুলিছিল। সেই কথাবিলাক মনত পৰিলে, আজিও ভাল লাগে। কৰবালৈ ওলাই গ'লে ধুতি-পাঞ্জাবী পিন্ধি, কান্ধত চাদৰ আৰু হাতত ছাতিটো লৈ ধীৰ-স্থিৰভাৱে খোজকাঢ়ি যোৱা দৃশ্যই সকলোকে আকৰ্ষণ কৰিব পাৰিছিল। তেনেদৰে ৰাতিপুৱা হাতত ফুলৰ কৰণিটো লৈ ধীৰ গতিৰে খোজ কাঢ়ি অহা দৃশ্য, আজিও মনৰ পৰা আঁতৰি যোৱা নাই।

এজন অসাধাৰণ পৰম্পৰাগত সংস্কৃত পণ্ডিত হিচাপে খ্যাতি লাভ কৰিও আচাৰ্য্যদেৱে কথা-বতৰাত গাম্ভীৰ্য্য আৰু নম্ৰতাৰ পৰিচয় দিছিল। "গুণী গুণং বেত্তি ন বেত্তি নিৰ্গুণঃ": এই কথা তেখেতে ভালদৰে হৃদয়ঙ্গম কৰিব পাৰিছিল।

কিয়নো, তেখেতে নিজে যেনেদৰে সন্মান লাভৰ যোগ্যতা অৰ্জ্জন কৰিছিল, আনকো তেনেদৰে সন্মান কৰিব পাহৰা নাছিল। এই কথা তেখেতৰ ব্যক্তিগত জীৱনৰ কাৰ্য্য-কলাপৰ পৰাই বুজিব পাৰিছিলোঁ। তেখেতক ঘৰত লগধৰি কোনো নজনা কথা বা কোনো বিষয়ে আলোচনা কৰিবলৈ গলে, ব্যস্ততাৰ মাজতো তেখেতে কোনো প্ৰকাৰৰ বিৰক্তিবোধ কৰা নাছিল ; বৰং দেখাৰ লগে লগে হাঁহি মুখেৰে আগবঢ়াই নি বহিবলৈ দিছিল। কেতিয়াবা অসুস্থ শৰীৰেও দিহা-পৰামৰ্শ দি সহায় কৰিছিল। আগতেই কৈ আহিছোঁ যে আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰীদেৱ আছিল প্ৰকৃত স্থিতপ্ৰজ্ঞ ব্যক্তি। তেখেতৰ দৰে অসামান্য পণ্ডিতৰ তলত কেইদিনমানৰ বাবে সহকৰ্মী হিচাপে কাম কৰা সৌভাগ্য লাভ কৰিছিলোঁ। সেই কম সময়ৰ ভিতৰতে তেখেতৰ জীৱনাদৰ্শৰ পৰা বহুতো অভিজ্ঞতা লাভ কৰিব পাৰিছিলোঁ। কলেজৰ বাকী অধ্যাপকসকল নিজৰ নিজৰ পাঠদান কাৰ্য্য সমাপন কৰি ঘৰামুখি গুছি যোৱাৰ পাছতো মই তেখেতৰ লগত বহি আছিলোঁ। বোধকৰোঁ, তেখেতক অকলে এৰি থৈ যাবলৈ মোৰ ভাল লগা নাছিল। কাৰণ, তেখেতে অনবৰত লিখা-পঢ়া কৰিয়েই আছিল। লিখা-পঢ়া কামো নিজৰ বাসভৱনতকৈ কলেজৰ অধ্যক্ষৰ কোঠাত বহি কৰিহে বেছি ভাল পাইছিল। সেইবাবে, দিনটোৰ বেছি ভাগ সময় কলেজতে কটাইছিল। কি জাৰ, কি-জহ, তালৈ তেখেতে কোনো দিনে ভ্ৰূক্ষেপ কৰা নাছিল। জুলাই-আগষ্ট মাহতো যেতিয়া খিৰিকিৰে চোকা ৰ'দ আহি তেখেতৰ গাত পৰে, তেতিয়াও তেখেতে লিখা-পঢ়াতে ব্যস্ত আছিল। এইখিনিতে উল্লেখ কৰিব পাৰি যে, সেই সময়ত কলেজত বিজুলী পাংখাৰ ব্যৱস্থাও নাছিল। মই কাষত বহি আছিলোঁ যদিও টোপনিয়ে মোক মাজে-সময়ে অতিষ্ঠ কৰি তুলিছিল। পাছত, "বোপাই! এতিয়া চাৰি বাজিল, যাওঁ বলা' বুলি ওলাইছিলোঁ। কেতিয়াবা মোকো তেখেতৰ ঘৰলৈ মাতি নি চাহ-পানী খাব দিছিল। কিন্তু, ঘৰলৈ গৈয়ো চাহ-পানী খাই আকৌ লিখা পঢ়াত ব্যস্ত হৈ পৰিছিল। গধূলিহে নিজে মোনাখন হাতত লৈ বজাৰলৈ গৈছিল। মাজতে তেখেতে সময় উলিয়াই পোহনীয়া গৰু আদিৰ তদাৰক কৰাও দেখিছিলোঁ। শাস্ত্ৰীদেৱে দিনটোৰ বেছিভাগ সময় লিখা-পঢ়া কৰিয়েই কটাইছিল। জা-জলপান বা ভাত খোৱাৰ সময়তো হঠাতে কিবা নতুন কথা মনলৈ আহিলে খোৱা বাদ দি পৰিয়াৰ বা ঘৰৰ ল'ৰা-ছোৱালীক কলম আৰু কাগজ আনিবলৈ কৈছিল আৰু মনত পৰা কথা লগে লগে টুকি থৈছিল। তেখেতৰ ব্যক্তিত্বৰ এটি

মহৎ গুণ আছিল এই যে কাৰোবাৰ ঘৰত কিবা বিপদ-আপদ হলে নাইবা বিবাহাদি উৎসৱলৈ নিমন্ত্ৰণ পালে, কেতিয়াও নোযোৱাকৈ থকা নাছিল। কিন্তু, কিবা কাৰণত দূৰণিৰ ঠাইলৈ যাব নোৱাৰিলেও চিঠিৰে অসুবিধাৰ কথা জনাই দিছিল। ঠিক, তেনেদৰে, কাৰোবাৰ পৰা কিতাপ বা আনবস্তু ব্যৱহাৰৰ কাৰণে আনিলে, সময় মতেই ওভোতাই দিছিল। কলেজ এখনৰ অধ্যক্ষৰ দায়িত্ব বহন কৰি আৰু লিখা-পঢ়াৰ মাজত ব্যস্ত থাকিও, ঘৰখন তথা পৰিয়ালৰ প্ৰতি থকা দায়িত্বও তেখেতে কোনো দিনে পাহৰা নাছিল। গতিকে, গৃহস্থী হিচাপেও তেখেত এজন সুগৃহস্থীয়েই আছিল।

আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰীদেৱ সাজ-পোছাক আদি পৰিধানত সাধাৰণ আছিল যদিও চিন্তা-চৰ্চ্চাত আছিল অসাধাৰণ। তেখেত যাইকৈ যদিও বেদান্ত আৰু মীমাংসা দৰ্শনত পণ্ডিত আছিল, তথাপি সাংখ্য, ন্যায় আদি দৰ্শনৰ ওপৰতো পাৰদৰ্শিতা লাভ কৰিছিল। বেদ-উপনিষদ, স্মৃতি আদিত তেখেতৰ গভীৰ জ্ঞান আছিল দৰ্শন ভিত্তিক তেখেতৰ গ্ৰন্থ সমূহত বেদ, উপনিষদ, স্মৃতি আদিৰ সাৰমৰ্ম ভালদৰে প্ৰকাশ পাইছে। শাস্ত্ৰীদেৱে ৰচনা কৰা প্ৰকাশিত আৰু অপ্ৰকাশিত পুথি সমূহৰ পৰা তেখেতৰ গভীৰ পাণ্ডিত্য আৰু চিন্তাধাৰাৰ পৰিচয় পোৱা যায়। জীৱদ্দশাত নলবাৰী কলেজৰ উপৰিও নলবাৰী সাহিত্য সমাজ কামৰূপ সংস্কৃত সঞ্জীৱনী সভা, পূৰপাৰ ব্ৰাহ্মণ সমাজ আদি অনুষ্ঠানৰ লগত তেখেত ওতপ্ৰোতভাৱে জড়িত হৈ আছিল। শাস্ত্ৰীদেৱে কামৰূপ সংস্কৃত সঞ্জীৱনী সভাৰ কেইবা বছৰো সম্পাদনাৰ দায়িত্ব ভাৰ বহন কৰি আছিল। সংস্কৃত সঞ্জীৱনী সভাৰ হাতে লিখা পুথি সংগ্ৰহ কাৰ্য্যত তেখেতে পুথি বিচাৰি অসমৰ বিভিন্ন ঠাইত ঘূৰি ফুৰিব লগা হৈছিল। সেই পুথিবোৰৰ ওপৰত লিখি থৈ যোৱা টোকাবপৰা ইয়াৰ প্ৰমাণ পোৱা যায়। ❑

# আচাৰ্য্য শাস্ত্ৰী ঃ স্মৃতিঅৰ্ঘ্য

অধ্যাপক শ্ৰীপ্ৰফুল্ল চন্দ্ৰ গোস্বামী

প্ৰাচ্য পণ্ডিত প্ৰৱৰ পদ-বাক্য-প্ৰমাণজ্ঞ আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰীদেৱৰ জ্ঞান বৈদুষ্যৰ বিষয়ে চৰ্চা কৰাৰ আমাৰ ধৃষ্টতা মুঠেই নাই। কুৰি শতিকাৰ পুৰাৰ ভাগতে, অতীন্দ্ৰিয় শক্তিসম্পন্ন এই গৰাকী পণ্ডিতে ৰত্নগৰ্ভা অসমী আইৰ কোলাত জনম লভি, নিজে ধন্য হোৱাৰ উপৰিও, আমাৰ দৰে শতসহস্ৰ নিঃকিন্ অন্তেবাসীক জ্ঞানৰ সঁফুৰা বিলাই কৃতকৃত্য কৰি গ'ল। তেখেতৰ স্মৃতিত আমাৰ হিয়াভৰা শ্ৰদ্ধাঞ্জলি মাত্ৰ নিবেদন কৰিলোঁ। যি সময়ত আচাৰ্য্যদেৱে সংস্কৃত ভাষা-সাহিত্য অধ্যয়ন কৰিবলৈ আৰম্ভ কৰে, সেই সময়ত আজিৰ দৰে শিক্ষা-গ্ৰহণ কৰাৰ বিশেষ সৌবিধা নাছিল। কাৰণ, অত্যন্ত নিঃকিন্ পৰিয়ালত জন্ম লভি, যাতায়াতৰ অসুবিধাৰ বাবে পণ্ডিতৰ সান্নিধ্যৰ পৰা বহুদূৰত থাকিও, নিজ অধ্যৱসায় তথা ঐকান্তিক চেষ্টাৰ ফলত আচাৰ্য্যদেৱে কালক্ৰমত ব্যাকৰণ, সাহিত্য, বেদান্ত আৰু স্মৃতি শাস্ত্ৰত অসমৰ অদ্বিতীয় প্ৰাচ্য পণ্ডিতৰূপে নিজকে প্ৰতিষ্ঠা কৰিব পাৰিছিল। ইয়াৰ মূলতে আছিল জ্ঞান লাভৰ প্ৰতি আচাৰ্য্যদেৱৰ ব্যাকুলতা। যথা– "শ্ৰদ্ধা-যত্নৌ যদি স্যাতাম্ মেধায়াঃ কিং প্ৰয়োজনম্।" তদুপৰি আচাৰ্য্যদেৱ আছিল অতীৱ দুঃখকষ্ট সহিষ্ণু ব্যক্তি। কাৰণ:

সুখাৰ্থিনঃ কুতো বিদ্যা।
বিদ্যাৰ্থিনঃ কুতো সুখম্॥

কথাষাৰ তেখেতে বাককৈয়ে বুজিছিল। এই সহিষ্ণুতাৰ বলতেই আচাৰ্য্যদেৱ আমাৰ কাৰণে চিৰ নমস্য হৈ থাকিব।

এই গৰাকী পণ্ডিতৰ সান্নিধ্য লাভ কৰাটো নিশ্চয় পৰম সৌভাগ্যৰ কথা। আমাৰ জীৱনত আচাৰ্য্যদেৱৰ আশিস বৰষিছিল ১৯৬৯ চনত। তেতিয়া আমি কাশী হিন্দু বিশ্ববিদ্যালয়ৰ সংস্কৃত সাহিত্যৰ ছাত্ৰ আছিলোঁ। কোনোবা সুধী-লোকৰ পৰা জানিব পাৰি তেখেতে মোলৈ সংস্কৃত ভাষাত এখনি পত্ৰ লিখিছিল। পত্ৰত যকৰাহী খা-খবৰ নাছিল, আছিল মাত্ৰ শিষ্যৰ প্ৰতি গুৰু-জনাৰ আশিস-উপদেশ-বাণী। পত্ৰখনি পাই তেতিয়া মোৰ অন্তৰ ভক্তি ভাৱত

গদ্ গদ হৈ পৰিছিল। লগতে আচৰিত হৈছিলোঁ, মোৰ গুৰুজী ( কাশীৰ শিক্ষাগুৰু ) পণ্ডিত শ্ৰীযুক্ত বতিনাথ ঝা তঁথা গুৰু প্ৰৱৰ শ্ৰীপট্টাভিৰাম শাস্ত্ৰীদেৱে যেতিয়া আচাৰ্য্য দেৱৰ পাণ্ডিত্যৰ বিষয়ে মোক কৈছিল। কাৰণ সুদূৰ বাৰাণসীত থকা এই পণ্ডিতসকলে ভাৰতৰ একেবাৰে পূৱ-প্ৰান্তত হাবি-বননিৰে ভৰা অসমত একান্ত মনে সৰস্বতীৰ সেৱাত নিমগ্ন, আচাৰ্য্যদেৱক কেনেকৈ জানিলে ? এই প্ৰসঙ্গটোৱে মোক বাৰুকৈয়ে লজ্জিত কৰিছিল। কাৰণ আচাৰ্য্যদেৱক, তেতিয়ালৈকে মই ভালকৈ নাজানো আৰু দেখাও নাছিলোঁ। মনতে সংকল্প কৰিলোঁ এইবাৰ গৰমৰ বন্ধত অসমলৈ যাওঁতে, নলবাৰীত সোমাই আচাৰ্য্যদেৱক দৰ্শন কৰিম। অৱশ্যে ভৰাৰ দৰেই মোৰ উদ্দেশ্য সফল হ'ল। ইয়াৰ পাছৰ পৰা আচাৰ্য্যদেৱৰ সৈতে মোৰ সম্পৰ্ক আৰু ওচৰ চাপি আহিল।

১৯৭২ চনত অসম সংস্কৃত মহাবিদ্যালয়ত যোগদান কৰিবলৈ আহি শ্ৰদ্ধেয় আচাৰ্য্যদেৱৰ ব্যক্তিত্ব সম্বন্ধে জনাৰ সৌভাগ্য ঘটিল। তেখেতক প্ৰথমে লগ পোৱাৰ অভিজ্ঞতা আৰু সহকৰ্মীৰূপে পোৱাৰ অভিজ্ঞতাৰ মাজত অশেষ পাৰ্থক্য আছিল। মহাবিদ্যালয়ৰ শিক্ষকৰ জিৰণি কোঠাত পৰস্পৰৰ মাজত প্ৰায়েই শাস্ত্ৰীয় বিষয়ৰ আলোচনা হৈছিল এই আলোচনাত শাস্ত্ৰীদেৱেই আছিল প্ৰধানবক্তা, আৰু আমি আটায়ে আছিলোঁ মন্ত্ৰমুগ্ধ শ্ৰোতা।

সংস্কৃত-সাহিত্যত বিশেষকৈ লক্ষণ-গ্ৰন্থ সমূহৰ দুৰ্ব্বোধ্য সূত্ৰৰ ব্যাখ্যা গ্ৰন্থকাৰ তথা টীপ্পনিকাৰ সকলে যদিও স্পষ্ট ভাষাৰে বুজাই কৈছে, তথাপি কোনো স্থলত কোনো একোটা সূত্ৰৰ ভাবাৰ্থ বৰ জটিল হৈ পৰে। বিদ্যাৰ্থী কালত এনেধৰণৰ জটিল সূত্ৰৰ সমাধান প্ৰায়েই স্পষ্ট নোহোৱাকৈয়ে পৰীক্ষা বৈতৰণী পাৰ হৈ অহা হয়। আচাৰ্য্যদেৱক ওচৰতে পাই মাজে সময়ে এনেবোৰ বিষয়ৰ চৰ্চা কৰি সন্দিগ্ধ সূত্ৰৰ সাৱলিল ব্যাখ্যা আমি সহজেই লাভ কৰাৰ সুযোগ পাইছিলোঁ।

এদিনাখন আলোচনা প্ৰসঙ্গত প্ৰাচীন অলংকাৰ শাস্ত্ৰৰ প্ৰণেতা আচাৰ্য্য মম্মট-ভট্টৰ *কাব্যপ্ৰকাশৰ* এফাঁকি সন্দিগ্ধ সূত্ৰৰ "তাৎপৰ্য্যাৰ্থোঽপি কেষু চিৎ" অৱতাৰণা কৰি আচাৰ্য্যদেৱৰ পৰা জানিবলৈ আগ্ৰহ কৰিলোঁ। ছাত্ৰাৱস্থাত বুজি নোপোৱা এই সূত্ৰটি, আচাৰ্য্যদেৱে অতীৱ মনোগ্ৰাহী তথা সৰল ভাষাৰে বুজাই ক'লে যে, এইটো মীমাংসা শাস্ত্ৰৰ বিষয়। ভট্ট মীমাংসৰ মতে সাহিত্যৰ মূল বিষয় বস্তু হৈছে 'তাৎপৰ্য্যাৰ্থঃ", অৰ্থাৎ ধ্বনি-ব্যঞ্জনা আদিৰে বক্তাই কোৱা কথাবোৰে এক বিশেষ তাৎপৰ্য বহন কৰি শ্ৰোতাৰ কাষলৈ লৈ যায়। পণ্ডিকে

বাচ্যাৰ্থ বা লক্ষ্যাৰ্থৰদ্বাৰা আচল অৰ্থটো প্ৰকাশ নাপালে, ব্যঙ্গ্যাৰ্থ বা ধ্বন্যাৰ্থৰ-দ্বাৰা সেই প্ৰয়োজন সিদ্ধি কৰা হয়। তাকে তাৎপৰ্য্যাৰ্থ বোলা হয়। এই কথাখিনিৰ পৰা সূত্ৰটিৰ মূল অৰ্থটো আমি অতি সহজে বুজি পালো। এইদৰেই আচাৰ্য্যদেৱৰ পৰা ছাত্ৰধৰ্মী সকলোৱেই প্ৰচুৰ সম্পদ লাভ কৰি কৃতকৃত্য হৈছিল। কিন্তু অতি পৰিতাপৰ বিষয় এই যে এনে ধৰণে কোনো এটা বিষয়ৰ সন্দিগ্ধ স্থলত প্ৰাঞ্জল ব্যাখ্যা বিচাৰি আজি আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰী দেৱক পাবলৈ নাই। এখেতৰ লগে লগে এক বিদ্যায়তনৰ অন্ত পৰিল।

আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰীদেৱৰ সৈতে আৰু অধিক ওচৰ চপাৰ সৌভাগ্য ঘটিছিল ১৯৮৭ চনত নগাঁৱৰ কামপুৰত বহা ৫২ তম অসম সাহিত্য সভাৰ অধি-বেশনত। আচাৰ্য্যদেৱক অসম সাহিত্য সভাৰ তৰফৰ পৰা সম্বৰ্দ্ধনা জনাৱৰ বাবে আমন্ত্ৰণ জনাইছিল। বৃদ্ধাৱস্থা, ৰুগ্নশৰীৰ, তথা নিজৰ কোনো গাড়ী-ঘোঁৰা নথকা বাবে পোনতে তেখেতে কামপুৰলৈ নোযোৱাটোকে ভাবিছিল। কথাটো মই গম পাই, সাৰথি হৈ তেখেতক কামপুৰলৈ লৈ যোৱাৰ বাবে প্ৰস্তাৱ দিলোঁ। আচাৰ্যদেৱে বৰ স্বস্তি পোৱা যেন অনুমান হ'ল। কামপুৰত সভাস্থলিৰ নাতি-দূৰত অৱস্থিত গকবাট মৌজাদাৰ শ্ৰীযুত কৃষ্ণকান্ত দেৱ গোস্বামীৰ ( বৰ্তমান দিবংগত ) ঘৰত আমন্ত্ৰিত অতিথিসকলক থকা মেলাৰ দিহা কৰা হৈছিল। সাহিত্য সভাৰ নিৰ্দিষ্ট কাৰ্যাসূচীত অংশ গ্ৰহণ কৰি আহি, জিৰণিৰ সময়ত বিভিন্ন পণ্ডিত, কবি, সাহিত্যিক, সমালোচকৰ সৈতে আচাৰ্য্যদেৱে ভাষা, সাহিত্য, সংস্কৃতি, ইতিহাস আদিৰ বিষয়ে আলোচনা কৰিছিল। সেই সকল ব্যক্তিৰ ভিতৰত ঘাইকৈ ৫২ তম্ অধিবেশনৰ সভাপতি শ্ৰীযুত বীৰেণ বৰকটকী, ভাষাতত্ত্ববিদ তথা লোক সংস্কৃতিৰ গৱেষক ড° প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্য, অধ্যাপক ড° সত্যেন্দ্ৰ নাৰায়ণ গোস্বামী, সমালোচক শ্ৰীযুত অতুলানন্দ গোস্বামী আদি প্ৰধান। "তুলসীৰ লগত কলপটুৱাৰ মুক্তি" বোলা কথাষাৰৰ প্ৰমাণ মই হাতে হাতে পালো। কাৰণ এই সকল সুধীলোকৰ লগত আলোচনা কৰাৰ সময়ত শাস্ত্ৰীদেৱৰ সহায়ক ৰূপে মই দণ্ডায়মান হৈ আছিলোঁ। অৱশ্যে আলোচ্য বিষয়ত ভাগ লোৱাৰ মোৰ ধৃষ্টতা নাছিল, মাত্ৰ নীৰৱ শ্ৰোতা আছিলোঁ। কিন্তু সেই মহামূল্যৱান আলোচনা সমূহৰ ভাৱৰাশিয়ে মোৰ হৃদয়বীণা তৰঙ্গিত কৰি গৈছিল আৰু সংস্কৃত সাহিত্যৰ ছাত্ৰ হোৱা বাবে, এইবোৰৰ পৰা বহুতো দুৰ্মূল্য ৰত্নমণি, সিবিলাকৰ নিভৃতে, মোৰ কুক্ষিত লুকুৱাই থ'লো। ইয়ো অৱশ্যে এক চৌৰ্য্যবৃত্তিয়েই। কাৰণ গৃহস্থৰ অজ্ঞাতে কিবা সৰকাই অনা উচিত নহয়।

পাছে জ্ঞানৰ চৌৰ্য্য সিমান দূষণীয় নহয়। এই প্ৰসংগতে কবি বিল্‌হনে "বিক্ৰমাঙ্ক-দেৱচৰিত"ত কৈছে :

"কৰ্ণামৃতংৰক্ষতেহে কবীন্দ্ৰাঃ কাব্যাৰ্থচৌৰাঃ প্ৰগুণী ভৱন্তি।" (হে কবিশ্বৰ সকল! আপোনালোকে কাব্যামৃত বৰ সাৱধানে ৰাখিব; কাৰণ সংসাৰত কাব্যাৰ্থৰ প্ৰতি তস্কৰ বৃত্তি বৰ প্ৰবল।)

ইয়াৰ উত্তৰত কবিজনাই কৈছে :

"গৃহ্ণন্তু সৰ্ব্বে যম বা যথেষ্টং
নাস্তি ক্ষতিঃ কাপি কবীশ্বৰাণাম্।
লুপ্তেষু ৰত্নেষু বসুন্ধৰন্তৈ-
-ৰদ্যাপি ৰত্নাকৰ এৱ সিন্ধুঃ॥"

(তস্কৰসকলে কাব্যাৰ্থ যিমান ইচ্ছা সিমান চুৰ কৰক, তাৰ বাবে কবিসকলৰ কোনো ক্ষতি নহয়। কাৰণ সমুদ্ৰৰ অটল গহ্বৰৰ পৰা প্ৰতিদিনে হীৰা, মণি, মুকুতা আদি ৰত্ন উলিয়াই নি থকা সত্ত্বেও সমুদ্ৰক আজিও "ৰত্নাকৰ" বুলিয়েই সকলোৱে কয়।)

গতিকে আচাৰ্য্যদেৱৰ লগত সান্নিধ্য হোৱাৰ বাবে, তেখেতৰ অজ্ঞাতে জ্ঞানৰ মুকুতামণি আহৰণ কৰিলেও আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰী দেৱৰ জ্ঞান-প্ৰাচুৰ্য্যৰ কোনোপ্ৰকাৰে হানি নহয় আৰু তাৰ বাবে আমাৰো দোষ-ভাজন হোৱাৰ শংকা নাথাকে।

আমাৰ দৰে শতসহস্ৰ শিষ্যই, তেখেতৰ পৰা কিমান যে অমূল্য সম্পদ আহৰণ কৰি নিজৰ সম্পত্তি বুলি ভাবি গৌৰৱান্বিত হৈছে, তাৰ লেখ-জোখ নাই। ওপৰত উল্লেখ কৰা ধৰণে ভালেমান অনুষ্ঠানত আচাৰ্য্যদেৱৰ লগত যোৱাৰ পৰম সৌভাগ্য হৈছিল। সেইবোৰৰ ভিতৰত নগাঁও জিলা ব্ৰাহ্মণ সমাজৰ বাৰ্ষিক অধিবেশন, শোণিতপুৰ জিলা ব্ৰাহ্মণ সমাজৰ বাৰ্ষিক অধিবেশন আদি। বিভিন্ন ধৰ্মীয় সভাবোৰত আচাৰ্য্যদেৱে বৰ্তমান সমাজত চলি থকা ধৰ্মীয় বিশ্বাসসমূহৰ শাস্ত্ৰীয় যুক্তি দাঙি ধৰি বৰ আক্ষেপৰ সুৰত কৈছিল যে সমাজ সংস্কাৰ কৰাৰ নামত এচামলোকে প্ৰাচীন ধৰ্মীয় শাস্ত্ৰসমূহ সম্যক্‌ভাৱে অনুধাৱন নকৰাকৈয়ে, নিজৰ সিদ্ধান্তকে শাস্ত্ৰীয় সিদ্ধান্ত বুলি ভুল ব্যাখ্যা দাঙি ধৰি সমাজক বিপথে পৰিচালিত কৰিছে। শাস্ত্ৰীদেৱে নিজৰ ভাষণবোৰত কোনো বৰ্ণ-ভাষা-সম্প্ৰদায়ক আঘাত নলগাকৈ অতীব মধুৰ ভাষাৰে, প্ৰাচীন কালৰেপৰা চিৰ প্ৰবাহিত সনাতনধৰ্মৰ মতাদৰ্শসমূহ বাইজৰ ওচৰত ব্যাখ্যা কৰিছিল। ইয়াৰ

পৰা সমাজ কিমান যে উপকৃত হৈছিল, সেইয়া শ্ৰোতাসকলৰ বাহিৰে আনে ভাৱিব নোৱাৰে। কিন্তু আজি আৰু শাস্ত্ৰীদেৱ নাই। সমাজক সুগম তথা সৎ উপদেশ দিওঁতা ব্যক্তিবো সংখ্যা ক্ৰমাত্ত কমি গৈ আছে।

শাস্ত্ৰীদেৱৰ তীক্ষ্ণ বিচক্ষণতাৰ পৰিচয় কেতেকীয়া আলোচনাবোৰতো পোৱা যায়। তাৰে এটি মাথোন, উদাহৰণ স্বৰূপে দাঙি ধৰা হ'ল। ১৯৭৯ চনত গুৱাহাটীত আয়োজিত "অখিল ভাৰতীয় বৈদিক সন্মিলন"ত চাৰিও বেদৰ সস্বৰ পাঠ বেদজ্ঞ পণ্ডিতসকলৰ মুখত শুনা গৈছিল। এই সন্মিলনতে পণ্ডিতসকলৰ মাজত প্ৰাচীন পদ্ধতিৰ শাস্ত্ৰাৰ্থ-প্ৰতিযোগিতাৰো আয়োজন কৰা হৈছিল। শাস্ত্ৰীদেৱ আছিল সেই প্ৰতিযোগিতাৰ এজন প্ৰাশ্নিক। অতীৱ দক্ষতাৰে শাস্ত্ৰী-দেৱে বিভিন্ন শাস্ত্ৰৰ শাস্ত্ৰীয় প্ৰশ্নৰ অৱতাৰণা কৰি পাছত সেইবোৰৰ নিজেই সমাধান আগবঢ়াই সকলোকে চমকিত কৰি তুলিছিল। বৰ্ত্তমান কালত, এই শাস্ত্ৰাৰ্থ প্ৰণালী প্ৰায় নাইকিয়াৰ দৰেই হৈছে। অৱশ্যে কলিকতা, বাৰাণসী আৰু দক্ষিণৰ কেইখন মান প্ৰাচীন সংস্কৃত অনুষ্ঠানত আহ্নিকৰূপে কেতিয়াবা কেতিয়াবা এনে শাস্ত্ৰাৰ্থৰ আয়োজন কৰা হয়।

এই জন পণ্ডিতৰ জ্ঞানস্ফুৰ্ৰাৰ বিষয়ে আমি কৈ অন্ত কৰিব নোৱাৰোঁ। কাৰণ :

"ক্ব সূৰ্য্য প্ৰভৱো বংশ :, ক্ব চাল্পবিষয়ামতিঃ ।"

এতেকে ইমানতে তেখেতৰ বিদেহী আত্মাৰ প্ৰতি আমাৰ শ্ৰদ্ধাঞ্জলি নিবেদন কৰি সামৰিলোঁ।

জয়তু আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰীদেৱঃ।।

# মনোৰঞ্জন-প্ৰশস্তি

অধ্যাপিকা ঊষা গোস্বামী

ভাৰতীয় চিন্তাধাৰাৰ সমানেই স্তোত্ৰ সাহিত্য বা প্ৰশস্তিমূলক সাহিত্য সমূহো পুৰণি। বৈদিক যুগৰ সাহিত্য ৰাজিত মন্ত্ৰদ্ৰষ্টা ঋষি সকলে দেৱ-দেৱতাক প্ৰশংসা কৰি স্তুতিপৰক এক শ্ৰেণীৰ ছন্দোবদ্ধ কাব্যময়ী প্ৰশস্তি সাহিত্যৰ ( মন্ত্ৰ/সূক্ত ) জন্ম দিছিল। স্তোত্ৰ আৰু শস্ত্ৰ হিচাপে এইবোৰ পাঠ কৰাৰ নিৰ্দিষ্ট বিধান আছিল আৰু এতিয়াও আছে। সামবেদৰ অন্তৰ্গত উদগাতা প্ৰভৃতি ঋত্বিক সকলেহে উল্লেখিত প্ৰশস্তিমূলক মন্ত্ৰ বা সূক্তান্তৰ্গত নিৰ্দিষ্ট মন্ত্ৰ স্তোত্ৰ হিচাপে যাগ-যজ্ঞত ছন্দ, লয় আৰু স্বৰযুক্ত ভাবে গাব লাগিছিল। শস্ত্ৰ পাঠৰ ক্ষেত্ৰত স্বৰাদি ৰক্ষাৰ ওপৰত গুৰুত্ব দিয়া হলেও তাৰ বাবে সামবেদী ঋত্বিকৰ প্ৰয়োজন নহয়। লৌকিক সংস্কৃত সাহিত্যৰ যেলিকা স্তোত্ৰ সাহিত্য বা প্ৰশস্তি সাহিত্য এক প্ৰকাৰ লঘু সাহিত্য আৰু ই গীতি সাহিত্য বা কাব্যৰ অন্তৰ্গত। মন কৰিবলগীয়া এই যে বৈদিকোত্তৰ যুগত ৰচনা কৰিবলৈ লোৱা এই সাহিত্য কোনো বৈদিক ঋষিৰ ৰচনা নহয় আৰু সেয়ে বৈদিক যাগ-যজ্ঞত ইয়াৰ প্ৰয়োগো নহয়। এই সাহিত্য সমূহ সংস্কৃত সাহিত্যৰ অনুপম সৃষ্টি য'ত ভক্তৰ অনিৰ্বচনীয় পৰম সত্বাৰ প্ৰতিথকা হৃদয়ৰ ভক্তিভাব প্ৰবলভাবে উথলিত হয়। ওপৰত উল্লেখ কৰা বৈদিক স্তোত্ৰ সাহিত্যই লৌকিক স্তোত্ৰ সাহিত্যৰ ভেটি।

লৌকিক সংস্কৃত সাহিত্যত প্ৰশস্তিমূলক সাহিত্য কিমান প্ৰাচীন এই কথা অনুসন্ধান কৰিলে মহাকাব্য দুখনৰ সময়লৈকে আঙুলিয়াব পাৰোঁ। তদুপৰি পুৰাণ সাহিত্যসমূহেও স্তোত্ৰ বা প্ৰশস্তি কাব্যৰ ইঙ্গিত দিছে। পৰৱৰ্ত্তী কালত কালিদাস ( ১ম শতিকা ), অশ্বঘোষ, নাগাৰ্জ্জুন ( শূন্যবাদী, ২য় শতিকা ) জৈন সিদ্ধসেন দিবাকৰ ( ৫ম শতিকা ), ৰজা হৰ্ষ, ময়ুৰ ভট্ট, বানভট্ট, ভাৰৱি ( ৭ম শতিকা , শঙ্কৰাচাৰ্য, যমুনাচাৰ্য, কুলশেখৰ ( ১০ম শতিকা ), জগদ্ধৰ ভট্ট, বেদান্ত দেশিক ( ১৪ শতিকা ), পণ্ডিতৰাজ জগন্নাথ ( ১৬শতিকা ), ভেংকটাধ্বৰি (১৭ শতিকা ) আদি কবি, সাহিত্যিক, দাৰ্শনিক সকলে বৈদিক সাহিত্যৰ নিৰ্দ্দিষ্ট ক্ৰম ভঙ্গ কৰি দীঘল সমাসবদ্ধ পদ, অনুপ্ৰাস, উৎপ্ৰেক্ষা আদি অলঙ্কাৰৰ প্ৰাচুৰ্য্যেৰে ভক্তি ভাবাত্মক, ৰসমণ্ডিত চিত্তাকৰ্ষক কাব্যময়ী স্তোত্ৰ

ৰচনা কৰিছিল। গদ্যাত্মক, দণ্ডক আৰু পদ্যাত্মক ভাগত বিভক্ত এই শ্ৰেণীৰ সাহিত্য অনুৰাগ লক্ষণযুক্ত। দেৱ-দেৱীৰ মাহাত্ম্যপ্ৰকাশক এই প্ৰশস্তি সাহিত্য শ্লোকাংকৰ ভিত্তিত অষ্টক, শতক, অষ্টোত্তৰশতক, সহস্ৰক আৰু অষ্টোত্তৰ-সহস্ৰক আদি নামেৰেও জনা যায়।

ঐতিহাসিক দৃষ্টিকোণৰপৰা বিশ্লেষণ কৰিলে দেখা যায় যে ভাৰতবৰ্ষত বিভিন্ন কালত দিব্যগুণ সম্পন্ন ৰজা সকলৰ পৃষ্ঠপোষকতাত বহুতো ভট্ট, চাৰণ, সূত-পৌৰাণিক বা স্তৱক কৰিয়ে ৰাজ প্ৰশস্তি ৰচনা আৰু কীৰ্ত্তন কৰিছিল। অসমৰ ক্ষেত্ৰত মধ্যযুগৰ উত্তৰ গুৱাহাটীৰ কানাই-বৰশী-বোৱা শিলালিপিৰ ( ১১২৭ শক ) পৰা আৰম্ভ কৰি স্বৰ্গদেউ চন্দ্ৰকান্ত সিংহ প্ৰদত্ত আইভেটি ন-সত্ৰৰ ( ১৭৪৪ শক ) ধৰ্মোত্তৰ পত্ৰলৈকে এই সময় ছোৱাৰ কোঁচ-আহোম ৰজা সকলৰ শাসনবোৰত তদানীন্তন ৰাজন্যবৰ্গক অতিৰঞ্জিত ভাবে যে কেতিয়াও প্ৰশংসা কৰা হোৱা নাছিল এই কথা শাসনাৱলীৰ পৰাই স্পষ্ট হৈছে ( প্ৰাচ্য শাসনাৱলী, সম্পাদক শ্ৰী মহেশ্বৰ নেওগ, ভূমিকা দ্ৰষ্টব্য )। শিলালিপি সমূহ ৰজাসকলৰ বাবে তেওঁলোকে সমাজক দেখুৱা সজ আদৰ্শৰ অনুকূলে একো একোটা ঐতিহাসিক স্বীকৃতি যিটো ধাৰা অবাধিত ভাবে আধুনিক যুগলৈ প্ৰবাহিত হৈ আহিছে আৰু বৰ্ত্তমান সাহিত্যত ই সুকীয়া ভাবে নিজৰ অস্তিত্ব প্ৰতিপন্ন কৰিছে। প্ৰশস্তি সাহিত্যৰ প্ৰাসঙ্গিকতা এইখিনিতেই যে— মহত্বৰ স্বাৰ্থত কৃচ্ছ্ৰ সাধন আৰু কঠোৰ পৰিশ্ৰমৰ মাজেদি সত্যৰ উদ্ঘাটন কৰি জাতিক সেৱা কৰা জনক স্বীকৃতি দিয়া। ইয়াৰ অৰ্থ হ'ল গুণগ্ৰাহী সমাজে জাতিক জীয়াই ৰখা আৰু নিজেও বঞ্চিত হোৱা। প্ৰসঙ্গক্ৰমে উল্লেখ কৰা ভাল হব যে- সংস্কৃত পণ্ডিত মহামহোপাধ্যায় ধী ৰঞ্জৰাচাৰ্য্যই নৰ্থব্ৰুকৰ উদ্দেশ্যে আৰু স্মৃতি শিৰোমণি চন্দ্ৰকান্ত বিদ্যালঙ্কাৰে ১৮৮৩ চনত এণ্ড্ৰুজৰ সম্মানাৰ্থে সংস্কৃত ভাষাত দুখন অভিনন্দন পত্ৰ লিখি বৃটিচ বিষয়া দুগৰাকীক অভিনন্দন জনাইছিল। আচাৰ্য্য শাস্ত্ৰীয়েও শতাধিক প্ৰশস্তি পত্ৰ লিখি প্ৰশস্তি সাহিত্যৰ প্ৰবাহ আৰু প্ৰাসঙ্গিকতা ৰক্ষা কৰি গৈছে।

উপৰৰ আলোচনাত স্তোত্ৰ সাহিত্য বা প্ৰশস্তি সাহিত্যৰ এটা চমু আভাস দাঙি ধৰা হৈছে। সম্প্ৰতি গুণগ্ৰাহী আৰু ৰসবেত্তা সমাজে আচাৰ্য শাস্ত্ৰীক বৰেণ্য ব্যক্তি হিচাপে সন্মান জ্ঞাপন কৰাৰ যুক্তি বিচাৰি তেওঁ পোৱা প্ৰশস্তি পত্ৰাৱলীৰ আধাৰত এটা পৰ্য্যালোচনা আগবঢ়াবলৈ যত্ন কৰিম। নকলেও হব শাস্ত্ৰীৰ মহত্ত্ব আৰোপিত নহয়, স্বোপাৰ্জিত। তেওঁ যথাৰ্থতে উচ্চ-চিন্তাশীল,

আড়ম্বৰহীন জীৱন নির্বাহ প্রিয়, সূক্ষ্ম পর্য্যবেক্ষক, প্ৰচাৰ-বিমুখ, কৃচ্ছ্ৰসাধক, আত্মবিশ্বাসী, নিষ্ঠাবান গৱেষক, দার্শনিক, কবি, প্ৰবন্ধকাৰ বাগ্মীপুৰুষ আছিল। গৱেষণাশ্রিত চিন্তা-চৰ্চাৰে সত্যৰ উদ্ঘাটন কৰিবলৈ গৈ কাৰোবাক যদি অপ্রত্যাশিত ভাবে মনোকষ্ট দিব লগা হৈছিল শাস্ত্রীয়ে তাৰ বাবে ভ্রূক্ষেপ কৰা যেন বোধ নহয়। যুক্তিনিষ্ঠভাবে সত্যৰ অনুসন্ধান আৰু প্ৰকাশহে ঈপ্সিত। সত্য প্রতিষ্ঠা আৰু লক্ষ্যত উপনীত হোৱাৰ বাবে মানুহৰ ভাল লগা আৰু বেয়া লগাৰ প্রতি শাস্ত্রী মুঠেই চিন্তাকুল নাছিল। এই ধৰণৰ চিন্তাধাৰাৰ দ্বাৰা পৰিপুষ্ট হোৱা বাবে শাস্ত্রীৰ সাহিত্য ৰাজি বা প্ৰবন্ধসমূহ আপাত দৃষ্টিত পঢ়ুৱৈ সমাজৰ বাবে ৰমণীয় বা চিত্তাকৰ্ষক নহব পাৰে নাইবা সেই লিখনি সমূহে শাস্ত্রীৰ বাবে প্রচুৰ অৰ্থ কঢ়িয়াই নানিবও পাৰে। স্পষ্টবাদিতা তেওঁৰ সাহিত্যৰ আন এক বৈশিষ্ট্য। তেওঁৰ লিখনিৰ গূঢ়ার্থ বুজিব নোৱাৰাটো লেখকৰ দোষ নহয়, পঢ়ুৱৈৰ নিষ্ঠা আৰু জ্ঞানৰ পৰিধিৰ তৰলতাহে ইয়াৰ অন্তৰায়। আঢ্যৱন্ত হোৱাৰ বাবে বা যশস্যা লাভৰ বাবে সাহিত্যিকে কাপ-কলম নলয়, শাস্ত্রীয়েও লোৱা নাছিল।

১৯৫৪ চনৰপৰা মৃত্যু অবধি আৰু মৰণোত্তৰ ভাবে পোৱা আৰু নলবাৰীৰ বাসগৃহত সুৰক্ষিত হৈ থকা আচাৰ্য শাস্ত্রীৰ প্ৰশস্তি পত্ৰাৱলীক সময়ৰ ক্রম অনুযায়ী সজালে নিম্নলিখিত প্ৰশস্তি পত্ৰ কেইখনে তাৰ লগত জৰিত গুণগ্রাহী সমাজ আৰু অনুষ্ঠান সমূহক পাঠক সকলৰ দৃষ্টিগোচৰ কৰাব। যেনে :

(১) যোৰহাট জগন্নাথ বৰুৱা কলেজৰ ছাত্রীবৃন্দ —১০।৭।৫৪

(২) মঙ্গলদৈ ব্ৰহ্মসমাজৰ ব্ৰহ্মমণ্ডলী (হাজৰিকাপাৰা) —২৭।২।৬৬

(৩) নলবাৰী ছাত্র সমাজ, নলবাৰী ১৪।১০।৬৬

(৪) নলবাৰী সংস্কৃত মহাবিদ্যালয়, নলবাৰী ২২।৯।৭৫

(৫) মঙ্গলদৈ ব্ৰাহ্মণ সমাজ (মাহৰিপাৰা, ৫৩তম অধিবেশন) ১৫।২।৭৬

(৬) ডুনীবাসী ৰাইজ, ডুনী আঞ্চলিক শিক্ষানুষ্ঠান (পাথৰিঘাট) ১০।৩।৭৬

(৭) মঙ্গলদৈ সাহিত্য সভা, মঙ্গলদৈ ১১।৩।৭৬

(৮) মঙ্গলদৈ কলেজ সাহিত্য চ'ৰা, মঙ্গলদৈ ১।৭।৭৬

(৯) মঙ্গলদৈ কলেজ ছাত্র পৰিষদ, মঙ্গলদৈ ১।৭।৭৬

(১০) কামৰূপ সংস্কৃত সঞ্জীৱনী সভা, নলবাৰী ১।১০।৭৭

(১১) কামৰূপ ব্ৰাহ্মণ সমাজ (স্থানৰ উল্লেখ নাই) ১২।৩।৭৮

(১২) ইউনাইটেড ক্লাব, আউলাচৌকা, মঙ্গলদৈ ১৭।৫।৮২
(১৩) সদিলা পুৰ বাইজ, গুৱাহাটী ৫।২।৮৪
(১৪) কামৰূপ সাহিত্য পৰিষদ, বামুন্দী ( ১৫ তম অধিবেশন ) ২৫।১।৮৭
(১৫) নলবাৰী মজলীয়া শিক্ষক সন্থা, নলবাৰী ২১।৫।৮৭
(১৬) নলবাৰী জিলা সাহিত্য পৰিষদ, যজ্ঞভূমি, নলবাৰী ১৭।২।৮৮
(১৭) নলবাৰী সাহিত্য সমাজ, নলবাৰী ( সময়ৰ উল্লেখ নাই )
(১৮) অযোধ্যা সংস্কৃত কাৰ্য্যালয়, উত্তৰপ্ৰদেশ ২০২ বিক্ৰমাব্দ

আচাৰ্য্য শাস্ত্ৰীয়ে প্ৰথমখন প্ৰশস্তি পত্ৰ পাইছিল ১৯৫৪ চনত। এই প্ৰশস্তি পত্ৰখন জগন্নাথ বৰুৱা কলেজৰ ছাত্ৰীবৃন্দই প্ৰদান কৰিছিল। এই সময়ত শাস্ত্ৰীৰ বয়স ছকুৰি তিনিবছৰ। বাহ্য দৃষ্টিত শাস্ত্ৰীদেৱৰ প্ৰশস্তি গ্ৰহণ কৰাৰ বাঁবে এই বয়সটো তেনেই চালুকীয়া যেন বোধ হয়। কিন্তু এই বয়সতেই শাস্ত্ৰীয়ে বিশাল সংস্কৃত সাহিত্য ভাণ্ডাৰ মথি সংস্কৃত আৰু অসমীয়া সাহিত্যত যি অৰ্থপূৰ্ণ প্ৰতিষ্ঠা লাভ কৰিছিল সি বিদ্বৎ সমাজৰ দৃষ্টিগোচৰ হৈছিল। এই প্ৰশস্তি পত্ৰ গ্ৰহণ কৰাৰ পূৰ্বে শাস্ত্ৰীদেৱৰ তথ্য সমৃদ্ধ, উচ্চ মান বিশিষ্ট পুথি 'অসমৰ বৈষ্ণৱ দৰ্শনৰ ৰূপৰেখা'' প্ৰকাশিত হৈছিল। তদুপৰি ১৯৫৪ চনৰ জুলাই মাহতেই কামৰূপ সংস্কৃত সঞ্জীৱনী সভাৰ কাৰ্য্যনিৰ্বাহক সভাৰ প্ৰস্তাব মৰ্মে উক্ত সভাৰ গ্ৰন্থাগাৰিক শ্ৰীবিদ্যাশৰ্মাৰ সৈতে সেই সভাৰেই সম্পাদক শাস্ত্ৰীয়ে যোৰহাটৰ বিভিন্ন অঞ্চলত পুৰণি হাতে লিখা পুথি সংগ্ৰহত অহোপুৰুষাৰ্থ কৰিছিল। এই সন্দৰ্ভত কামৰূপ সংস্কৃত সঞ্জীৱনী সভাত ২২।৭।৫৪ তাৰিখে পাঠ কৰা সম্পাদকীয় বিবৃতিৰ কিয়দংশ প্ৰকাশ কৰা হ'ল :

"১।৭।৫৪ তাৰিখে যোৰহাটলৈ পুৰণি পুথি বিচাৰি যোৱা হয়। ৪।৭।৫৪ তাৰিখে যোৰহাটত ১২ বজাত উপস্থিত হোৱা হয়। বহুতো সম্ভ্ৰান্ত বংশীয় মানুহৰ ঘৰত পুৰণি পুথিৰ সংবাদ লোৱা হয় আৰু কেইগৰাকীমান সংব্যক্তিৰ দিহা পৰামৰ্শ মতে ফিৰাদিনা ৫।৭।৫৫ তাৰিখে যোৰহাট টাউনৰ পৰা প্ৰায় ছমাইল দূৰৈত অৱস্থিত বালিগাৱৰ মুকলি মুৰীয়া প্ৰভুৰ ঘৰত যোৱা হয়। তাত ৫৪ খন পুৰণি পুথি চোৱা হয় আৰু এটা টোকা লিখি লৈ অহা হয়।"
বিবৃতিত উল্লেখ আছে যে, সেই গাঁৱৰেই গুণগোবিন্দ শৰ্মা বৰুৱা, মহেশ্বৰ ভট্টাচাৰ্য, বজা বাহিৰৰ ন-গোসাই গিৰধৰ গোস্বামী প্ৰভু, যোগেন্দ্ৰ বল্লভ গোস্বামী, বিখ্যাত বৰভাণ্ডাৰ বংশধৰ কুশকমল বৰুৱা আদি ব্যক্তিৰ ঘৰত থকা প্ৰাচীন পুথিৰ হিচাপ লৈ তাৰ তালিকা শাস্ত্ৰীয়ে প্ৰস্তুত কৰিছিল। কৰ্মই যশস্যা আনে।

সত্তৰ পূৰণি পুথি সংগ্ৰহৰ ক্ষেত্ৰভিত্তিক অনুসন্ধানৰ কষ্টসাধ্য শ্ৰমৰ ফলশ্ৰুতি হিচাপেই যোৰহাট অঞ্চলৰ পৰা শাস্ত্ৰীয়ে ১মখন প্ৰশস্তি লাভ কৰিছিল। বিশেষ লক্ষ্যণীয় এই যে, শাস্ত্ৰীয়ে প্ৰথমখন প্ৰশস্তিপত্ৰ ছাত্ৰী সকলৰ পৰাহে পাইছিল। ১মখন আৰু ২য়খন প্ৰশস্তি পত্ৰৰ মাজত এটা দীৰ্ঘকালৰ ব্যৱধান পৰিলক্ষিত হৈছে। ইয়াৰ পিছত কিন্তু ধাৰাবাহিক ভাবে অকল অসমৰ অনুষ্ঠানেই নহয়, ভাৰতৰো কোনো কোনো অনুষ্ঠানে শাস্ত্ৰীৰ গুণ, কৰ্ম আৰু জ্ঞানক স্বীকৃতি দি প্ৰশংসা কৰিছিল।

স্থানীয়ভাবে নলবাৰী ছাত্ৰ-সমাজৰ হৈ গৰ্ড'ন উচ্চ মাধ্যমিক স্কুলৰ শ্ৰীকেশৱ চন্দ্ৰ বৰ্মণ ( সাধাৰণ সম্পাদক ) শ্ৰীনুৰুল ইচলাম ( সহ-সাধাৰণ সম্পাদক ), দেৱীৰাম পাঠশালাৰ শ্ৰীৰজনী হালৈ ( সাধাৰণ সম্পাদক ) শ্ৰীকৰুণা কান্ত বেজবৰুৱা (সহ-সাধাৰণ সম্পাদক); নলবাৰী ছোৱালী হাইস্কুলৰ শ্ৰীমীৰা গোস্বামী ( সাধাৰণ সম্পাদিকা ), শ্ৰীকুসুম তালুকদাৰ (সহ সাধাৰণ সম্পাদিকা ) স্বাক্ষৰিত প্ৰশস্তি পত্ৰখন সামূহিক ভাবে নলবাৰীৰ শিক্ষানুষ্ঠান সমূহেই সত্তৰৰ দশকত দিয়া নলবাৰীৰ প্ৰথম প্ৰশস্তি পত্ৰ। ইয়াত শাস্ত্ৰীৰ অসাধাৰণ অধ্যবসায়ী গুণৰ কথা স্বীকাৰ কৰি তেওঁ বাগেদৱীৰ প্ৰতি নিৰবচ্ছিন্ন ভাবে কৰা সেৱাৰ কথা গভীৰ ভাবে প্ৰশংসা কৰা হৈছে। উল্লেখযোগ্য যে সেই সময়ত নলবাৰীত হাইস্কুল পৰ্যায়ৰ এই তিনিখনেই মাত্ৰ শিক্ষানুষ্ঠান আছিল আৰু তিনিওখনে সমূহীয়া ভাবে শাস্ত্ৰীক প্ৰশস্তি আগবঢ়াই ধন্য মানিছিল।

মঙ্গলদৈ ব্ৰহ্ম সমাজৰ ব্ৰহ্মমণ্ডলী, মঙ্গলদৈ ব্ৰাহ্মণ সমাজ, গুনীবাসী বাইজ, মঙ্গলদৈ সাহিত্য সভা, মঙ্গলদৈ কলেজ সাহিত্য চ'ৰা, মঙ্গলদৈ কলেজ ছাত্ৰ পৰিষদ ইত্যাদি অনুষ্ঠান সমূহেও শাস্ত্ৰীৰ গুণাৱলীক সুঁৱৰি সশ্ৰদ্ধ অভিনন্দন জ্ঞাপন কৰিছিল। উল্লিখিত পত্ৰাৱলীৰ ভিতৰত মঙ্গলদৈ সাহিত্য সভাই প্ৰদান কৰা শ্ৰীৰামেশ্বৰ শৰ্মা ( সভাপতি ), শ্ৰীশশীনাথ শৰ্মা ( সম্পাদক ) স্বাক্ষৰিত আটক ধুনীয়াকৈ মুগা কাপোৰত ছপোৱা, চাৰিসীমাটো লতাফুলৰ ছবিৰে অঙ্কন কৰি দিয়া প্ৰশস্তি পত্ৰখন অতি আকৰ্ষণীয়। প্ৰশস্তি পত্ৰসমূহত শাস্ত্ৰীৰ পাণ্ডিত্যপূৰ্ণ ভাষণ, সংবাদপত্ৰ-আলোচনী আদিত প্ৰকাশিত সৃজনী শক্তি নিহিত লিখনি সমূহৰ বাবে তথা কৃতী শিক্ষক হিচাপে আগবঢ়োৱা সেৱাৰ বাবে সন্মান জনোৱাৰ কথা প্ৰকাশ পাইছে।

নলবাৰী কলেজৰ প্ৰাক্তন অধ্যক্ষ, নলবাৰী সাহিত্য সমাজৰ সেইসময়ৰ সম্পাদক, শাস্ত্ৰীৰ গুণগ্ৰাহী শ্ৰীউমাকান্ত শৰ্মা স্বাক্ষৰিত প্ৰশস্তিপত্ৰত শাস্ত্ৰীয়ে অৰ্থনৈতিক প্ৰতিকূল পৰিবেশৰ মাজতো সংস্কৃত সাহিত্যৰ চৰ্চ্চা অসীম ধৈৰ্য্য আৰু নিষ্ঠাৰে কৰি প্ৰাচীন কামৰূপৰ ঐতিহ্য জীয়াই ৰখাৰ লগতে দেশৰ অন্যান্য ঠাইৰ সংস্কৃতি আৰু সংস্কৃতৰ কৰ্ণধাৰ সকলৰ সৈতে অসমৰ যোগসূত্ৰ ৰক্ষা কৰিবলৈ সমৰ্থ হৈছে বুলি উল্লেখ আছে। এই প্ৰশস্তিয়ে শাস্ত্ৰীৰ সৰ্ব্বভাৰতীয় খ্যাতিৰ স্বীকৃতি সূচায়। এই প্ৰসঙ্গত ড° ৰাজেন্দ্ৰ চন্দ্ৰ হাজৰা, ড° ৱে ৰাঘৱন, ড° পি. ভি. কাণে, পণ্ডিত পট্টাভিৰাম শাস্ত্ৰী, ড° গোপীনাথ শাস্ত্ৰী, ড° মণ্ডন মিশ্ৰ, ৰাধানাথ ফুকন প্ৰভৃতি বিশ্ৰুত পণ্ডিত মণ্ডলীৰ সৈতে থকা তেওঁৰ বহুল যোগাযোগে উক্ত মত প্ৰতিপন্ন কৰিছে।

শাস্ত্ৰীলৈ আগবঢ়োৱা প্ৰশস্তি পত্ৰাৱলীৰ বেছি ভাগৰেই ভাষা অসমীয়া। অৱশ্যে কামৰূপ সংস্কৃত সঞ্জীৱনী সভা ( নলবাৰী ), কামৰূপ ব্ৰাহ্মণ সমাজ, ( পূবপাৰ ) অযোধ্যাৰ সংস্কৃত কাৰ্য্যালয় ( উত্তৰ প্ৰদেশ ), নলবাৰী সংস্কৃত মহাবিদ্যালয়ৰ শিক্ষক, কৰ্মচাৰী আৰু ছাত্ৰবৃন্দ আৰু জুনীবাসী ৰাইজে দিয়া অভিনন্দন পত্ৰকেইখনৰ ভাষা হৃদয় পৰশা সংস্কৃত।

জীৱন্দশাত আচাৰ্য্য শাস্ত্ৰীয়ে লাভ কৰা শেষৰখন মানপত্ৰ আছিল 'নলবাৰী মহকুমা মজলীয়া শিক্ষক সন্থা'ৰ তৰফৰ পৰা। শ্ৰী কালিৰাম দত্ত ( উপ সভাপতি ) স্বাক্ষৰিত এই প্ৰশস্তি পত্ৰ গ্ৰহণৰ বেলিকা শাস্ত্ৰীয়ে ক্ষয়িষ্ণু সমাজক সুৰক্ষা দিবৰ বাবে ছাত্ৰ-ছাত্ৰী সকলক নৈতিক কৰ্ত্তব্যবোধ, সংযম সম্বন্ধে উদ্বুদ্ধ কৰি তুলিবলৈ শিক্ষক সকলক উদাত্ত আহ্বান জনাইছিল। তেওঁৰ মতে স্বধৰ্ম আৰু কৰ্ত্তব্য বোধেহে মানুহক স্বত্বাধিকাৰীত্ব প্ৰদান কৰিব পাৰে। এনেহুৱা লোক অধিকাৰী হোৱাৰ অৰ্থ পশ্চাদপসৰণ মাত্ৰহে, ই উন্নতিৰ অন্তৰায়, এটা সামাজিক ব্যাধি। কৃচ্ছ্ৰ সাধক, পৰিশ্ৰমীলোকেহে সমাজ জীৱন নিপোটল কৰি তাক মহিমা মণ্ডিত কৰি তুলিব পাৰে।

নকৈ গঠিত হোৱা নলবাৰী জিলাসাহিত্যপৰিষদে ইয়াৰ প্ৰথম অধিবেশনত ( মজভূমি, নলবাৰী ১৯৮৮ ) শাস্ত্ৰীক মৰণোত্তৰ ভাবে সন্মান জনাইছে। সম্পাদক শ্ৰীহৰেন্দ্ৰ নাথ শৰ্মা স্বাক্ষৰিত উক্ত প্ৰশস্তি পত্ৰখনত শাস্ত্ৰীক প্ৰাচ্যবিদ, নীৰৱ কৰ্মযোগী বুলি সম্বোধি নিৰলস সাধনা, গভীৰ অধ্যয়ন, সূক্ষ্ম অনুভূতিৰে শিক্ষা-সাহিত্য-সংস্কৃতিলৈ আগবঢ়োৱা অৱদানৰ বাবে তেওঁক শ্ৰদ্ধাৰে স্মৰণ কৰিছে। শাস্ত্ৰীৰ বিশাল গুণাৱলী উত্তৰ পুৰুষলৈ

সংক্ৰমিত কৰি গুণগ্ৰাহী আৰু ৰসবেত্তা সমাজ যে নিশ্চয়কৈ পলাগৰ পাত্ৰ হৈছে ইয়াত সন্দেহ নাই।

সামৰণিত ড° সূৰ্য্যকুমাৰ ভূঞাৰ 'আনন্দৰাম বৰুৱা' পুথিত উপৰঞ্জি হিচাপে সন্নিৱিষ্ট কৰা কুহেলিকাময় সপোনৰ কথালৈ আহিছোঁ। ভূঞাদেৱে সেই সপোনটো আজি দেখা হলে নিশ্চয় বাল্মীকি, ব্যাস, কালিদাস, ভৱভূতি, পুৰুষোত্তম বিদ্যাবাগীশ, আনন্দৰাম বৰুৱা প্ৰভৃতি সংস্কৃত সাহিত্য সেৱক সকলৰ সোণৰ মূৰ্ত্তিৰ লগত আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰীদেৱৰো একে মূৰ্ত্তিকে প্ৰত্যক্ষ কৰিলেহেঁতেন। বিৰল গুণৰ অধিকাৰী আচাৰ্য শাস্ত্ৰী নিজৰ মহত্ত্বৰ গুণৰ বলতে উত্তৰ পুৰুষৰ বাবে জ্যোতিৰ্ময় আদৰ্শ হৈ ৰব। ●

# কনিষ্ঠ ভ্ৰাতৃৰ দৃষ্টিত আচাৰ্য্য শাস্ত্ৰী

শ্ৰীঅভিৰাম শৰ্মা

১৯১১ চনৰ মাৰ্চ মাহত মংগলদৈ মহকুমাৰ অন্তৰ্গত দিপীলা মৌজাৰ ভেকৰা গাঁৱৰ এটি দুখীয়া ব্ৰাহ্মণ পৰিয়ালত জন্ম গ্ৰহণ কৰিছিল মোৰ দাদা তথা আন্ত-ৰ্জাতিক খ্যাতি সম্পন্ন সংস্কৃত পণ্ডিত আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰীদেৱে। পিতাৰ নাম আছিল ৺ শ্যামদেৱ শৰ্মা আৰু আই আছিল ৺ ভোগেশ্বৰী দেৱী। দাদাৰ বয়স নও বছৰ আৰু মোৰ পাঁচ বছৰ হওঁতেই মাতৃদেৱীয়ে আমাক কন্দুৱাই থৈ চিৰদিনৰ বাবে বিদায় লয়। আইতাৰ তত্ত্বাৱধানত আমি ডাঙৰ-দীঘল হওঁ। মাতৃদেৱীৰ মৃত্যুৰ পিছৰে পৰা মই সকলো ক্ষেত্ৰতে বিশেষভাৱে দাদাৰ ওপৰত নিৰ্ভৰ কৰিবলৈ বাধ্য হৈছিলোঁ। তেখেত মোৰ বাবে জ্যেষ্ঠ ভ্ৰাতৃয়েই নাছিল, তেখেত আছিল মোৰ অভিভাৱক পথপ্ৰদৰ্শক আৰু গুৰু।

দাদাই দ্বিতীয় মান শ্ৰেণীলৈ পঢ়িয়েই ওচৰতে থকা নাওপাৰাৰ গণেশ্বৰী চতুষ্পাঠীত সংস্কৃত পঢ়িবলৈ লয়। তেখেত আছিল অতিকৈ মেধাৱী ছাত্ৰ. সেইবাবে তেখেত শিক্ষকসকলৰ বৰ প্ৰিয় আছিল আৰু তেওঁলোকেই দাদাক উচ্চশিক্ষাৰ বাবে নলবাৰীৰ গুৰুকুল আৰু তাৰ পিছত কলিকতালৈ যোৱাত সহায় কৰিছিল।

ঘৰত থকা সময়ছোৱাত দাদা মোৰ বাবে আছিল ডাঙৰ ভাই, কিন্তু ঘৰৰ পৰা বাহিৰত থকা সময় ছোৱাত তেখেত আছিল মোৰ অভিভাৱক আৰু পথ-প্ৰদৰ্শক। তেওঁৰ নিৰ্দেশ মতেই মই এম্ ই পৰীক্ষাত কৃতকাৰ্য্যতা লাভ কৰাৰ পাছত মংগলদৈ হাইস্কুলত ভৰ্ত্তি হওঁ। এই সময়ত দাদা আছিল কলিকতাত আৰু তাৰ পৰাই তেখেতে ৺ ধৰ্মনাথ শাস্ত্ৰীৰ জৰিয়তে অভিভাৱকৰ দায়িত্ব পালন কৰি আছিল। এই বিদ্যালয়ৰ পৰা প্ৰৱেশিকা পৰীক্ষা দিয়াৰ পিছতেই দাদাৰ নিৰ্দেশমতে মই নলবাৰীলৈ যাওঁ আৰু সেই বছৰতে নলবাৰী সংস্কৃত কলেজ প্ৰতিষ্ঠিত হয় আৰু দাদাই ইয়াৰ কাৰ্য্যকৰী অধ্যক্ষ হিচাবে কাৰ্য্যভাৰ গ্ৰহণ কৰে। এই কলেজতে দাদাই মোৰ নামো লগাই দিলে। আচলতে সংস্কৃত কলেজৰ প্ৰথম ছাত্ৰৰ গৌৰৱৰ ভাগ মোৰো প্ৰাপ্য। ইয়াতেই দাদাক পালোঁ মোৰ শিক্ষা গুৰু ৰূপে।

সংস্কৃত কলেজত পঢ়ি থকা সময়তেই প্ৰৱেশিকা পৰীক্ষাৰ ফলাফল ঘোষণা

কৰে। মই প্ৰথম বিভাগত উত্তীৰ্ণ হওঁ। ইয়াৰ এবছৰ পিছতে দাদাই শিক্ষাবিদ ৺ শৰৎ চন্দ্ৰ গোস্বামীদেৱৰ লগত যোগাযোগ কৰি এটি বৃত্তিৰ ব্যৱস্থা কৰি মোক যোৰহাট নৰ্মাল ট্ৰেইনিঙত নাম ভৰ্ত্তি কৰোৱাৰ ব্যৱস্থা কৰি দিয়ে। যোৰহাটত পঢ়া কালত খৰচ হোৱা টকাৰ দায়িত্ব বহন কৰিছিল দাদাই।

ট্ৰেইনিং পাছ কৰি অহাৰ লগে লগে ছিপাঝাৰ এম্ ভি স্কুলত চাকৰি পাওঁ আৰু দাদাৰ নিৰ্দেশ মতে সেই চাকৰিত যোগ দিওঁ। ১৯৭১ চনত যোৰহাটত সংস্কৃত বিশ্ব পৰিষদ অনুষ্ঠিত হৈছিল। এই অধিবেশনলৈ দাদাই মোকো লগত লৈ গৈছিল। দাদাৰ অকৃত্ৰিম ভ্ৰাতৃপ্ৰেমৰ বাবেই মোৰ সেই মহান অনুষ্ঠানটি চোৱাৰ সৌভাগ্য ঘটিছিল।

ছিপাঝাৰ এম ভি স্কুলত শিক্ষকতা কৰাৰ প্ৰায় দুবছৰ পিছত মই তেজপুৰ শিক্ষক প্ৰশিক্ষণ প্ৰতিষ্ঠানত পৰামৰ্শ দাঁতা হিচাবে নিযুক্তি পাওঁ। দাদাৰ পৰা পৰামৰ্শ বিচাৰিলোঁ। দাদা আৰু মই দুয়ো অনুমতিৰ বাবে দেউতাৰ ওচৰ চাপিলোঁ। দেউতাই মাথো কৈছিল: "তইঁত যতেই নাযাৱ কিয় তাত মোৰ কোনো আপত্তি নাই, কিন্তু মোৰ ওচৰত এজন থাকিব লাগিব।" দেউতাৰ মন্তব্য শুনি মই তেজপুৰলৈ যোৱাৰ আশা এৰি দাদাক নলবাৰীলৈ যাবৰ বাবে অনুৰোধ কৰিলোঁ। ১৯৭৫ চনত চৰকাৰে মোক পেন্সন নিদিয়াকৈ চাকৰিৰ পৰা বাধ্যতামূলক অৱসৰ দিলে। খবৰটো পাই শোকাভিভূত হৈ দাদাই কৈছিল: "তই মোৰ বাবেই চৰকাৰী চাকৰি বাদ দিছিলি।" সেই বাবে দাদাই মৃত্যু পৰ্য্যন্ত মোক সহায় কৰি আছিল

এক কথাত কবলৈ হলে দাদা মোৰ বাবে আছিল এক বৃহৎ 'ছত্ৰ'। ছত্ৰই যেনেকৈ মানুহক ৰদ, বতাহ, বৰষুণ আদিৰ পৰা ৰক্ষণাবেক্ষণ দিয়ে ঠিক তেনেকৈ দাদায়ো মোক সকলো ফালৰ পৰাই ৰক্ষণাবেক্ষণ দিছিল। সাংসাৰিক বা সামাজিক জীৱনত যিকোনো জটিল সমস্যাৰ সন্মুখীন হলেই মই তাৰ গ্ৰহণ যোগ্য সমাধান বিচাৰি দাদাৰ ওচৰ চাপিছিলোঁ। আৰু তেৱোঁ মোক সমস্যাৰ পৰা উদ্ধাৰ কৰিবলৈ পাৰ্য্যমানে চেষ্টা কৰিছিল। এই কাৰণতেই পিতৃ-মাতৃ পত্নীৰ মৃত্যু শোকতকৈ দাদাৰ মৃত্যু শোকে মোক বেছিকৈ বিচলিত কৰিছিল। দাদাৰ মৃত্যুৰ সংবাদ পোৱাৰ লগে লগে মোৰ অনুভৱ হৈছিল যেন এজাক ধুমুহা বতাহে আহি মই থকা ঘৰটিৰ চালখন উৰুৱাই লৈ গ'ল, মই বৈ গলো মুক্ত আকাশৰ তলত দিশহাৰা পথিকৰ দৰে। হায়! মই এতিয়া সমস্যাৰ সমাধান বিচাৰি কাৰ ওচৰ চাপিম?

# আচাৰ্য্য শাস্ত্ৰী ( যশঃকায় )

# পুত্ৰৰ শ্ৰদ্ধাৰ্ঘ্য

ডক্টৰ নলিনীৰঞ্জন শৰ্মা

নিজৰ পিতা-মাতা, গুৰু বা অতি আত্মীয় জনৰ বিষয়ে লিখা বা কোৱা কিমান কঠিন তাক ভুক্তভোগী জনেহে উপলব্ধি কৰিব পাৰে। চকুত লাগি থকা কাজল যেনদৰে ব্যক্তি বিশেষে নিজে নেদেখে আনেহে দেখে, সেইদৰে নিজৰ পিতা-মাতা লগতে ( অতি সন্নিকটত ) থাকে কাৰণে সেইসকলৰ গুণ-দোষ সন্তানৰ দৃষ্টিগোচৰ নহয়। তথাপিও কেতিয়াবা পিতা-মাতাৰ বিষয়ে লিখিব লগা হয়। লৌকিক পৰম্পৰা ৰক্ষা কৰি আমাৰ পিতৃ আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰী ( যশঃকায় ) বিষয়ক আমি জনা দুই এটা কথা লিখিবলৈ চেষ্টা কৰা হ'ব।

আমাৰ দেউতাৰ আঠ বছৰ বয়সতে হেনো মাক ( আমাৰ আবু ) ঢুকাইছিল। তেখেতৰ সৰুভাইৰ বয়স আছিল চাৰি কি পাঁচ বছৰ মাত্ৰ। দেউতাহঁত দুই ককাই-ভাই, দেউতা ডাঙৰ খুৰাটি সৰু। সেই সময়ত দ্বিতীয় দাৰ গ্ৰহণৰ অসুবিধা নাথাকিলেও আতাই ( ককাদেউতাই ) দ্বিতীয় বিবাহ কৰোৱা নাছিল। বুঢ়ীমাকে দুই নাতিয়েকক ডাঙৰ-দীঘল কৰিছিল আৰু লগতে অ, আ, ক খ ও শিকাইছিল। মাতৃহাৰা সৰ্বসাধাৰণ গাঁৱলীয়া ল'ৰাৰ যি অৱস্থা হয় দেউতাহঁতৰো সেয়ে হৈছিল। দেউতাৰ বাৰ বছৰ বয়সতহে হেনো কেইদিন মানৰ বাবে পাঠশালা স্কুললৈ গৈছিল। তাৰ পাছত যোৱা নহ'ল। ওচৰতে গোলাৰা নামৰ চুবুৰীৰ ( ননৈ নদীৰ গৰাখহনীয়াৰ ফলত এই চুবুৰীৰ এতিয়া চিন-মোকাম নাই ) নাৰায়ণ চন্দ্ৰ উপাধ্যায় নামৰ পণ্ডিত এজনৰ গণেশ্বৰী টোল ( এতিয়া নাই ) নামৰ এখন সংস্কৃত টোল আছিল। আতাই দেউতাক নি সেই টোলতে 'বামুণীয়া শিখিবলৈ' উপাধ্যায়দেৱক গতাই দিছিল। তাৰ পৰাই অসম সংস্কৃত বৰ্ড পৰিচালিত 'ৰত্নমালা ব্যাকৰণ'ৰ আদ্য পৰীক্ষাত উত্তীৰ্ণ হৈ বৃত্তি লাভ কৰে। তাৰ কেইমাহমান পাছত গুৱাকুছি দৰ্শন বিদ্যালয়ৰ অধ্যাপক পণ্ডিত ৰঘুনাথ শিৰোমণি আৰু নতুবা ব্ৰহ্মময়ী চতুষ্পাঠীৰ অধ্যাপক

পণ্ডিত শিৱনাথ বুজৰবৰুৱা স্মৃতিতীৰ্থ মহাশয় মজলৈ অঞ্চলৰ কোনো এঠাইত ( সম্ভৱ চিপাঝাৰত ) অনুষ্ঠিত এখন সভাত মনোৰাম শৰ্মা ( দেউতাৰ সৰু কালৰ নাম ) নামৰ ল'ৰা এজন লগ পালে। সেই সভাত দেউতাই হেনো এটা স্তোত্ৰ পাঠ কৰিছিল। দেউতাৰ স্তোত্ৰ আবৃত্তিত দুয়োজন অধ্যাপকে মুগ্ধ হৈ তেখেত সকলৰ টোলতে পঢ়াৰ বুলি আতাক খুজি দেউতাক লৈ গৈছিল ( সম্ভৱ ১৯২৬-২৭ চন মান হ'ব )। দেউতাৰ লগতে জয়দেৱ শৰ্মা নামৰ আন এজন ল'ৰাকো নিছিল। শিৰোমণি দেৱে দেউতাক আৰু জয়দেৱক বুজৰবৰুৱাদেৱে নিছিল। দুৰ্ভাগ্যবশতঃ দত্তৰাত কেইমাহ মান থকাৰ পাছতে সন্নিপাত জ্বৰত জয়দেৱ স্বৰ্গী হয়।

সেই কালত পণ্ডিত সকলে ছাত্ৰক ভৰণ-পোষণ দি ৰাখি পঢ়াইছিল। সেইকাৰণে বোধহয় টোলবোৰ পণ্ডিত সকলৰ ঘৰতে আছিল। টোলবোৰক সাধাৰণতে পঢ়াশালী বা ছাত্ৰশাল বোলা হৈছিল। গাঁৱৰ নামেৰে বা পণ্ডিতৰ নামেৰে টোলবোৰ জনাজাত হৈছিল। টোলবোৰত প্ৰথমতে ব্যাকৰণ পঢ়াটো বাধ্যতামূলক আছিল। ব্যাকৰণৰ পাছতহে অন্যান্য শাস্ত্ৰ অধ্যয়ন কৰা হৈছিল। ৩০-৪০ ৰ দশকত অসমৰ টোলৰ ছাত্ৰই অসম সংস্কৃত বৰ্ড, কলিকতা, ঢাকা, নবদ্বীপ আদি ঠাইৰ সংস্কৃত বৰ্ডৰ পৰীক্ষা দি উপাধি লাভ কৰিছিল।

টোলত পঢ়া ছাত্ৰসকলে অধ্যাপকক 'দেউ' আৰু তেখেতৰ পত্নীক 'আই' বুলি সম্বোধন কৰিছিল। আজৰি সময়ত ছাত্ৰসকলে দেউৰ ঘৰুৱা কাম কাজত, খেতি বাতি আদিত সহায় কৰি দিছিল। ফলত অধ্যয়নৰ লগতে ছাত্ৰসকলৰ সাংসাৰিক জীৱনত প্ৰয়োজনীয় অন্যান্য জ্ঞানো লাভ হৈছিল। ছাত্ৰৰ সংখ্যাধিক্যৰ ওপৰত দেউৰ গুণ-গৰিমা, প্ৰতিপত্তি আদি নিৰ্ণীত হৈছিল।

গুৱাকুছি টোলৰ পৰাই দেউতাই ১৯৩১ চনত 'ৰত্নমালা ব্যাকৰণ'ৰ উপাধি পৰীক্ষা দি প্ৰথম স্থান অধিকাৰ কৰি সোণৰ পদক লাভ কৰে। সেই বছৰতে শিৰোমণি দেউ স্বৰ্গী হয় আৰু গুৱাকুছি দৰ্শন বিদ্যালয়ৰ ছাত্ৰসকলেও সেই টোল এৰি অন্য পণ্ডিতৰ ওচৰলৈ যাব লগীয়া হয়। দেউতায়ো গুৱাকুছিৰ পঢ়া দত্তৰালৈ গুছি আহে। দত্তৰাৰ ব্ৰহ্মময়ী চতুষ্পাঠীত পণ্ডিত শিৱনাথ বুজৰবৰুৱাৰ ওচৰত স্মৃতিশাস্ত্ৰ অধ্যয়ন কৰে আৰু ১৯৩৪ চনত স্মৃতিৰ উপাধি পৰীক্ষাত সোণৰ পদকেৰে সৈতে প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান লাভ কৰে।

১৯৩৪ চনত লগৰ কেইজনমান সহপাঠী বন্ধুৰ লগত লগ লাগি উচ্চ শিক্ষাৰ অৰ্থে নবদ্বীপলৈ যাত্ৰা কৰে যদিও নবদ্বীপ নাপাই দেউতাই পালেগৈ কলিকতা।

কলিকতাৰ চৰকাৰী সংস্কৃত কলেজৰ ওচৰত হঠাতে ফুটপাথত দেউতাক লগ পালে গাত চোলা-টোলা নথকা, বিদ্যাসাগৰী চটী জোতা পৰিহিত এগৰাকী খুলতৰ, ধুনীয়া পণ্ডিতে। ·তেখেতে দেউতাৰ পৰিচয় লৈ পঢ়িবলৈ যোৱা কামৰূপৰ ( অসমৰ . দুখীয়া ব্ৰাহ্মণৰ ল'ৰা বুলি জানি পিছদিনা ৰাতিপুৱা দহ বজাত তেখেতক সংস্কৃত কলেজত দেখা কৰিবলৈ উপদেশ দি তেখেত গন্তব্য স্থানলৈ প্ৰস্থান কৰিলে। পিছদিনা সেই মহান পণ্ডিত গৰাকীৰ লগত সাক্ষাত হোৱাত তেখেতেই দেউতাক কলিকতা চৰকাৰী সংস্কৃত কলেজত নামভৰ্ত্তিকৰণৰ ব্যৱস্থা কৰাই দিলে কামৰূপৰ ( অসমৰ ) দুখীয়া ব্ৰাহ্মণৰ ল'ৰা বুলি জানি তেখেতৰ ভাটপাড়াৰ ঘৰতে বিনামূলীয়াকৈ থকা-খোৱাৰো ব্যৱস্থা কৰিলে। এই গৰাকী আছিল আমাৰ চিৰনমস্য কলিকতা চৰকাৰী সংস্কৃত কলেজৰ ধৰ্মশাস্ত্ৰৰ তদানীন্তন অধ্যাপক পণ্ডিত নাৰায়ণ চন্দ্ৰ স্মৃতিতীৰ্থ মহাশয়। স্মৃতিতীৰ্থ দেউৰ পত্নীৰ বাহিৰে আন কোনো নাছিল। গতিকে সংস্কৃত কলেজত পঢ়া ছাত্ৰ কেইজনমানেই তেখেতসকলৰ সঙ্গী আছিল। অসম সংস্কৃত বৰ্ডৰ পৰা স্মৃতিশাস্ত্ৰী উপাধি লাভ কৰি যোৱা বাবে ১৯৩৫ চনতে কলিকতাৰ বংগীয় সংস্কৃত পৰিষদৰ স্মৃতিৰ উপাধি পৰীক্ষা দিবলৈ অনুমতি দিয়াত তেখেতে প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান লাভ কৰি স্বৰ্ণ পদক লাভ কৰে। সেই বছৰতে পিতাই স্মৃতিৰ পৰীক্ষাত নবদ্বীপৰ বঙ্গবিবুধজননী সভাৰপৰা সোণৰ পদকেৰে সৈতে 'স্মৃতিৰত্ন' আৰু ঢাকাৰ পূৰ্ববঙ্গ সাৰস্বত সমাজৰ পৰা 'ধৰ্মশাস্ত্ৰাচাৰ্য্য' উপাধি লাভ কৰে। ১৯৩৭ চনত পিতাই মীমাংসা আৰু ১৯৪০ চনত বেদান্তৰ উপাধি পৰীক্ষা দি মীমাংসাতীৰ্থ আৰু 'বেদান্ততীৰ্থ' উপাধি লাভ কৰে। এই দুটা পৰীক্ষাতো তেখেতে স্বৰ্ণপদক লাভ কৰিবলৈ সক্ষম হৈছিল। কলিকতাত থকা কালত পিতাই স্মৃতিতীৰ্থ মহাশয়ৰ ওচৰত প্ৰাচীন আৰু নব্যস্মৃতি ; মহামহোপাধ্যায় ড° যোগেন্দ্ৰ নাথ বাগ্‌চী সাংখ্য বেদান্ত তীৰ্থ মহাশয়ৰ ওচৰত পূৰ্ব-মীমাংসা আৰু বেদান্ত অধ্যয়ন কৰিছিল। কলিকতাত অধ্যয়ন কৰা কালত পিতাই কেইবাটাও বৃত্তি (scholarship) লাভ কৰিবলৈ সক্ষম হৈছিল। শাস্ত্ৰাৰ্থ বিচাৰ, আবৃত্তি, আকস্মিক বক্তৃতা, অন্ত্যাক্ষৰী বা তেনেৰূপৰ প্ৰতিযোগিতাত পুৰস্কাৰ স্বৰূপে লাভ কৰা ধন আৰু বৃত্তিৰ ধনেৰে পিতাই অধ্যয়নৰ খৰচ চলাইছিল। খোৱা খৰচ স্মৃতিতীৰ্থ মহাশয়ে বহন কৰিছিল। কলিকতাত থকা কালত পিতাই যিসকল অধ্যাপক সহপাঠী ছাত্ৰ বা কলিকতীয়া পণ্ডিতৰ সান্নিধ্য লাভ কৰিছিল সেই সকলৰ অতি প্ৰিয় ভাজন হৈছিল। সেই

কালৰ উল্লেখযোগ্য অধ্যাপকসকলৰ ভিতৰত কলিকতা চৰকাৰী সংস্কৃত কলেজৰ তদানীন্তন অধ্যক্ষ বিশ্ববিশ্রুত দার্শনিক পণ্ডিত ড° সুৰেন্দ্ৰ নাথ দাশগুপ্ত, সেই কলেজৰে অধ্যাপকসকল, মহামহোপাধ্যায় যোগেন্দ্ৰনাথ বাগ্‌চী, ডি, লিট্‌, সাংখ্য বেদান্ততীর্থ, মহামহোপাধ্যায় হাৰান চন্দ্ৰ শাস্ত্ৰী, পণ্ডিত প্ৰমথনাথ তৰ্কবাগীশ, কলিকতা বিশ্ববিদ্যালয়ৰ অধ্যাপক পণ্ডিত সীতাৰাম শাস্ত্ৰী, পণ্ডিত লক্ষ্মণ শাস্ত্ৰী, দ্ৰাবিড় পণ্ডিত পট্টাভিৰাম শাস্ত্ৰী আদি উল্লেখযোগ্য।

কলিকতাত পঢ়ি থকা কালতে দেউতাই অধ্যক্ষ তীৰ্থনাথ শৰ্মাৰ সান্নিধ্য লাভ কৰে। তেওঁয়া তেখেত কলিকতা বিশ্ববিদ্যালয়ত অসমীয়া বিভাগত অধ্যাপনা কৰি আছিল। এই সান্নিধ্য ইমান গাঢ় হৈছিল যে দুয়োজনকে বহুতে সহোদৰ বুলি ভুল কৰিছিল।

কলিকতাত পঢ়ি থকা কালত হেনো দেউতাই প্ৰাইভেটকৈ মেট্ৰিক পৰীক্ষা দিয়াৰ চেষ্টাও কৰিছিল। এই কাৰ্য্যত তেখেতৰ সহপাঠী আৰু কলিকতা বিশ্ববিদ্যালয়ৰ স্নাতকোত্তৰ বিভাগৰ ভৱতোষ ভট্টাচাৰ্য্য নামৰ এজন ছাত্ৰই সহায় কৰিছিল। কিন্তু লেঠা লাগিল অঙ্ক বিষয়ক লৈ। ভট্টাচাৰ্য্যই দেউতাক অঙ্ক শিকাই শিকাই ভাগৰি পৰিছিল আৰু বিৰক্ত হৈ এদিন হেনো কৈছিল: "মনোৰঞ্জন দা। তোমার মাথায় অঙ্ক ঢুক্‌ছে না। এ রকম করে মেট্ৰিক পরীক্ষা দেওয়া হবে না। বাদ দাও। মেট্ৰিক পাশ না করলেও তুমি বড় পণ্ডিত হতে পারবে।" সিমানতে মেট্ৰিক পৰীক্ষাৰ ইতি হ'ল যদিও দেউতাই নিজে নিজে ইংৰাজী অধ্যয়ন কৰি থাকিল এই অধ্যৱসায়ৰ ফল তেখেতে লিখা আৰু বিভিন্ন শোধ পত্ৰিকাত প্ৰকাশ হোৱা প্ৰবন্ধ সমূহত স্পষ্টভাবে প্ৰতিফলিত হোৱা দেখা যায়।

এবাৰ হেনো অধ্যক্ষ ড° সুৰেন্দ্ৰনাথ দাশগুপ্তৰ চকুৰ অসুখ হোৱাত ডাক্তৰে পঢ়া-শুনা কৰিবলৈ মানা কৰিলে। তেওঁয়া ড° দাশগুপ্তই মহামহোপাধ্যায় যোগেন্দ্ৰনাথ বাগ্‌চীদেৱক পুৰণি পুথি পঢ়িব জনা ছাত্ৰ এজনক বিচাৰিলে। মহামহোপাধ্যায়েও ড° দাশগুপ্তক পুথি পঢ়ি শুনাবলৈ দেউতাক পঠাই দিলে। দেউতায়ো ড° দাশগুপ্তৰ ঘৰলৈ গৈ পুথি পঢ়ি শুনাইছিল। দিনে দুঘণ্টামান পুথি পঢ়াৰ পাচত ড° দাশগুপ্ত উঠি যায় আৰু কোনোবা এজনে তাৰ নাৰিকল এটা কাটি আনি দেউতাক খাবলৈ দিয়ে। ডাবৰ পানী খাই দেউতা ভাট-পাৰালৈ গুছি আহে। এইদৰে কেইদিনমান যোৱাৰ পাছত এদিন ড° দাসগুপ্ত পঢ়া মেজৰ পৰা উঠি যোৱাত তেখেতৰ পত্নী আহি দেউতাৰ ঘৰ ক'ত,

কলিকতাত ক'ত থাকে, কি পঢ়ে আদি সুধি তেতিয়া দেউতাৰ ঘৰ কামৰূপত (অসমত) বুলি জানিলে তেতিয়া তেখেতে দেউতাক চাহ খাব নেকি সুধিলে। দেউতায়ো 'চাহ খাব পাৰোঁ' বুলি কোৱাত তেখেতে নিজহাতে চাহ আৰু সন্দেশ আনি দেউতাক খাবলৈ দিলে। ড° দাশগুপ্ত সোমাই আহি দেখে যে দেউতাই চাহ-মিঠাই খাইছে আৰু দাশগুপ্ত পত্নী ওচৰতে বহি আছে। তেতিয়া ড° দাশগুপ্তই হেনো কৈছিল: "মনোৰঞ্জনে আমাৰ ঘৰত চাহ-মিঠাই খোৱা বুলি জানিলে স্মৃতিতীৰ্থ মহাশয়ে তেওঁক ঘৰত সোমাবলৈ নিদিব।" ড° দাশগুপ্ত মহাশয়ৰ পত্নীয়ে নিৰ্বিকাৰ ভাবে কৈছিল: "মনোৰঞ্জনে আমাৰ ঘৰত চাহ-মিঠাই খালে তাতে কি হ'ল? স্মৃতিতীৰ্থ মহাশয়ে ঘৰত সোমাব নিদিব কিয়? বাৰু দেখা যাব।" বঙলা ভাষাতে হোৱা তেখেতসকলৰ এই কথাখিনি দেউতাই হুবহু সঙলা ভাষাত আৰু অতি গৌৰবেৰে আমাৰ আগত কৈছিল। সম্ভৱ ড° দাশগুপ্ত পত্নীৰ মাতৃ-সুলভ আত্মীয়তাৰ কাৰণেই দেউতাই গৌৰব অনুভৱ কৰিছিল।

সেই দিনাৰ পৰা পুথি পঢ়াৰ পাছত ডাব নাৰিকলৰ পানীৰ সলনি দাশগুপ্ত পত্নীয়ে নিজ হাতে চাহ-মিঠাই খুওৱা হ'ল আৰু গুৰু-শিষ্যৰ আত্মীয়তা প্ৰগাঢ় হ'ল। ড° দাশগুপ্তৰ দুহিতা মৈত্ৰেয়ী দেৱী (তেখেত অসম সাহিত্য সভাৰ অতিথি হৈ অসমলৈ আহিছিল) হেনো সেই সময়ত কিশোৰী আছিল। কলিকতাত অধ্যয়ন কৰি থকা সময়ত হেনো দেউতাই গোপনে কবিৰাজী (আয়ুৰ্বেদ) শিকাৰ চেষ্টাও কৰিছিল। তেখেতৰ এই মনোভাব কেনেবাকৈ গুৰু মহামহোপাধ্যায় বাগচী মহাশয়ে জানিব পাৰি কৈছিল: 'মনোৰঞ্জন তোমাৰদ্বাৰা কবিৰেজী চলবে না। যদি অগত্যা আয়ুৰ্বেদ পৰতে চাও তাহলে কি পৰা উচিত হবে আবাৰ কাৰ সঙ্গে পৰা উচিত হবে আমি ঠিক কৰে দেব।" মহামহোপাধ্যায়ে এজন শাস্ত্ৰজ্ঞ বৃদ্ধ কবিৰাজৰ ওচৰলৈ দেউতাক পঠাই দি আয়ুৰ্বেদৰ কি পুথিৰ কোন অংশ পঢ়া ভাল হব ঠিক কৰি দিছিল। অসমৰ কেবাজনো বিদগ্ধ কবিৰাজৰ লগত কথা প্ৰসঙ্গত তেখেত কবিৰাজী সম্পৰ্কে আলোচনা কৰা আমি শুনিছিলোঁ। আমাকো দ্ৰব্যগুণ সম্পৰ্কে বহুত কথাই কৈছিল। কলিকতাত থকা কালত দেউতাই হেনো চীনা আৰু তিব্বতী ভাষা শিকাৰো চেষ্টা কৰিছিল।

কলিকতাত পঢ়ি থকা সময়তে নেপাল ৰাজদৰবাৰৰ গ্ৰন্থাগাৰত পুৰণি পুথি পাঠকৰ (Manuscript Reader) চাকৰিৰ নিযুক্তিও পাইছিল। নেপাললৈ যাত্ৰা কৰাৰ আগ মুহূৰ্তত ১৯৩৮ চনৰ শেষভাগত কি ১৯৩৯ চনৰ আৰম্ভণিতে

গুৱাহাটীৰপৰা কেইজনমান বিশিষ্ট লোক গৈ মহামহোপাধ্যায়ক খুজি দেউতাক নলবাৰীলৈ লৈ আহিছিল নতুনকৈ আৰম্ভ কৰা নলবাৰী সংস্কৃত কলেজৰ অধ্যক্ষ হ'বলৈ। তেতিয়াৰ পৰাই ১৯৭২ চনলৈ দেউতাই নলবাৰী সংস্কৃত কলেজৰ অধ্যক্ষ হৈ অধ্যয়ন-অধ্যাপনা কৰি আছিল। নলবাৰীত থকা কালত তেখেতে বহুদিন ধৰি 'কামৰূপ সংস্কৃত সঞ্জীৱনী সভা'ৰ সম্পাদকৰ কাৰ্যভাৰো চলাইছিল। সেই সময়তে বিশেষকৈ বাঠিৰ দশকত পণ্ডিত ৺ ভগৱান চন্দ্ৰ গোস্বামী কাব্য-ব্যাকৰণ তীৰ্থৰ ( সংস্কৃত কলেজৰে অধ্যাপক ) লগ লাগি পিতাই অসমৰ বিভিন্ন ঠাই ভ্ৰমণ কৰি বহুতো পুৰণি হাতে লিখা পুথি সংগ্ৰহ কৰি আনি সঞ্জীৱনী সভাৰ লাইব্ৰেৰীতে ৰখাৰ ব্যৱস্থা কৰিছিল। পিতাই সেই পুথিবোৰৰ কিছুমানৰ ( বিশেষকৈ ধৰ্মশাস্ত্ৰ বিষয়ৰ ) ইংৰাজীতে এখন বিস্তৃত তালিকা ( Descritive catalogue ) প্ৰস্তুত কৰিছিল আৰু ভগৱান গোঁসাইদেৱে অসমীয়াতে আন এখন তালিকা প্ৰস্তুত কৰিছিল। সেই সময়ত সংগ্ৰহ কৰা পুথিৰ সংখ্যা ১৫০০ ৰো ওপৰ আছিল বুলি কোৱা শুনিছিলোঁ। তাৰে ৫০০ মান পুথিৰহে তালিকা কৰা হৈছিল। দুয়োখন তালিকাৰে একোটা পাণ্ডুলিপি সঞ্জীৱনী সভাৰ লাই-ব্ৰেৰীত ৰাখিছিল ( এতিয়া আছেনে নাই নাজানো )। দেউতা সম্পাদক হৈ থকা কালত এই লাইব্ৰেৰীটোৱে ভাৰত চৰকাৰৰ স্বীকৃতি আৰু মাজে সময়ে অলপ অচৰপ আৰ্থিক অনুদানো লাভ কৰিছিল।

**ঘৰুৱা জীৱন :** সংসাৰ ক্ষেত্ৰত আৰ্থিকভাৱে দেউতা মুঠেও স্বচ্ছল নাছিল। নলবাৰী সংস্কৃত কলেজত অধ্যাপনা কৰি লাভ কৰা দৰমহাৰে আমাৰ ভৰণ-পোষণ, পঢ়া-শুনা আদি যাবতীয় খৰচ চলিছিল। আন সংস্কৃত পণ্ডিতৰ দৰে দেউতাই কৰ্মকাণ্ডীয় পূজা-পাঠ, জ্যোতিষ চৰ্চ্চা আদি নকৰিছিল। এইবোৰ নকৰিলেও কৰ্মকাণ্ডীয় সমস্ত কাৰ্য্যৰ বিধি-বিধান পদ্ধতি আৰু জ্যোতিষ তেখেতে ভালকৈ জানিছিল। বিভিন্ন প্ৰান্তত প্ৰচলিত আচাৰ-ব্যৱহাৰ আৰু প্ৰায়শ্চিত্ত, দশসংস্কাৰ বা অন্যান্য পূজা-পাৰ্বণ সম্পৰ্কে তেখেতে গভীৰ অধ্যয়ন আৰু চৰ্চ্চা কৰিছিল। অধ্যয়নত ব্যস্ত থকা কাৰণেই হয়তো দেউতাই পুৰোহিতালি বা জ্যোতিষ চৰ্চ্চা কৰি ধন উপাৰ্জনৰ কথা চিন্তা কৰা নাছিল। আৰ্থিক অৱস্থা স্বচ্ছল নহলেও দেউতাক অসন্তোষ কৰা দেখা নাছিলোঁ।

পঢ়া-শুনা কৰিবলৈ আচুতীয়া কোঠাতো নাছিলেই চকী-মেজো নাছিল। নলবাৰী সংস্কৃত কলেজৰ অধ্যক্ষৰ কোঠাতে তেখেতে ৰাতিপুৱাৰ পৰা দুপৰ নিশালৈ লিখা-পঢ়া কৰিছিল আৰু ছাত্ৰসকলকো পাঠ দান কৰিছিল। দেউতাই

হোকাত ধপাত খাইছিল। সেই কালত হোকা-চিলিমত ধপাত খোৱাতো টোলীয় শিক্ষাৰ অঙ্গ যেন আছিল। সংস্কৃত টোলৰ ছাত্ৰ-অধ্যাপক সকলোকে আমি ধপাত খোৱা দেখিছিলোঁ। কাচিৎহে দুই এজন ইয়াৰ ব্যতিক্ৰম আছিল। অৱশ্যে অধ্যাপকৰ লগত একেলগে বহি ছাত্ৰই ধপাত নাখাইছিল। পঢ়া-শুনা কৰি থাকোতে ইমান নিবিষ্ট চিত্ত হৈ পাৰিছিল যে ওচৰেদি কোনোবা গলে বা সৰুকৈ মাতিলেও তেখেতে কব নোৱাৰিছিল। কোনো গ্ৰন্থত উল্লিখিত আন লিখকৰ উক্তিত (quotation) সন্দেহ জন্মিলে মূল গ্ৰন্থ পৰীক্ষা কৰিহে সত্যাসত্য নিৰূপণ কৰিছিল। আমি বি, এ পৰীক্ষা পাছ কৰাৰ পাছত মাজে সময়ে দেউতাই লিখা ইংৰাজী প্ৰবন্ধৰ পাণ্ডুলিপি পঢ়ি চাবলৈ দিছিল নাইবা নিজেই পঢ়ি শুনাইছিল। তেতিয়া বৰ বিপাঙত পৰিছিলোঁ। কাৰণ লিখাবোৰ ইমান উচ্চখাপৰ আৰু গভীৰ আছিল যে তাৰ মূল্যায়ন কৰা আমাৰ পক্ষে দুৰূহ আছিল।

মহামহোপাধ্যায় পি, ভি কাণে মহাশয়ৰ ৰচিত পাঁচটা খণ্ডত প্ৰকাশিত সুবৃহৎ গ্ৰন্থ "ধৰ্মশাস্ত্ৰৰ ইতিহাস" (History of Dharmasastra) প্ৰথম ছপা হৈ ওলাওতেই দেউতাই সংগ্ৰহ কৰি আনি সম্পূৰ্ণ অধ্যয়ন কৰিছিল। সেই গ্ৰন্থৰ প্ৰথম সংস্কৰণত কামৰূপীয় ধৰ্মশাস্ত্ৰ বিষয়ক কোনো আলোচনা নাছিল। এই সুবৃহৎ গ্ৰন্থত কামৰূপীয় ধৰ্মশাস্ত্ৰৰ উল্লেখ নথকাৰ কাৰণে আক্ষেপ আৰু দুঃখ প্ৰকাশ কৰি কাণে মহাশয়লৈ দেউতাই চিঠি লিখিছিল। সেই চিঠিৰ উত্তৰত কাণে মহাশয়ে বৰ দুঃখেৰে লিখিছিল যে, কামৰূপীয় ধৰ্মশাস্ত্ৰৰ বিষয়ে অন্য গ্ৰন্থত তেখেতে আন পণ্ডিতে কৰা উল্লেখ (Referenec) পাইছিল কিন্তু বিস্তৃতভাবে লিখিবলৈ কোনো সমল পোৱা নাছিল।

কামৰূপীয় ধৰ্মশাস্ত্ৰৰ বিষয়ে লিখিবলৈ কাণে মহাশয়ে দেউতাক অনুৰোধ জনাইছিল আৰু 'ধৰ্মশাস্ত্ৰৰ ইতিহাসৰ' পৰবৰ্ত্তী সংস্কৰণত তাক প্ৰকাশ কৰিব বুলি কথা দিছিল। তেতিয়া কামৰূপীয় (অসমৰ) ধৰ্মশাস্ত্ৰৰ বিষয়ে ইংৰাজীতে এটা সুদীৰ্ঘ শোধ প্ৰবন্ধ যুগুত কৰি দেউতাই কাণে মহাশয়লৈ পঠাই দিছিল আৰু তেখেতেও পৰবৰ্ত্তী সংস্কৰণত ধৰ্মশাস্ত্ৰৰ ইতিহাসৰ প্ৰথম খণ্ডৰ দ্বিতীয়ভাগত কামৰূপীয় ধৰ্মশাস্ত্ৰৰ আলোচনাটো প্ৰকাশ কৰিছিল। সেই সময়ৰ পৰাই মহান ঋষিতুল্য এই পণ্ডিতজনাৰ লগত দেউতাৰ সৌহাৰ্দ্য ঘটিছিল। কলিকতা বিশ্ব-বিদ্যালয়ৰ অধ্যাপক ড° ৰাজেন্দ্ৰ চন্দ্ৰ হাজৰা, ড° ৰে, ৰাঘৱন, পণ্ডিত পট্টাভিৰাম শাস্ত্ৰী, পণ্ডিত পঞ্চানন শাস্ত্ৰী মুসলগাওকৰ, পণ্ডিত শ্ৰীজীৱন্যায় তীৰ্থ, ড°

গোৰীনাথ শাস্ত্ৰী, ড° মণ্ডন মিশ্ৰ, ড° ৰামকৰণ শৰ্মা আদি বিশিষ্ট সৰ্বভাৰতীয় পণ্ডিত সকলৰ লগত দেউতাৰ ঘনিষ্ঠ সম্পৰ্ক আছিল। অসমৰ পণ্ডিত সকলৰতো সীমা সংখ্যা নাই।

বন্ধু-বান্ধৱ বা আন কোনো লোকৰ চিঠি পত্ৰ আহিলে তাৰ উত্তৰ দেউতাই লগে লগে দিছিল। দেউতাৰ খং উঠা কাচিৎহে দেখিছিলোঁ। খং উঠিলে বা আন কিবা কাৰণত মানসিক উত্তেজনা (Mental tension) হ'লে কাৰো লগত কথা-বতৰা নাপাতি অকলশৰে কিছু সময় শুই থকা দেখিছিলোঁ। বিপদ-আপদত ধৈৰ্য্য সহকাৰে তাৰ নিবাময়ৰ চিন্তা কৰিছিল। ঈশ্বৰৰ ওপৰত দেউতাৰ অগাধ বিশ্বাস আৰু শ্ৰদ্ধা আছিল। দেউতা নৈষ্ঠিক আছিল কিন্তু গোড়া বা অন্ধবিশ্বাসী নাছিল। যি কৰিছিল নিষ্ঠাসহকাৰে কৰিছিল আৰু আনেও যি কৰে আত্ম-বিশ্বাস আৰু নিষ্ঠাৰে কৰিবলৈ উপদেশ দিছিল। আমাৰ কুল দেৱতা লক্ষ্মী নাৰায়ণৰ ওপৰত তেখেতৰ আছিল অশেষ শ্ৰদ্ধা আৰু বিশ্বাস। দেউতাই কোনো লোককে হীন বুলি নাভাবিছিল। যি ধৰ্ম বা সম্প্ৰদায় বা বৰ্ণৰে হওক সকলোকে সমানে আদৰ শ্ৰদ্ধা কৰিছিল আৰু আমাকো তেনে কৰিবলৈ তেখেতে উপদেশ দিছিল। পৰনিন্দা নিজেও নকৰিছিল, আনে কৰা শুনিলেও দেউতাই অত্যন্ত বেয়া পাইছিল।

আলহী-অতিথি আহিলে দেউতাই বৰ ভাল পাইছিল দূৰণিবটীয়া কোনো বন্ধু বান্ধৱ, পুৰণা ছাত্ৰ বা আন চিনাকি লোক আমাৰ ঘৰলৈ আহিলে সেই সকলৰ ব্যক্তিগত কুশল মঙ্গলৰ খবৰ লোৱাৰ উপৰিও, তেখেত সকলৰ পা-পৰিয়াল, ওচৰ-চুবুৰীয়া সকলোৰে বা-বাতৰি সুধিছিল। সেইসকল লোকক খুৱাই-বুৱাই দেউতাই পৰম সন্তোষ লাভ কৰিছিল। খাবলৈ বহি দেউতাই কেতিয়াও ভোজনৰ বিষয়ে উচ্চ-বাচ্য কৰা নাছিল, বৰং পৰম আনন্দ আৰু তৃপ্তিৰে ভোজন কৰিছিল। কেতিয়াবা কেতিয়াবা কি আজা শৰীৰৰ কাৰণে উপকাৰী বা কেনেকৈ বন্ধা-বঢ়া কৰিলে কোনো এবিধ খাদ্য বস্তু বেছি সোৱাদ লগা আৰু তৃপ্তিকৰ হয় আমাক কোৱাৰ লগতে ইয়াৰ প্ৰস্তুত প্ৰণালীও কৈছিল। খাবলৈ বহি আমি কিবা আপত্তি কৰিলে দেউতাই কৈছিল : খাবলৈ বহি ঠেহ পাতিলে নাৰায়ণ অসন্তুষ্ট হয়। মনে মনে খা। আজি পৰামশ্বৰে ইয়াকে মিলাইছে বুলি ভাবিব লাগে।"

লিখা-পঢ়াত ব্যস্ত থাকিলেও ৰন্ধা-বঢ়াৰ ক্ষেত্ৰতো দেউতা পাকৈত আছিল। কি বস্তু কেনেকৈ ৰান্ধিলে খাই জুতি লাগিব আৰু শৰীৰৰো উপকাৰ হয় তেখেতে ৰাককৈয়ে জানিছিল। ঔটেঙাৰে মাটি মাহ, বহুৰ দাইল, লাই শাক বা অমিতাৰ খাৰ দেউতাৰ প্ৰিয় খাদ্য আছিল। মিঠাই বিশেষকৈ ৰসগোল্লা, পায়স আৰু খিচিৰি খুব ভাল পাইছিল; অৱশ্যে পায়স আৰু খিচিৰি ৰন্ধাৰ তেখেতৰ এটা বিশেষ বৈশিষ্ট্য আছিল। ৰন্ধা-বঢ়াতো দেউতাৰ চখ আছিল। পঢ়া-শুনাৰ লগতে ৰন্ধা-বঢ়াৰ বহুত কথাই দেউতাই আমাক শিকাইছিল। বৰ বোৱাৰী-য়েকক ৰন্ধন প্ৰকৰণ সম্পৰ্কে বহুত কথাই কৈছিল আৰু ভালকৈ অৰ্থাৎ জুতি লগাই ৰান্ধি খুৱাব পৰাতো যে সু-গৃহিণীৰ এটা লক্ষণ তাকো দেউতাই বোৱাৰী-য়েকক কৈছিল।

সন্মান-পুৰস্কাৰ আদি : ১৯৬৬ ৬৭ চনত ভাৰত চৰকাৰৰ প্ৰদত্ত শিক্ষক পুৰস্কাৰ লাভ কৰা অসমৰ প্ৰথম সংস্কৃত পণ্ডিত আছিল দেউতা। এই পুৰস্কাৰ তদানীন্তন উপ-ৰাষ্ট্ৰপতি দাৰ্শনিক পণ্ডিত ড° সৰ্বপল্লী ৰাধাকৃষ্ণণে নতুন দিল্লীৰ বিজ্ঞান ভৱনত অনুষ্ঠিত সমাৰোহত প্ৰদান কৰিছিল। ১৯৭৫ চনত তেখেতে ভাৰত চৰকাৰৰ প্ৰদত্ত ৰাষ্ট্ৰপতিৰ সন্মানীয় মানপত্ৰ ( certifi ate of honour ) আৰু বাৰ্ষিক বৃত্তি লাভ কৰিছিল। সেই বছৰ এই মানপত্ৰ লাভ কৰা বাৰ জন সংস্কৃত পণ্ডিতৰ অন্যতম আছিল দেউতা। এই সন্মান লাভ কৰা অসমৰ সংস্কৃত পণ্ডিতসকলৰ ভিতৰতো দেউতা প্ৰথম। ১৯৭৬ চনৰ এপ্ৰিল মাহত ৰাষ্ট্ৰপতি ভৱনৰ দৰবাৰ হলত অনুষ্ঠিত এক বিশেষ আড়ম্বৰপূৰ্ণ সমাৰোহত তদানীন্তন ৰাষ্ট্ৰপতি ফখৰুদ্দিন আলি আহমদ ডাঙৰীয়াই এই সন্মান পত্ৰ প্ৰদান কৰিছিল। এই অনুষ্ঠানত যোগ দিবলৈ পোৱাৰ সৌভাগ্য এই অভাজনৰো ঘটিছিল। ১৯৭৬ চনত অসম চৰকাৰৰ সাহিত্যিক পেন্সনো দেউতাই লাভ কৰিছিল। এই বোৰৰ বাহিৰেও তেখেতক অযোধ্যা ( উত্তৰ প্ৰদেশ ) আৰু বাৰাণসীৰ ( কাশী ) পণ্ডিত সমাজে 'ধৰ্মশাস্ত্ৰাচাৰ্য' আৰু নলবাৰীৰ কামৰূপ সংস্কৃত সঞ্জীৱনী সভাই 'দৰ্শনা-চাৰ্য' উপাধি প্ৰদান কৰিছিল।

দেউতাৰ ৰচিত "কুমাৰিল ভট্টপাদ আৰু আচাৰ্য্য ধৰ্মকীৰ্ত্তি" নামৰ গ্ৰন্থৰ বাবে গুৱাহাটীৰ জগদ্ধাত্ৰী-হৰমোহন দাসৰ ন্যাসৰদ্বাৰা প্ৰদত্ত জগদ্ধাত্ৰী-হৰমোহন

দাস সাহিত্য বঁটা আৰু কলিকতাৰ ভাৰতীয় ভাষা পৰিষদৰদ্বাৰা প্ৰদত্ত বাজা-লোনী সাহিত্য বঁটা লাভ কৰিছিল। অসম সাহিত্য সভা, দৰঙী কলা কৃষ্টি সংঘ, সবিতা সভা, বিভিন্ন শিক্ষানুষ্ঠান, আন অনুষ্ঠান-প্ৰতিষ্ঠান আদিয়ে বিভিন্ন সময়ত জনোৱা সম্বৰ্ধনা, শুভেচ্ছা, সন্মানৰ হিচাব দিয়াটো এই লেখাত সম্ভৱপৰ নহয়।

সেউতাৰ বিষয়ে বহুত কথাকে লিখিব পাৰি বা লিখাৰ থল আছে। সময় আৰু স্থানৰ সীমাবদ্ধতাৰ কাৰণে ইমানখিনিকে লিখি পিতৃৰ চৰণত অভাজন পুত্ৰৰ শ্ৰদ্ধাৰ্ঘ্য হিচাবে সমৰ্পণ কৰিলোঁ। ইতি শম্ ॥ □

# দুহিতৃৰ দৃষ্টিৰে আচাৰ্য্য শাস্ত্ৰী

অধ্যাপিকা তামতী দেৱী

মূৰত পাতল চুলি, ৰেখি পাৱাৰৰ চশমাৰ তলত সৰল অথচ বুদ্ধিদীপ্ত এযুৰি চকু, তীক্ষ্ণ জোঙা নাক, দুটি সৰু সৰু ওঁঠেৰে সৌম্য চেহেৰাৰ এজন মানুহ। খদ্দৰ পোছাক আছিল এখন সাধাৰণ চুৰিয়া পোন্ধ মাৰি পিন্ধি (তেখেতে কেতিয়াও পোন্ধ নমৰাকৈ কাপোৰ নিপিন্ধিছিল) তাৰে আচঁলটো গাত লৈ থাকে। গণ্য-মান্য আলহী আহিলে বা জাৰ লাগিলেহে আচঁলৰ তলত এটা বনিয়ন (হাত দীঘল) পিন্ধা দেখিছিলোঁ। সন্তানৰ দৃষ্টিত পিতৃ সদায় মহান আৰু উদাৰ। মোৰ দৃষ্টিত পিতা উদাৰতাৰ মূৰ্তৰূপ। তেওঁ কল্যাণশীলতাৰ প্ৰতীক। এই কথা মই তেওঁৰ কন্যা হিচাবে কোৱা কথা হলেও তেওঁৰ নিকট সম্পৰ্কলৈ অহা সকলোৱেই একমুখে এই কথা স্বীকাৰ কৰিব।

আৰ্থিক দিশত আমাৰ অৱস্থা কেতিয়াও স্বচ্ছল নাছিল। আমি শুনিছিলোঁ যে পিতাই শ্ৰীহট্ট চৰকাৰী সংস্কৃত কলেজৰ চাকৰি অথবা নেপাল ৰাজদৰবাৰৰ পাণ্ডুলিপি পাঠক ( Manuscript Reader ) ৰ চাকৰি নেওচা দি নলবাৰীলৈ আহি সংস্কৃত কলেজখন প্ৰতিষ্ঠা কৰি তাতে ১৯৭২/৭৩ চনলৈ তেওঁৰ অক্লান্ত সেৱা আগ বঢ়াইছিল। কিন্তু এনে আৰ্থিক সমস্যাৰ সন্মুখীন হলেও তেওঁক কেতিয়াও বিচলিত হোৱা দেখা নাছিলোঁ। ঈশ্বৰৰ ওপৰত তেওঁৰ অগাধ আস্থা আছিল আৰু তেওঁৱেই সকলো সমস্যাৰ সমাধান কৰিব বুলি পিতাৰ দৃঢ় বিশ্বাস আছিল। পিতাৰ সেই অলপীয়া দৰমহাৰে সংসাৰ চলোৱাই নহয় লৰাছোৱালী শিক্ষা দি নিজৰ ভৰিত থিয় দিব পৰা কৰিছিল। ছোৱালী কেইজনীক পঢ়ুৱাই বিয়া-বাৰু দি নিজৰ কৰ্ত্তব্য পালন কৰিছিল। এই ক্ষেত্ৰত অৱশ্যে যথেষ্ট মনোবলৰ অধিকাৰিণী, উচ্চাকাংক্ষিণী মোৰ মাইৰ অৰিহণাও কম নহয়। আঠোটা ল'ৰা-ছোৱালীৰে তেওঁৰ সংসাৰখন চলোৱা সৰু সহজ কথা নাছিল। একালে অলপীয়া দৰমহা আনকালে পৰিয়ালৰ প্ৰতি কৰ্ত্তব্য- এই দুটাৰ মাজত কেনেকৈ যে সমতা ৰক্ষা কৰা হৈছিল ভাবিলে আজিও আচৰিত লাগে আৰু পৰমেশ্বৰ যে প্ৰকৃততে দয়ালু এই কথা গভীৰ ভাবে বোধ হয়।

পিতাই ৰাতিপুৱা সোনকালে বিছনা এৰি পঢ়া-শুনা আৰম্ভ কৰিছিল। পোহৰ নোহোৱালৈকে ঘৰৰ কাকোকে তেওঁ নজগাইছিল। তেওঁৰ কাৰণে ঘৰৰ আন কাৰো যাতে টোপনি নাভাগে তাৰ বাবে যথেষ্ট সতৰ্কতাৰে চলা ফুৰা কৰিছিল। পোহৰ হলে সকলোকে জগাই দিছিল আৰু তেতিয়াহে চাহ পানীৰ ব্যৱস্থা কৰা হৈছিল। চাহৰ প্ৰতি তেওঁৰ বৰ আসক্তি আছিল। গাখীৰ আৰু চেনী বেছিকৈ দি কৰা গুদা চাহটোপা, তেওঁ তৃপ্তিৰে খাই উঠি তামোল এখন খায়। আকৌ কামত লাগে। আগতে পিতাই ধপাত আৰু চুৰটো খাইছিল যদিও 'স্বৰভঙ্গ' অসুখৰ কাৰণে এইবোৰ এৰি পিছত কেৱল তামোলতে ধৰিছিল গৈ। পিছলৈ চেনী খাবলৈ এৰিছিল যদিও চাহৰ প্ৰতি তেওঁৰ দুৰ্বলতা কম্যু নাছিল। চাহৰ লগত সঙ্গতি ৰাখি তামোল। তেওঁ সদায় জৰ্দাৰে পাণ-চুপাৰি খাইছিল। দুপৰীয়া গাধুই এঘণ্টা মান সময় গোসাঁই ঘৰত পূজা-উপাসনা কৰিহে খোৱা-লোৱা কৰিছিল। তাৰ পাছৰ আধাঘণ্টা মান সময় বিছনাত বাগৰদি উঠি আকৌ পঢ়া-শুনাত লাগিছিল। তাৰ মাজতে বজাৰ সমাৰো তেওঁৱেই কৰিছিল। নলবাৰী সংস্কৃত কলেজত থকা কালত কলেজতে বেছি সময় কটাইছিল। চাহ বা ভাত খাবৰ হলে তেওঁক মাতি মাতি আনিব লাগিছিল। দিনটোৰ অধিক সময় তেওঁ অধ্যয়ন আৰু অধ্যাপনাত কটাইছিল। পঢ়ি থকা সময়ত অন্য কোনো কথাই তেওঁৰ মন টানিব পৰা নাছিল। পঢ়াত তেওঁ ইমান মগ্ন আছিল যে, ওচৰত কোনোবাই চিঞৰ বাখৰ হুলস্থূল কৰি থাকিলেও একো গমকে নাপাইছিল। অধ্যয়ন, অধ্যাপনা আৰু শাস্ত্ৰ আলোচনাৰ বাহিৰে ৰাজনীতি, খেল-ধেমালি বা অন্য কোনো ক্ষেত্ৰতে পিতাৰ ৰুচি নাছিল।

পিতা সংসাৰৰ প্ৰতি উদাসীন নাছিল যদিও পূৰামাত্ৰাই যে সাংসাৰিক লেঠা-পেঠাত নিমগ্ন আছিল তেনেও নহয়। মাহৰ মূৰত দৰমহাৰ পইচা কেইটা মাইৰ হাতত তুলি দি তেওঁ কিছু পৰিমাণে দায়িত্ব মুক্ত হৈছিল। সংসাৰ মাই চলাইছিল। সংস্কৃত কলেজখন আৰু ছাত্ৰসকলৰ প্ৰতি পিতাৰ বৰ চেনেহ আছিল। ছাত্ৰ সকলে বিচাৰিলে ৰাতিও তেওঁলোকক পঢ়াইছিল। প্ৰথম অৱস্থাত গুৰুকুল পদ্ধতিত হেনো এই অনুষ্ঠান চলিছিল। ছাত্ৰ সকলে গুৰু ঘৰতে আছিল। গুৰুপত্নীয়ে (মাই) সকলোৰে কাৰণে ৰন্ধা-বঢ়া কৰিছিল। পিতাৰ ছাত্ৰ সকলৰ লগত আমাৰো মধুময় সম্পৰ্ক আছিল। তেনে কেইবাজনো ছাত্ৰ এতিয়া বৃদ্ধাৱস্থা প্ৰাপ্ত হলেও আমাক যিমান চেনেহৰ চকুৰে চায় সি কল্পনাতীত। ছাত্ৰসকলৰ সুখত সুখী আৰু দুখত দুখী আছিল পিতা।

তেওঁ বৰ দয়ালু, সহানুভূতিশীল আৰু মৰমীয়াল আছিল। কেবাজনো অপৰিচিত ব্যক্তিক পিতাই ৰাতি ঘৰত আশ্ৰয় দিয়া দেখিছিলোঁ। পিতা অজাতশত্ৰু আছিল। পিতাক কোনোবাই শত্ৰুজ্ঞান কৰিছিল নে নাই নাজানো। কিন্তু পিতাই কেতিয়াও কাৰো প্ৰতি বেয়া মনোভাৱ পোষণ কৰা নাছিল। তেওঁ কেতিয়াও কাকো গালি-গালাজ কৰাও আমি শুনা নাছিলোঁ। তিৰস্কাৰসূচক শব্দৰ ভিতৰত অধৰমী, পাষণ্ড, পাপীষ্ঠ, চণ্ডী এনেবোৰ শব্দহে তেওঁ কাচিৎ ব্যৱহাৰ কৰিছিল।

স্থিতপ্ৰজ্ঞ পুৰুষৰ লক্ষণ পিতাৰ গাত যেন সম্পূৰ্ণৰূপে খাপ খাই পৰিছিল। তেওঁ অত্যন্ত ধীৰ-স্থিৰ আৰু সংযমী আছিল। সুখ বা আনন্দৰ সময়ত পিতা যিদৰে উত্ৰাৱল হৈ উঠা নাছিল দুখ প্ৰকাশৰ ক্ষেত্ৰতো তেনেদৰে তেওঁ মৰ্মাহত হোৱা নাছিল। তেওঁ কেতিয়াও কাকো ভয় কৰাও দেখা নাছিলোঁ। পিতাৰ খং উঠাটো দুৰ্লভ ঘটনা বুলিয়েই কব পাৰি, মাত্ৰ দুবাৰহে পিতাৰ খং উঠা দেখিছিলোঁ। এবাৰ মোৰ ভনীজনীক নতুন চোলা দিয়া দেখি মই জেউৰ ধৰা বাবে খং উঠিছিল আৰু এবাৰ তেওঁৰ ছাত্ৰ এজনে আন এজন ছাত্ৰৰ পইচা চুৰি কৰি নিয়াৰ সন্দৰ্ভত। সেইদিনা পিতাই যি ৰুদ্ৰৰূপ ধাৰণ কৰিছিল নেদেখাজনে কল্পনাও কৰিব নোৱাৰিব। পিতাৰ প্ৰতি আমাৰ ভয় সমূলি নাছিল যদিও সিদিনা আমি ভয়তে পেপুৱা লাগিছিলোঁ। আমাৰ ভনী এজনী মই সৰু থাকোতেই ঢুকাইছিল। এই সংক্ৰান্তত পিতাৰ কি প্ৰতিক্ৰিয়া হৈছিল মোৰ সমূলি মনত নাই। কিন্তু তেওঁ কোনো দিনে ভাইৰ কথা স্মৰণ কৰাও আমি দেখা নাই। ভাৰতৰ ভূতপূৰ্ব ৰাষ্ট্ৰপতি ডক্টৰ ৰাধাকৃষ্ণণৰ মৃত্যুত কিন্তু তেওঁ বৰ দুখ পাইছিল বুলি বুজা গৈছিল। পণ্ডিত তীৰ্থনাথ শৰ্মাদেৱৰ মৃত্যুতো (১৯৮৬ চন) তেওঁ কিছু পৰিমাণে শোকাচ্ছন্ন হৈছিল। স্বৰ্গীয় শৰ্মাদেৱৰ লগত পিতাৰ বন্ধুত্ব আছিল গভীৰ। আমি তেওঁক জেঠা বুলি মাতিছিলোঁ। দুয়ো বন্ধুৱে সংস্কৃতত কথা-বতৰা পাতিছিল। সুবিখ্যাত পণ্ডিত পি. ভি কাণে, ড° ৰি. ৰাঘৱনৰ বাহিৰেও আৰু কেবাজনো খ্যাতিসম্পন্ন পণ্ডিতৰ লগত পিতাৰ বন্ধুত্ব আছিল। এনে কেবাগৰাকী পণ্ডিতে আমাৰ ঘৰত আতিথ্য গ্ৰহণ কৰিছিল। এওঁলোকৰ লগতো পিতাই সংস্কৃতত কথা-বতৰা পাতিছিল।

যিকোনো বস্তুকে সামৰি সুতৰি চলোৱাৰ ক্ষেত্ৰত পিতা বৰ অসাৱধান আছিল। কটা-ছিটা কাগজতো তেওঁ লিখিছিল আৰু তুলিৰ তলত অথবা কিতাপৰ মাজত সুমুৱাই থৈছিল। লিখিত প্ৰবন্ধ আদি ঠিক ঠাইলৈ পঠাই দিয়াৰ পাছত তাৰ কোনো প্ৰতিলিপি সচৰাচৰ তেওঁ নাৰাখিছিল।

তেওঁ অপৰিসীম মনোবলৰ অধিকাৰী আছিল। তেওঁ প্ৰথম কলিকতালৈ পঢ়িবলৈ যোৱাৰ সময়ত আতাই হেনো তেওঁক মাত্ৰ দহটকা দিছিল আৰু তাকে লৈ তেওঁ কলিকতা'ল পৈছিল। তাৰ পাছত আৰু কেতিয়াও হেনো আতাৰ পৰা তেওঁ পইচা নিয়া নাছিল। তেওঁ অতি তীক্ষ্ণ বুদ্ধি সম্পন্ন আছিল আৰু প্ৰতিটো পৰীক্ষাত ভাল ফল দেখুৱাই বৃত্তি লাভ কৰিছিল। অসুস্থ হৈ পৰি থকা সময়তো তেওঁ কাৰো লগত তই তই কথা নাপাতিছিল। কোনোবা দেখা কৰিবলৈ আহিলে তেওঁ অতি কষ্টেৰে হলেও উঠি বহিহে কথা-বতৰা পাতিছিল।

পিতাৰ স্মৃতিশক্তি অতি প্ৰখৰ আছিল। যি কোনো দাৰ্শনিক তত্ত্ব পিতাই অতি সৰলভাৱে বিশ্লেষণ কৰিব পাৰিছিল। ধৰ্ম আৰু দৰ্শন সম্বন্ধে প্ৰয়োজনীয় যিকোনো প্ৰসংগ তেওঁ অনায়াসে দিব পাৰিছিল। কেতিয়াবা কোনো বিষয়ত শঙ্কা উপস্থিত হলে লগে লগে পুথি-পত্ৰ আনি শঙ্কা দূৰ কৰিছিল। তেওঁ কেতিয়াও দায় সৰা ধৰণৰ কাম নকৰিছিল। অতি সৰু যেন লগা কামটোও তেওঁ নিষ্ঠা সহকাৰে কৰিছিল।

কিতাপ-পত্ৰ বা অন্যান্য প্ৰবন্ধ পাতি লিখি থকা সময়ত তেওঁ সেইবোৰ আনক পঢ়ি শুনাবলৈ ভাল পাইছিল। এনে শ্ৰোতা হিচাবে নলবাৰী কলেজৰ অধ্যাপক শ্ৰীহৰেন্দ্ৰনাথ শৰ্মা আৰু স্বৰ্গীয় ড° হৰিদত্ত শৰ্মাদেৱৰ কথা মোৰ মনলৈ আহে। ভুবনেশ্বৰ ভাষা কেন্দ্ৰৰ চাকৰিত যোগ দিয়াৰ পাছৰ পৰা ময়ো এনে শ্ৰোতাৰ শাৰীত পৰিছিলোঁ। মোৰ স্বামীও কেতিয়াবা তালৈ গলে শ্ৰোতাৰ স্থান গ্ৰহণ কৰিছিল আৰু আলোচনাত অংশ গ্ৰহণ কৰিছিল।

শাস্ত্ৰাধ্যয়ন আৰু শাস্ত্ৰ চৰ্চাতে অহৰহ মগ্ন থাকিলেও গোড়ামি আৰু সংৰক্ষণশীলতাৰ পৰা তেওঁ মুক্ত আছিল। সাধাৰণতে সংস্কৃত পণ্ডিত সকলৰ বিৰুদ্ধে এনে অপবাদ প্ৰায়ে চৰ্চ্চিত হোৱা শুনা যায়। কিন্তু পিতাই শাস্ত্ৰীয় বাধা-নিষেধৰ মাজত জীৱন-যাপন কৰিলেও আধুনিক জীৱন যাত্ৰাকো উদাৰভাৱে গ্ৰহণ কৰিছিল। পিতাৰ স্বীয় মত আছিল—কেৱল শাস্ত্ৰীয় নীতিৰ দ্বাৰাই সমাজ পৰিচালিত হব নোৱাৰে। এই ক্ষেত্ৰত লোকৰুচি পৰিবৰ্তনশীল। সেয়ে সমাজৰ পৰিবৰ্তন অৱশ্যম্ভাৱী। এজনে গ্ৰহণ কৰা বা নকৰাৰ ওপৰত সমাজ বা যুগৰ পৰিবৰ্তন নিৰ্ভৰ নকৰে।

আমাৰ সমাজত ছোৱালী পুষ্পিতা হলে বা ছোৱালী সকল ল'ৰা-ছোৱালীৰ মাক হলে পৰাচিত (প্ৰায়শ্চিত্ত) হোৱা বিধান আছে। আমাৰ ঘৰত কেতিয়াও কাকো এনেকৈ প্ৰায়শ্চিত্ত কৰোৱা হোৱা নাছিল। কথা-

প্ৰসংগত পিতাই এদিন কৈছিল : ছোৱালী পুষ্পিতা হোৱাটো এটা স্বাভাৱিক ঘটনা। ই কোনো পাপ কাম নহয়। যি পাপ নহয় তাৰ আকৌ কিহৰ প্ৰায়শ্চিত্ত? মাক হোৱাটো অতি পুণ্য কৰ্ম। মাতৃত্বতে নাৰীৰ পূৰ্ণতা। তাৰ কাৰণে প্ৰায়শ্চিত্তৰ কি প্ৰয়োজন?

তোল-ফঁহুতি, তাৱ-কবচ আদি তেওঁক কেতিয়াও পিন্ধা দেখা নাছিলোঁ। তেওঁ কাকো কেতিয়াও ভৱিষ্যত গণনা কৰিবলৈয়ো দিয়া নাছিল। এবাৰ মই এজনক হাত দেখুওৱাৰ ইচ্ছা প্ৰকাশ কৰোঁতে কৈছিল : এইবোৰৰ ওপৰত ভাৰসা ৰখা অনুচিত। নিজৰ ওপৰত বিশ্বাস থাকিলে সকলো বাধা আঁতৰাই আগবাঢ়িব পাৰি। ভাল ঘটিব বুলিলে আত্মবিশ্বাস ইমান বাঢ়ি যায় যে, সফলতাত বাধা অহাৰ সম্ভাৱনা থাকে। বেয়া ঘটিব বুলিলে মন দুৰ্বল হয় কৰ্ম প্ৰেৰণা কমি যায়। পিতাই নিজে জ্যোতিষ অধ্যয়ন কৰিছিল, কিন্তু ঘৰুৱা কৰ্মৰ কাৰণে শুভ দিন-বাৰ চোৱাৰ বাহিৰে অন্য ক্ষেত্ৰত তেওঁ জ্যোতিষ চৰ্চা কৰা দেখা নাছিলোঁ। মাজে মাজে দুই একনে বিচাৰিলে প্ৰায়শ্চিত্তৰ বিধান আদি দিয়াও দেখিছিলোঁ। কিন্তু তেওঁ কেতিয়াও কাকো উপযাচি এই বিষয়ত পৰামৰ্শ নিদিছিল আৰু এনে কোনো বিষয় আলোচনাও নকৰিছিল। বিয়া-বাৰুৰ ক্ষেত্ৰত ৰাহি যোৰা চোৱালেও তাত তেওঁ বিশেষ নিৰ্ভৰশীল আছিল যেন নালাগে।

পিতাই আজীৱন শিক্ষকতা কৰাৰ লগে লগে শিক্ষা গ্ৰহণো কৰিছিল। ভাষা শিক্ষাৰ প্ৰতি তেওঁৰ দুৰ্বলতা আছিল। তেওঁৰ হিন্দী শিক্ষাৰ গুৰু বুলি তেওঁৰে প্ৰিয় ছাত্ৰ শ্ৰীপ্ৰফুল্ল শৰ্মাৰ নাম তেওঁ উল্লেখ কৰা শুনিছিলোঁ। তেওঁ কোনো স্কুলত শিক্ষা গ্ৰহণ কৰা নাছিল। সৰুৰে পৰা বিভিন্ন টোল আদিত অধ্যয়ন কৰাত স্কুলত ইংৰাজী শিক্ষাৰ সুবিধা তেওঁ পোৱা নাছিল। তথাপিও ইংৰাজী ভাষাত তেওঁ কেনেকৈ পাৰদৰ্শিতা লভিছিল মই নাজানো। ১৯৭৮ চনত ভুৱনেশ্বৰৰ পূৰ্বাঞ্চল ভাষাকেন্দ্ৰত তেওঁ ইংৰাজীত এটা বক্তৃতা দিছিল। বহু প্ৰবন্ধ এই ভাষাত লিখিছিল। আনকি ইংৰাজী ভাষাৰ ব্যাকৰণো তেওঁ আমাক বিশ্লেষণ কৰি দেখুৱাইছিল।

১৯৭৮ চনৰ জানুৱাৰী মাহত মই ভুৱনেশ্বৰলৈ অহাৰ পাছত পিতাক বেছি-দিনীয়াকৈ লগেই পোৱা নাছিলোঁ। ১৯৮৭ চনৰ নৱেম্বৰ মাহৰ শেষৰ ফালে ঘৰলৈ গৈছিলোঁ। পিতাৰ লগত সেয়ে মোৰ শেষ দেখা। তেতিয়া পিতা বৰ অসুস্থ। মই গৈ পোৱাৰ দিনাই গুৱাহাটীৰ পৰা তেওঁৰ অতি প্ৰিয় সতীৰ্থ ডক্টৰ

প্ৰিয়াংশু প্ৰবল উপাধ্যায় আহিছিল পিতাক দেখা কৰিবলৈ। সিদিনাই শ্ৰীপ্ৰদীপ চলিহাদেৱো আহিছিল। কথা-বতৰাৰ মাজতে চলিহাদেৱে কলে: "চিন্তা নকৰিব। দুই এদিনতে গা ভাল পাব।"

পিতাই তেওঁৰ স্বাভাৱিক সৰল হাঁহিৰে কলে: "সান্ত্বনা দিছে নে ফুচুলাইছে? শৰীৰত আৰু বল নাই। মনৰ বলো পৰি আহিছে। কিন্তু আত্মবল এতিয়াও অটুট হৈ আছে। মই ভাল হ'ম বুলি আশা নকৰোঁ।"

মনোবল আৰু আত্মবল—এই দুটা শব্দৰ পাৰ্থক্য ভালদৰে নুবুজিলোঁ। পিতাক সোধাৰো সুবিধা নাপালোঁ। ভগৱানক খাটিছোঁ। পিতাৰ সেই আত্মবলৰ এটি এটি কণা আমাৰ মাজতো সঞ্চাৰিত হওক। [।

# আচাৰ্য্য শাস্ত্ৰীৰ উদাৰতা

**ডক্টৰ অপূৰ্বচন্দ্ৰ বৰঠাকুৰীয়া**

আমি তাঁহানি হিন্দীত "দেৱশিখিকা দেৱান" শীৰ্ষক এটা গল্প পঢ়িছিলোঁ। সেই গল্পত দেৱশিখিৰ দেৱান হ'বলৈ আকাংক্ষা কৰা সকলো প্ৰাৰ্থীয়েই সাধু, সদাশয়, বিনয়, গম্ভীৰ আৰু ধাৰ্মিক সাজিছিল। তেনে বকধাৰ্মিক আৰু বকতপস্বীৰ অভাৱ সমাজত নাই। আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰী আছিল এক আচাৰ্য্য প্ৰতিভা যি নিজক সজাই পৰাই সমাজলৈ উলিয়াই দিব যে লাগে সেই কথা বুজিয়েই নেপাইছিল। ইমান ডাঙৰ পণ্ডিত অথচ নিজৰ বিষয়ে ইমান নিস্পৃহ লোক মই সমাজত দেখা নাই। বেদ আৰু দৰ্শনৰ দুটা পাত পঢ়িয়েই প্ৰচাৰৰ মাধ্যমত ডাঙৰ হোৱা লোক সমাজত বহু পোৱা যায়। আচাৰ্য্য শাস্ত্ৰী আছিল তাৰ সম্পূৰ্ণ বিপৰীত। আনকি তেওঁৰ সমালোচকৰ বিষয়েও তেওঁ নিৰ্বিকাৰ আছিল। সৰস্বতীৰ আৰাধনাই যাৰ জীৱনৰ ব্ৰত তেওঁ সৰু কথাত গুৰুত্ব নিদিয়ে। কাব্যৰ পৰা দৰ্শনলৈকে সকলো শাস্ত্ৰতে ব্যুৎপত্তি থকা লোক অসমত শাস্ত্ৰীদেৱ। আমাৰ বিভাগত বহুতো প্ৰখ্যাত পণ্ডিত আৰু অধ্যাপক থাকোতেও শাস্ত্ৰীৰ মোৰ ওপৰত অধিক ভাবসা আছিল। কিয় আছিল কব নোৱাৰোঁ। তেখেতে হঠাতে হঠাতে একোটা প্ৰশ্ন কৰিছিল—যি প্ৰশ্নৰ উত্তৰ দিবলৈ মনো দুবাৰ ভাবিব লগীয়া হৈছিলোঁ। শাস্ত্ৰীদেৱ আছিল মীমাংসাশাস্ত্ৰৰ বিদগ্ধ পণ্ডিত। কুমাৰিল ভট্টৰ শ্লোকবাৰ্ত্তিক আৰু তন্ত্ৰবাৰ্ত্তিক তেখেতৰ কণ্ঠস্থ আছিল। কুমাৰিলৰ 'ৰৰগোত্ৰ' ন্যায়ৰ কথাবাৰ কৈ আৰু বৌদ্ধবিলাক কেনেদৰে বিপাঙত পৰিছিল নিজৰ মূৰ্খামিৰ বাবে সেই কথা কৈ তেখেতে বৰ আমোদ পাইছিল। হঠাতে এদিন তেখেতে শৈৱদৰ্শনৰ আগমমতৰ কথা মোৰ লগত আলোচনা কৰে। আগমমতৰ কথা আমাৰ গুৰুদেৱ পৰম পূজনীয় কামাখ্যাৰ ৺ৰমণীকান্ত শৰ্মাদেৱে মোৰ লগত আলোচনা কৰিছিল। আগমমতৰ তত্ত্ব সম্পৰ্কে *মাধৱসৰ্বদৰ্শনসংগ্ৰহ* আদি গ্ৰন্থ পঢ়ি মই সামান্য জ্ঞান পাইছিলোঁ—যদিও এই বিষয়ে বিশেষ বুজি পোৱা নাছিলোঁ। কিন্তু আচৰিত লাগিছিল এই কথা ভাবি যে আচাৰ্য্যদেৱে মীমাংসা দৰ্শনৰ লগতে শৈৱ দৰ্শনৰ বিষয়ে ইমান কথা অধ্যয়ন

কৰা যায়েহে। দৰ্শন বিষয়টো খুব টান। আজিকালিৰ পলায়নবাদী যুগত মানুহে টান বস্তু যিমানে পাৰে বাদ দিবলৈ যত্ন কৰে। ইংৰাজী মাধ্যমৰে কিতাপ পঢ়িলে সকলো কথা বুজা বুজি ভাবে। 'পৰম ব্ৰহ্ম'ক, Supreme Being বুলি পঢ়িলে ব্ৰহ্মক বুজা যেনেই পায়, কিন্তু দৰ্শনৰ অধ্যয়ন জানো ইমান সহজ। তদুপৰি বিভিন্ন দৰ্শন। বৌদ্ধ দৰ্শন খুব টান, সমানেই টান বেদান্ত দৰ্শন, চাৰ্বাক দৰ্শন ওপৰে ওপৰে সহজেই বুজা যেন লাগে। কিন্তু চাৰ্বাকৰ স্বভাৱবাদৰ তত্ত্ব আৰু অন্যান্য নেতিবাচক তত্ত্ব কিমান জটিল তাক পাঠাভ্যাসীহে বুজি পায়। কিন্তু শাস্ত্ৰীদেৱৰ সকলো দৰ্শনতে আছিল গভীৰ প্ৰবেশ। ব্ৰহ্মসূত্ৰৰ শাংকৰ ভাষ্যৰ ওপৰত লিখা ভামতী টীকা তেখেতে সুন্দৰকৈ অধ্যয়ন কৰিছিল হয়তো তাৰে প্ৰভাৱতেই নিজৰ ছোৱালীৰ নামো ৰাখিছিল ভামতী। অথচ নিজেই কৈছিল "ভামতী" শব্দটো ব্যাকৰণৰ দিশৰপৰা কিমান শুদ্ধ সেই বিষয়ে সন্দেহ আছে। কুমাৰিলভট্টৰ গল্প পঢ়িয়েই ক্ষান্ত নেথাকি কুমাৰিল যে কামৰূপৰ লোক সেই কথাও গৱেষণা কৰি উলিয়ালে। এনে গৱেষণাই জাতিৰ আত্মজ্ঞানত বা আত্মোপলব্ধিত সহায় কৰে। আমাৰ গুৰুদেৱে মৎস্যেন্দ্ৰ নাথ যে অসমৰে এজন সাৰ্থক যোগী আছিল আৰু মাছৰ পেটত সোমাই উমানন্দৰ পৰা কামাখ্যালৈ সাধনা কৰিবলৈ আহিছিল সেই কথা আমাক গ্ৰহণ কৰিবলৈ বাধ্য কৰিছে। অৱশ্যে, এক শ্ৰেণী দাৰ্শনিকে স্থিৰপুঞ্জবাদো গ্ৰহণ কৰিছে। এই আলোচনা সমূহ পোৱা যায় শান্তৰক্ষিতৰ তত্ত্বসংগ্ৰহৰ কমলশীলৰ টীকাত আৰু উদয়নৰ ন্যায়কুসুমাঞ্জলিত। মই নিজে দৰ্শনৰ ছাত্ৰ নহওঁ। কিন্তু বিভিন্ন সময়ত এই মতবাদবোৰ পঢ়িছিলোঁ।

আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰীদেৱৰ বিভিন্ন আৰু ক্ষুদ্ৰতৰ বিষয় বিলাকতো ব্যাপক অধিকাৰ থকা দেখি আচৰিত হলোঁ। কথাও সোধে আকৌ মোকেইহে! ইপিনে মই নেজানো বহু বিষয়। শাস্ত্ৰী দেৱৰ লগত বহু সময়ত কথা পাতি মই বৰ বিপাঙত পৰিছোঁ। "বাপা তুমি পঢ়িছাই নহয় তাৰে আৰু এটা মত আছে" এনেদৰে আৰম্ভ কৰিলে মোৰ বৰ মুস্কিল হয়। মই শাস্ত্ৰীদেৱৰ সৈতে ফেৰ মাৰিব পৰা ( অথচ কোনো দিনেই দুয়োৰো মাজত তৰ্ক নালাগে ) আন এজন লোক দেখিছিলোঁ। তেখেত ৺ৰজনীকান্ত দেৱ শৰ্মা। বুদ্ধদেৱৰ মৃত্যুৰ ইতিহাস তেখেতে পিটকৰ পংক্তিৰ উদ্ধৃতি দি যেনেদৰেহে বুজাই দিলে মই আচৰিত হলোঁ। প্ৰায়েই কৈছিল অসমীয়াই নিজৰ গৰিমা বুজিব লাগিলে আৰু গৱেষণা কৰিব লাগিব। আমি নিজকে নেজানো। নিজক বুজিবলৈ

যত্ন নকৰোঁ। অসমীয়া ভাষাৰ শব্দসম্ভাৰ যে অতি পূৰণি আৰু আন জাতিতকৈ এই বিষয়ত আমি ভাৰতীয় সংস্কৃতিৰ লগত প্ৰাচীনতৰ কালৰ পৰাই জড়িত তাক আমি চিন্তা কৰি চাইছোনে? আমি 'তুপুৰা' শব্দটো জনজাতীয় ভাষাৰ পৰা অহা বুলি চিঞৰি ফুৰোঁ। কিন্তু 'তুপুৰা' শব্দটোৰ উৎপত্তি ব্ৰাহ্মণ গ্ৰন্থত গৱাময়ন যজ্ঞৰ আলোচনাত 'তুপৰ' শব্দৰ উল্লেখ আছে। থাকক এইবোৰ কথা। শাস্ত্ৰীদেৱক এবাৰ গুৱাহাটী বিশ্ববিদ্যালয়ৰ দৰ্শন বিভাগে বক্তৃতা দিবলৈ মাতি নিছিল। বিষয়টো মোৰ মনত নাই। কিন্তু তেখেতে একেবাৰে পালি-পিটকৰ পৰা সকলো উদ্ধৃতি দি যেনেদৰে দৰ্শনৰ বিষয়ে কবলৈ ধৰিলে মই আচৰিত হলোঁ। এবাৰ হঠাতে চাৰ্বাকৰ ক্ষণিকত্ব বাদৰ কথা আলোচনা কৰিলে। আচলতে ক্ষণিকত্ববাদৰ উৎপত্তি বৌদ্ধ দৰ্শনৰ বুকুত। বৌদ্ধসকলে সকলো বস্তুকে ক্ষণিক বুলি অভিহিত কৰে। তেওঁলোকৰ মতেই হ'ল 'যৎ সৎ তৎ ক্ষণিকম্"। প্ৰকৃতপক্ষে ক্ষণিকত্বৰ তত্ত্ববোধৰ উৎপত্তি পিটকৰ "সৰ্বে সংসাৰা অনিচ্চা" বা "সৰ্বে সংস্কাৰা অনিত্যাঃ" কথাষাৰৰ পৰা। চাৰ্বাকসকলে যেতিয়া আত্মা নাই বুলি কয় তেতিয়া তেওঁলোকে ভবা নাছিল তাৰ বিৰুদ্ধে যুক্তি হব অতি তীব্ৰ। কি প্ৰমাণ আছে যে আত্মা নাই? আত্মা শাশ্বত। গতিকেই চাৰ্বাক সকলে ভাবিলে সকলো পদাৰ্থ ক্ষণিক বুলি কব লাগিব। সেই কাৰণে তেওঁলোকে পৰৱৰ্তী যুগত বৌদ্ধ দৰ্শনৰ ক্ষণিকত্ববাদৰ ওপৰত গুৰুত্ব দিছিল।

শাস্ত্ৰীদেৱ সহজ-সৰল, অমায়িক আৰু নিৰহংকাৰ লোক আছিল। বিদ্যাই মূৰত নধৰা আৰু মূৰ নত কৰি ৰখা মানুহ আছিল তেখেত। ব্যক্তিগত জীৱনতো তেখেতৰ আৰু তেখেতৰ পৰিয়ালৰ কিছুমান কথাত মই নিজে তবধ মানিছিলোঁ। এসময়ত এজন গোঁসাই প্ৰভু আছিল। আগৰ দিনৰ কথা। প্ৰভুজন অতি নৈষ্ঠিক লোক। তেখেতৰ ঘৰত কোনোবাই ভাত খাব খুজিলে বৰ বিপদত পৰে। চাকৰ-বাকৰৰ লেঠা নাই। ভাত খুৱাব ঠিকেই। পিচে বাচন-বৰ্ত্তন ধোব কোনে? ইপিনে আমি মাজে মাজে দোকানত চাহ খোৱা অধলা ধৰণৰ মানুহ। এবাৰ নিৰুপায় হৈ ঠাকুৰক কলে "তেওঁক পাততেই ভাত দিবা। পাতখন পেলাই দিব।" তেতিয়া মই অধ্যাপক। তাৰ পিচত কলে বাৰু কাঁহীতেই দিবা—ভাত-আঞ্জা একেলগে দিবা। নহলে দুখন বাচন ধোৱা মুস্কিল হব। অধ্যাপক মানুহ তেওঁৰ অভ্যাস নাই। সেই অভিজ্ঞতাই মোক আমুৱালে। এবাৰ আমাৰ পূজনীয় শিক্ষক

৺তাৰকেশ্বৰ শৰ্মা দেৱৰ তালৈ পৈছিলোঁ। তেখেতে চাহ দিলে। গোসাঁই ঘৰত আমি ( যদিও কোনো গোসাঁইৰ শিষ্য আমি নহওঁ ) সকতে যাব লগত খাওঁতে চাহৰ বাচন আওখালি দিয়া আমাৰ মনত আছিল। সেই অনুযায়ী চাহৰ বাচন পখালি দিবলৈ হাত মেলোঁতেই চাৰে কলে : "এইবোৰ কি যাজে কাম কৰা ? তুমি আমাৰ অতিথি। আমি নিজে বাচন ধোম থৈ দিয়া। শুনি মুখৰ মাত হৰিল-- শ্ৰদ্ধা হল চাৰলৈ। আচাৰ্য্য শাস্ত্ৰীদেৱৰ ঘৰলৈ এবাৰ যাব লগীয়া হল। সেয়া ১৯৭৭ চনৰ কথা। নলবাৰীত সঞ্জীৱনী সভাৰ বিশেষ অধিবেশন আছিল।

শোৱা, খোৱা, পাখোৱা, পূজা-পাঠ আদি দিনৰ পৰ্ব খিলাকৰ বাবে নলবাৰী সংস্কৃত কলেজতে ঠাই কৰি দিয়া হ'ল। পধূলি আচাৰ্য্য দেৱৰ ডাঙৰ ল'ৰা শ্ৰীনলিনী ৰঞ্জন শৰ্মাই ( এতিয়া ড° নলিনীৰঞ্জন শৰ্মা— গুৱাহাটী বিশ্ববিদ্যালয়ৰ সংস্কৃতৰ ৰীডাৰ ) কলে "মই আজি গুৱাহাটীলৈ নেযাওঁ আৰু আপুনিও যাব নেলাগে। আজি আমাৰ ঘৰতে থাকি যাওক।" মই মহা মস্কিলত পৰিলোঁ। পধূলিৰ সেৱা-পূজাৰ লেঠা আছে। তাতোকৈ ডাঙৰ কথা হল শাস্ত্ৰীৰ ঘৰৰ সকলোৱেই কম বেছি পৰিমাণে পূজাৰী। কি হ'ব ? ক'ত বা কি জগৰ লাগে ? পাতত ভাত নিদিব চাপৈ ? দিলেও বেয়া নেপাওঁ। কিন্তু কাঁহৰ বাচনত দিলে কোনে ধোব সেইবোৰ ? ইত্যাদি এশ এটা চিন্তাই জুমুৰি দি ধৰিলে। আগৰ গোসাঁই প্ৰভুৰ কথা মনত আছিল। পিছে, আচৰিত হলোঁ। খোৱাৰ ব্যৱস্থা হ'ল পাকঘৰতে। গুৰুজী ( মই শাস্ত্ৰীদেৱক ভক্তিৰে গুৰুজী বুলি সম্বোধন কৰি ভাল পাইছিলোঁ ) বহিল মোৰ সন্মুখতে দেৰ ফুটমান দূৰৈত। ল'ৰা-ছোৱালীবোৰ বহিল কাষে কাষে। খোৱাৰ অন্তত বাচন ধোৱ লগীয়াও নহ'ল। শেষত শোৱৰ ঠাই ঠিক হল শাস্ত্ৰীজীৰ কামৰ ঘৰতে। আটাইতকৈ ভাল বিছনা আৰু আঁঠুৱাখন মোৰ ভাগতে পৰিল। আহি সকলোকে সেই কথাকে কলোঁ। দেৱপিৰি-দেৱাল হ'ব খোজোতা প্ৰাৰ্থীৰ প্ৰকৃত পৰিচয় গুলাল—কুমকুম পাড়াখন তুলি দিব নোখোজোতে। শাস্ত্ৰীদেৱৰ আৰু তেওঁৰ পৰিয়ালৰ মহত্বৰ পৰিচয় পালোঁ সেই নিশা আলহী হৈ। আবেগত ছটোপাজ চকুপানী টুকিলোঁ বহুদিনৰ মূৰত সজ লোকৰ সঙ্গ লাভ কৰি। □

# আচাৰ্য্য শাস্ত্ৰীৰ উদাৰতা

শ্ৰীবিশ্বনাথ শৰ্মা

এখন আলোচনা চক্ৰত শাস্ত্ৰী মহাশয় সন্মুখত বহি আছিল। এই লিখকে এটি শ্লোক ভয়ে ভয়ে মতাত তেখেতৰ উৎসাহ দি শ্লোকটি টানকৈ মাতি মুৰ দুপিয়াই খুব আত্মতুষ্টিৰে উচ্চাৰণ কৰিছিল : 'ব্ৰহ্ম জানাতি ব্ৰাহ্মণঃ" তাৰ অৰ্থ হ'ল পৰম ব্ৰহ্মৰ উদাৰতাক তেওঁ আয়ত্ত কৰিছে তেখেতে ওঙ্কাৰ, ব্ৰাহ্মণ আৰু ব্ৰহ্ম বিষয়ক তানেকেইটা প্ৰবন্ধ লিখিছিল। তাত কেৱল ভগৱন্তৰ মহিমা আৰু উদাৰতাই প্ৰকাশ পাইছিল। সেই মহান উদাৰতা তেখেতে ব্যক্তিত্বতো প্ৰকাশ পাইছিল। তেখেতৰ এজন গুণমুগ্ধ জীৱনীকাৰ শ্ৰীতৰুণ চন্দ্ৰ দেৱশৰ্মা মহাশয়ে 'স্বৰ্গ ভাৰতী"ত লিখিছে : 'শাস্ত্ৰীদেৱে কেতিয়াও অন্যায় কথা বা কাম সহিব নোৱাৰিছিল উচিত কথাত সদায় মাত মাতিছিল আৰু তেখেতৰ ন্যায় যুক্তি তৰ্ক বিলাক বিবাদীলোকে কেতিয়াও খণ্ডন কৰিব নোৱাৰিছিল। সৰু বা ডাঙৰ বুলি কোনো ভেদভাৱ তেখেতৰ নাছিল।" ন লিখক এজন নলবাৰীলৈ শাস্ত্ৰীদেউক সাক্ষাৎ কৰিবলৈ গৈছিল। তেওঁ আচাৰ্য্য গৰাকীক নমস্কাৰ জনালত তেখেতে এনেভাৱে হাত যোৰ কৰি থিয় হৈ ৰ'ল, যেন তেখেতকে মহা বিদগ্ধ পণ্ডিত এজনহে গৈছে। লিখকজনে আমাক কৈছিল : "মই ইমান বিপাঙত পৰিলোঁ, যেন মই বাগৰি পৰিম কাৰণ মই তেখেতৰ পুত্ৰৰ সমনীয়া, নমস্কাৰৰ যোগ্য নহয়।" তেখেতে যে সকলোকে সমান দেখিছিল, ই তাৰেই সাক্ষ্য। "আত্মৱৎ সৰ্বভূতেষু যঃ পশ্যতি সঃ পণ্ডিতঃ।"

সংস্কৃত পঢ়ালোকসকল গোড়া, সংৰক্ষণশীল আৰু সংকীৰ্ণমনা বুলি কোনো কোনোৱে কৰ খোজে। সেইটো "অল্পবিদ্যা ভয়ঙ্কৰী" কোনো অহংকাৰী লোকৰ ক্ষেত্ৰতহে হব পাৰে। স্বনামধন্য পণ্ডিত কৃষ্ণকান্ত সন্দিকৈ দেৱে হেনো এটা সাক্ষাৎ কাৰত কৈছিল : "অকল সংস্কৃত বা ইংৰাজী শিক্ষাৰে মানুহ প্ৰকৃত শিক্ষিত হব নোৱাৰে। এই দুয়োটা ভাষাৰ অধ্যয়নে মানুহৰ প্ৰকৃতি জ্ঞানী কৰিব পাৰে। আচাৰ্য্য শাস্ত্ৰীদেৱে দুয়োটা ভাষাৰেই গভীৰ জ্ঞান আহৰণ কৰিছিল। অসম আৰু বঙ্গ সংস্কৃত সমিতিৰ প্ৰায় সকলো বিষয় অধ্যয়ন কৰি শাস্ত্ৰীদেৱে বিপুল কৃতিত্ব অৰ্জন কৰিছিল।

বিভিন্ন স্থানত ভ্ৰমণ আৰু চাকৰিৰ অৱস্থিতিয়ে তেখেতৰ উদাৰ মনোবৃত্তিক সুপ্ৰকাশ কৰিছিল। ব্ৰাহ্মণৰ লগাইহে সংস্কৃত পঢ়িব লাগে, এনে ভাব তেখেতৰ নাছিল। নেপালী, আহোম, চুতীয়া, কোঁচ, কলিতাৰ ল'ৰাক সংস্কৃত পঢ়াৰ প্ৰসংগত তেখেতে বৰ উৎসাহ দিছিল। আনকি তেখেতে অন্য ধৰ্মৰ লোককো সংস্কৃত অধ্যয়নলৈ আকৃষ্ট কৰিছিল। এবাৰ দৰংজিলা ব্ৰাহ্মণ সমাজৰ অধিবেশনত ভাষণ দি তেখেতে এটা প্ৰসঙ্গত কৈছিল: 'ব্ৰাহ্মণ্য ধৰ্মক ঈৰ্ষা কৰাটো স্বাভাৱিক, কাৰণ সেই সকলে বেদ-শাস্ত্ৰ পঢ়া নাই। তেওঁলোকে ভাবে পূজা বিধিবোৰ ব্ৰাহ্মণে কৰি লোৱা। কিন্তু সেইবোৰৰ বেছিভাগ অব্ৰাহ্মণেই লিখা আছিল। মৎস্যৰাজ মৎস্যজীৱীসকলৰ অধিপতি আছিল। তেখেতে ভালেমান পূজাবিধি লিখি ব্ৰাহ্মণৰ হাতত অৰ্পণ কৰিছিল। তেওঁলোকে দেশ ৰক্ষা, দেশ-শাসন, কৃষি শিল্প আদিত ব্যস্ত থাকি বৈদিক কাৰ্য্য সম্পাদনৰ দায়িত্ব ব্ৰাহ্মণসকলক দিছিল। তেওঁলোকে যেতিয়া বেদশাস্ত্ৰ পঢ়িব, তেতিয়া তেওঁলোকে নিয়োগ কৰা ব্ৰাহ্মণসকলৰ প্ৰতি আপোনা-আপুনি সহানুভূতি জন্মিব।" তেখেতে এইদৰে সকলোৰে প্ৰতি উদাৰমনা হবলৈ কৈছিল। তেখেতৰ কথা আখৰে-আখৰে সত্য। এজন সংস্কৃতজ্ঞ অব্ৰাহ্মণ পণ্ডিতক কিছুমানলোকে পুৰোহিতালি কৰিবলৈ ধৰিছিল। কিন্তু তেখেতে কলে: "বৈদিক সংস্কাৰবোৰ আজন্ম কৰি গ'লহে পুৰোহিতালি কৰিব পাৰি, ই বেদৰ বচন।" শাস্ত্ৰ অধ্যয়ন কৰা বাবেই তেখেতে এনে মন্তব্য দিলে।

এবাৰ দৰংজিলা ব্ৰাহ্মণ সমাজৰ বিষয় বাচনি সভাত বৰ গৰম আলোচনা। এটি সম্প্ৰদায়ে মাহেকৰ ঠাইত এঘাৰ দিনত প্ৰেতকৰ্ম্ম কৰিবলৈ লৈছে। দুই-এজন পুৰোহিতে তেওঁলোকৰ ঘৰত পুৰোহিতালি কৰিছেগৈ। চাৰিওফালৰ পৰা প্ৰস্তাৱ উঠিছে, সেই পুৰোহিত কেইজনক সমাজৰ পৰা বহিষ্কাৰ কৰিব লাগে ইত্যাদি। সৰ্বশেষত সমাজৰ শিৰোমণি আচাৰ্য্য শাস্ত্ৰীৰ মন্তব্য বিচৰা হ'ল। তেখেতে কলে: "সেই পুৰোহিত কেইজনৰ সেইটো বৃত্তি। ঘৰ-সংসাৰ চলোৱা পৰিয়ালৰ ভৰণ-পোষণ কৰা তেওঁলোকৰ দায়িত্ব। সমাজে তেওঁলোকক বন্ধ কৰি তাৰ পৰিবৰ্তে কিবা বৃত্তি দিব পাৰিবনে বাৰু? গতিকে ইচ্ছুক পুৰোহিত সকল যাওক, আপোনালোকে আপত্তি নকৰিব।" তৎকালীন ভাবে বহুতে এই মন্তব্যত হয় ভৰ দিয়া নাছিল, কিন্তু প্ৰকাশ্যে একো কব নোৱাৰি বহি থাকিল। আজি ৩০ বছৰ পিছত তেখেতৰ সেই উদাৰ উক্তিৰ সাৰ্থকতা আমি উপলব্ধি কৰিব পাৰোঁইক।

বৈদিক তথা ব্ৰাহ্মণ্য ধৰ্ম ৰক্ষাৰ ক্ষেত্ৰতো তেখেতে উদাৰ মনোবৃত্তি গ্ৰহণ কৰিবলৈ ব্ৰাহ্মণ সকলক পৰামৰ্শ দিছিল। তেখেতে কৈছিল : "লোভ পৰিহাৰ কৰি আপোনালোকে নিঃস্বাৰ্থভাবে ধৰ্ম্ম কাৰ্য্য সম্পাদন কৰি যাওক, ধৰ্ম্মই আপোনালোকক ৰক্ষা কৰিব : 'ধৰ্ম্মো ৰক্ষতি ধাৰ্ম্মিকম্'।" তেখেতে এটি প্ৰবন্ধত লিখিছিল : "ব্ৰাহ্মণোচিত কৰ্ম্মৰ আচৰণ অতিশয় প্ৰয়াসসাধ্য, অথচ সেইবিলাক কোনো অৰ্থকৰী বা কামভোগৰ অনুকূল নহয়, বৰঞ্চ প্ৰতিকূলহে। বেদবিদ্যা ৰক্ষণাবেক্ষণৰ কৰ্ত্তৃত্ব ৰূপ অধিকাৰ ব্ৰাহ্মণ সকলৰ, কিন্তু তাৰ ফলভোগৰ কৰ্ত্তৃত্ব ৰূপ অধিকাৰ সকলো প্ৰাণীৰে উমৈহতীয়া" (২য় সংখ্যা ব্ৰহ্মজ্যোতি, ১৮৯৯ শক)।

বৈদিক ধৰ্ম, ব্ৰাহ্মণ্য ধৰ্ম, ভাগৱত ধৰ্ম, মহাপুৰুষীয়া ধৰ্ম আদি সম্পৰ্কত সঙ্কীৰ্ণতাক প্ৰশ্ৰয় কৰি বাক্-বিতণ্ডা, অসূয়া-অপ্ৰীতিৰ সৃষ্টি কৰাৰ কোনো মৌলিক কাৰণ নাই বুলি তেখেতে "ভগৱন্তৰ নাম মাহাত্ম্য আৰু ব্ৰাহ্মণ্য ধৰ্ম" প্ৰবন্ধত যুক্তি প্ৰদৰ্শন কৰিছে : "ব্ৰাহ্মণ্য ধৰ্ম বৈদিক ধৰ্ম, ভাগৱত ধৰ্ম, মহাপুৰুষ বিষ্ণুৰ উপাসনা প্ৰধান মহাপুৰুষীয়া ধৰ্ম এইবিলাক একে অৰ্থৰ বোধক, একেই কথা। তদনুসৰি ব্ৰাহ্মণ্য ধৰ্মৰ লোকে যিকোনো ধৰ্ম কৰ্মৰে অন্তত 'মমাচ্যুতঃ প্ৰীয়ন্তাম্'' এই কৰ্মৰ দ্বাৰা ভগৱন্ত বিষ্ণু মোৰ প্ৰতি সুপ্ৰসন্ন হওক : "এতদ্ সৰ্ব্বংকৰ্ম ভগবদ্ বিষ্ণুচৰণে সমৰ্পিতমস্তু" মোৰ এই সমস্ত কৰ্ম বিষ্ণুৰ চৰণত সমৰ্পণ কৰা হ'ল, সৰ্ব্বশেষত 'ওঁ হৰি ওঁ হৰিঃ মন্ত্ৰে বাক্যে'' ইত্যাদি মন্ত্ৰৰ দ্বাৰাহে কাৰ্য্যৰ সমাপ্তি ঘটোৱা হয়। শ্ৰীশ্ৰীশঙ্কৰদেৱৰ 'নিমি নৱসিদ্ধ'ৰ পৰাও উদ্ধৃতি দি তেখেতে প্ৰতিপন্ন কৰিছিল যে, ভগৱন্ত বিষ্ণুত সমৰ্পিত শ্ৰৌত স্মাৰ্ত ধৰ্মই ভাগৱত ধৰ্ম :

> "নিত্য-নৈমিত্তিক আদি জাতি-ধৰ্ম
> আশ্ৰমৰ যত কৰ্ম।
> কৃষ্ণত অৰ্পিলে সিও হোৱে জানা,
> মহাভাগৱত ধৰ্ম।"

তেখেতৰ কেবা গৰাকী শিষ্যই একেমুখে কয়, দৰ্শন আৰু বেদান্তৰ সুপণ্ডিত গুৰুদেৱৰ উদাৰতাৰ বিষয়ে ভাষাৰে বৰ্ণনা কৰা টান। তেখেতৰ আঠোটি লৰা-ছোৱালীৰ শিক্ষা-দীক্ষা, খোৱা-বোৱাত যিমান যত্ন, কলেজৰ ছাত্ৰ-ছাত্ৰীৰ ক্ষেত্ৰতো সিমানেই যত্ন আৰু আন্তৰিকতা। তেখেতৰ ওচৰচপা দুখীয়া লৰা-ছোৱালীক তেখেতে যিকোনো উপায়ে শিক্ষা গ্ৰহণৰ এটা সুবিধা কৰি দিয়ে।

তেখেতৰ দ্বাৰা উপকৃত হোৱা ভালেকেইজন লোক এতিয়া টোল বা বিদ্যালয়ত সুপ্ৰতিষ্ঠিত হৈছে।

ব্যাকৰণৰ মধ্য পৰীক্ষাত উত্তীৰ্ণ হৈ সংস্কৃতত শিক্ষা বৰীয়াকৈ পাণ্ডিত্য লাভ কৰি এজন লোকে সংস্কৃত টোলত অধ্যাপনা কৰিছিল। কিন্তু উপাধি নোহোৱা বাবে চৰকাৰী দৰমহা নাপায়। শাস্ত্ৰী মহাশয়ে এই কথা জানিব পাৰি তেওঁক নলবাৰীলৈ মাতি নি "বিদ্যাভূষণ" উপাধি দি এখন প্ৰমাণ পত্ৰ দিলে। ইয়াৰ ফলত তেওঁ চৰকাৰী স্বীকৃতি পালে। শাস্ত্ৰীৰ এই উদাৰ সহানুভূতিৰ বাবে দৰংজিলা ব্ৰাহ্মণ সমাজৰ ভূতপূৰ্ব্ব উপসভাপতি ৺উত্তম শৰ্ম্মা বৰুৱা আজীৱন কৃতজ্ঞ পাশত আবদ্ধ আছিল। □

## জ. আচাৰ্য্য শাস্ত্ৰীৰ সাধনাৰ বিভিন্ন দিশ ঃ

ক. বিধি ব্যৱস্থাপক শাস্ত্ৰী

খ. দৰং জিলা ব্ৰাহ্মণ সমাজ আৰু শাস্ত্ৰী

গ. দৰং জিলা সাহিত্য সভা আৰু শাস্ত্ৰী

# বিধি ব্যৱস্থাপক আচাৰ্য্য শাস্ত্ৰী

শ্ৰীপুৰন্দৰ দেৱ শৰ্মা শাস্ত্ৰী

আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰীৰ সকলো বিষয়ৰ বিধি প্ৰায়ভাগেই কণ্ঠস্থ আছিল। ব্যৱস্থাপক হিচাবেও দেশত অগ্ৰগণ্য আছিল। বিধি কাক বোলে ? উঃ অজ্ঞাত জ্ঞাপনমাজ্ঞাচ বিধিঃ। অজ্ঞাতজ্ঞাপনং ( আগতে যিটো বিষয়ত আমাৰ অলপো জ্ঞান বোধ নাছিল, সেই বিষয়টো, স্পষ্টকৈ যিটো বাক্যই আমাক জনাই দিয়ে ) অজ্ঞাচ ( আৰু লগতে সেই কৰ্মটো কৰিবলৈ আমাক আদেশ দিয়ে ) সেইটোৱে হৈছে বিধি। বিধিৰ অৰ্থ বিধান অৰ্থাৎ প্ৰাণী শ্ৰেষ্ঠ মানৱ জাতিক জন্মৰে পৰা মৃত্যুলৈকে কৰ্ম্মময় সংসাৰত ধাৰ্ম্মিক জীৱন যাপন কৰিবলৈ আচাৰ-ব্যৱহাৰ, খাদ্য-অখাদ্য, চলন-ফুৰণ, পাপ-পুণ্য, ধৰ্ম্ম-অধৰ্ম্ম, বিবাহ বিচ্ছেদ, অধৰ্ম্মী আৰু পাপীৰ প্ৰতিকাৰ আদি সকলো বিষয়ৰ কৰ্ত্তব্য অকৰ্ত্তব্যৰ ওপৰত ত্ৰিকালজ্ঞ,বেদজ্ঞ ঋষি মুনিসকলে দিয়া কিছুমান নিৰ্দ্দেশ। যিবিলাক ঋষি-মুনিৰ ওচৰত আহি দেশ-বিদেশৰ মানুহে নিজৰ নিজৰ চৰিত্ৰৰ কথা শিক্ষা কৰিছিল। মনুৱে লিখিছে : 'এতদ্দেশঃপ্ৰসূতস্য সকাশাদগ্ৰজন্মনঃ। স্বং স্বং চৰিত্ৰং শিক্ষেৰণ পৃথিব্যাং সৰ্ব্ব-মানবাঃ ' চৰিত্ৰ শিকিছিল মানে নিজৰ আচাৰ-ব্যৱহাৰ শিকিছিল। আচাৰ মানেই ধৰ্ম্ম। যেনে : চতুৰ্ণামপি বৰ্ণানামাচাৰো ধৰ্ম্মপালকঃ। আচাৰভ্ৰষ্টো দেহীনাং ভৱেদ্ধৰ্ম্মঃ পৰাংমুখঃ।' অৰ্থাৎ ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য আৰু শূদ্ৰ এই চাৰি জাতিয়ে যিবিলাক আচাৰ পালন কৰি আহিছে তাতেই ধৰ্ম্মপালন কৰা হৈছে। আচাৰভ্ৰষ্ট লোকসকল ধৰ্ম্ম পৰাংমুখ হয়। মানুহে কুকৰ্ম্মত প্ৰবৃত্ত হৈ ধৰ্ম্মভ্ৰষ্ট হলে পূৰ্ব্বত ঋষি-মুনিসকলে প্ৰণয়ন কৰা পুৰাণ, সংহিতা, গৃহ্যসূত্ৰ আদি ধৰ্ম্মগ্ৰন্থ চাই ধৰ্ম্ম ভ্ৰষ্ট পাপৰ প্ৰতিকাৰৰ বিধান দিয়ে। বিধি বহু প্ৰকাৰৰ। তাৰে কিছুমান প্ৰবৃত্তিমাৰ্গৰ। অৰ্থাৎ কেৱল মাত্ৰ কৰ্ম্ম কৰিবলৈ নিৰ্দ্দেশ দিয়ে। যেনে : সত্যং ব্ৰুয়াৎ, প্ৰিয়ং ব্ৰুয়াৎ,অশ্বযুক কৃষ্ণপক্ষেতু শ্ৰাদ্ধং কুৰ্য্যাৎ দিনে দিনে। ব্ৰাহ্মো মুহূৰ্ত্তে বুধ্যেত, স্মৰেৎ দেববৰান্ ঋষীন্। স্বপিতৃভ্যঃ পিতা দদ্যাৎ সুত সংস্কাৰ কৰ্ম্মসু, ত্ৰিংশদ্‌বৰ্ষা ষোড়শবৰ্ষাং ভাৰ্য্যাং বিন্দেত্‌ ইত্যাদি। কিছুমান

নিবৃত্তিমাৰ্গৰ, অৰ্থাৎ সেই কৰ্ম্মটো কৰিবলৈ নিষেধ কৰে। যেনে ঃ মা ব্ৰুয়াৎ সত্যমপ্ৰিয়ং। উৎস্ৰাৱে মৈথুনে চৈব প্ৰস্ৰাৱে দন্তধাৱনে। হোমে ভোজনকালেচ ষট্‌সু মৌনং সমাচৰেৎ।' অৰ্থাৎ শৌচ কৰোতে সহবাসত, পেচাব কৰোতে, দাঁত মাজোতে, হোমৰ আহুতি দিওতে আৰু খোৱাৰ সময়ত মৌনী হৈ থাকিব লাগে। মৌনী অৱস্থাই কথাবতৰা পাতিবলৈ নিষেধ কৰিছে। পুনৰ কিছুমানত প্ৰবৃত্তি-নিবৃত্তি এটাও নাই কেৱল আছে প্ৰতিকাৰৰ বিধান। যেনে ঃ যাজকান্নং নৱশ্ৰাদ্ধং সংগ্ৰহে চৈবভোজনং। নাৰী প্ৰথম গৰ্ভেচ ভুক্ত্বা চান্দ্ৰায়নঞ্চৰেৎ' অৰ্থাৎ শ্মশানত প্ৰেত কাৰ্য্য কৰা ব্ৰাহ্মণৰ অন্ন, আদ্য শ্ৰাদ্ধৰ অন্ন, টকা-পইচা সংগ্ৰহ কৰি ভোজ খালে আৰু প্ৰথম গৰ্ভধাৰণ কৰা তিৰোতাই ৮ মাহলৈ গৰ্ভিণীব্ৰত পালন কৰা অৱস্থাত সেই তিৰোতাই ৰন্ধা ভাত খালে চান্দ্ৰায়ন প্ৰায়শ্চিত্ত হব লাগে। এই প্ৰতিকাৰৰ বিধানটোকে গুৰুত্ব আৰোপ কৰি উক্ত কথা কেইটা বিশেষভাৱে নকৰিবলৈ নিষেধ কৰিছে। এনেকুৱাকৈ বহুপ্ৰকাৰৰ বিধি আছে, যিবিলাক বিধিয়ে গোটেই জগতখনকে নিয়ামিভাৱে শাসন কৰি আছে। অকল বিধি থাকিলেই নহয়, বিধি দিবলৈ ব্যৱস্থাপক লাগে। ব্যৱস্থাপক নহলে বিধি, বিধি হৈ থাকিব, কোনো কামত নাহে, খোলাৰ ভিতৰত থকা নাৰিকলৰ দৰে।

ব্যৱস্থাপক কাক বোলে? উঃ দেশ-কাল-পাত্ৰ চাই অৰ্থাৎ দেশত সমাজৰ লোকসকল কি গতিত চলিছে, বিধি দিলে তাৰ কিবা প্ৰতিক্ৰিয়া হব পাৰে নেকি ইত্যাদি বিবেচনা কৰি শাৰীৰিক সুস্থ, অসুস্থ, স্ত্ৰী, বাল, বৃদ্ধ, যুবা, ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য, শূদ্ৰ আদি দিশবিলাক সম্যক্ পৰ্য্যালোচনা কৰি সমাজৰ কোনো ক্ষতি সাধন নোহোৱাকৈ আৰ্থিক বলাবল চাই সকলোৰে মনো-পুত হোৱাকৈ ধৰ্ম্মোপদেশ দিব পৰা যোগ্যতা থকা ধৰ্ম্মশাস্ত্ৰজ্ঞ লোকসকলক ব্যৱস্থাপক বোলে। অতীতত ৰাজশাসন চলি থকা কালছোৱাত গুৰুভাৰ থকা গোস্বামীসকল আছিল ব্যৱস্থাপক। কালক্ৰমত সেই প্ৰথা লোপ পোৱা যেন হৈছে। আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰী ব্যৱস্থাপকসকলৰ আগশাৰীৰ ব্যৱস্থাপক আছিল। তেখেতে ৰঘুস্মৃতি, অসম স্মৃতি, মীমাংসা আৰু বেদান্ত শাস্ত্ৰ অধ্যয়ন কৰি সুখ্যাতিৰে কৃতকাৰ্য্য হৈ সোণৰ পদক লাভ কৰিছিল। পিছত সেই শাস্ত্ৰৰ

অধ্যাপনাও কৰিছিল। আইনাত প্ৰতিবিম্বিত হোৱা ছবিৰ দৰে স্মৃতিশাস্ত্ৰৰ বিষয়বস্তু বিলাক তেখেতৰ স্মৃতিশক্তিৰ বলত চকুৰ আগত ভাহি থকা যেন আছিল। সংসাৰত মানৱ সমাজৰ মাজত চলিত আচাৰ আদি বিষয় সমূহৰ যিকোনো সন্দিহমান কথা তেখেতক প্ৰশ্ন কৰি জানিব খুজিলে, লগে লগে সেই-প্ৰশ্নৰ যথাযথভাৱে শাস্ত্ৰসন্মত উত্তৰ দি প্ৰশ্নকৰ্ত্তাসকলক সন্তোষিত কৰিছিল। প্ৰায় ৩৫/৪০ বছৰ পূৰ্বে শূদ্ৰসম্প্ৰদায়ে মাহকীয়া অশৌচ ওচাই ১১ দিনীয়া, ১৩ দিনীয়া অশৌচ পালন কৰাত ব্ৰাহ্মণসম্প্ৰদায় আৰু শূদ্ৰসম্প্ৰদায়ৰ মাজত চলা মনোমালিন্যৰ গুৰি ধৰি তেখেতে এনে এটা পৰামৰ্শ আগবঢ়ালে, যিটো পৰামৰ্শই ব্ৰাহ্মণ-সম্প্ৰদায় আৰু শূদ্ৰসম্প্ৰদায় উভয়কে অশৌচ সম্পৰ্কত চলাৰ পথ দিলে আৰু ধৰ্মশাস্ত্ৰৰ নীতিৰো কোনো লৰচৰ নহ'ল। তেখেত যে সদায় নব্যপন্থী আছিল তাৰ আভাস ইয়াৰ পৰাই পোৱা যায়। □

# দৰং জিলা ব্ৰাহ্মণ সমাজ আৰু আচাৰ্য্য শাস্ত্ৰী

শ্ৰীদিবাকৰ শৰ্মা

১৯৪৪ শকৰ (ইং ১৯২২ চন) ২৩ ফাগুনৰ দিনা কেইগৰাকী মান উদীয়মান লোকৰ সৌজন্যত ব্ৰাহ্মণ সমাজৰ ভিতৰত চলা কিছুমান কু-প্ৰথা বিলোপ কৰিবলৈ আৰু ব্ৰাহ্মণ সকলৰ ধাৰ্মিক, শাৰীৰিক, সামাজিক, মানসিক আৰু নৈতিক আদি দিশৰ উন্নতিকল্পে সদৌ মঙ্গলদৈ ব্ৰাহ্মণ সমাজ প্ৰতিষ্ঠিত হৈছিল। ফল স্বৰূপে ব্ৰাহ্মণ সমাজৰ বহুতো সমস্যা আৰু নীতি-নিয়মৰ সংস্কাৰ সাধিত হয়। সংস্কাৰ সমূহৰ ভিতৰত আছিল - কন্যাপণ বন্ধ কৰা, সংস্কৃত শিক্ষাৰ প্ৰতি মন আকৰ্ষণ কৰিবৰ বাবে সংস্কৃত টোল প্ৰতিষ্ঠা কৰি দেৱ ভাষাৰ প্ৰচাৰ আৰু প্ৰচাৰৰ ব্যৱস্থা কৰা, নিৰক্ষৰতা দূৰীকৰণ, অস্পৃশ্যতা দূৰীকৰণ, বৈদিক কৰ্মকাণ্ড অধ্যয়নশীল ছাত্ৰক বৃত্তি-সাহায্য আদি দি উৎসাহ যোগোৱা, দুখীয়া ব্ৰাহ্মণৰ দশ সংস্কাৰৰ বাবে সাহায্য দিয়া আদি। বৰ্তমান এই সমাজৰ নাম জিলা ভিত্তিত দৰং জিলা ব্ৰাহ্মণ সমাজ ৰখা হৈছে। সমাজে ইতিমধ্যে সোণালী জয়ন্তী আৰু হীৰক জয়ন্তী উৎসৱ পালন কৰিছে। চাৰি জন ছাত্ৰই ইতিমধ্যে বেদ বিদ্যালয়ৰ শিক্ষা শেষ কৰি আহিছে আৰু এজনে পঢ়ি আছে। সমাজে এওঁলোকক বৃত্তি দি আহিছে। সমাজৰ পৃষ্ঠপোষক, হিতাকাংক্ষীলোক সকলৰ ন্যাস পুঁজীৰ ধন, আজীৱন সদস্যৰ বৰঙণি, বাৰ্ষিক চাঁদা, আলোচনী চাঁদা আদিয়ে সমাজৰ পুঁজী টনকিয়াল কৰিছে। পুঁজীৰ ধনেৰে ছাত্ৰ-ছাত্ৰীৰ বৃত্তি, ৰোগীক সাহায্য, দশকৰ্মৰ বাবে সাহায্য আদি ব্যৱস্থা কৰা হয়। প্ৰতি দুবছৰৰ মূৰে মূৰে ব্ৰহ্মজ্যোতি নামৰ সমাজৰ মুখপত্ৰ খনি প্ৰকাশ পায়। অসমৰ বিভিন্ন পণ্ডিত সকলৰ প্ৰবন্ধপাতিয়ে মুখপত্ৰ খনিৰ মানদণ্ড উন্নত কৰি আহিছে। বৰ্তমান মঙ্গলদৈ চহৰত সমাজৰ নিজা মাটিত কাৰ্য্যালয় আৰু আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰী স্মৃতি পুথিভঁৰালৰ গৃহৰ কাম আৰম্ভ হৈছে আৰু হিতাকাংক্ষী ৰাইজৰ সহায় সহযোগত অগ্ৰগতি লাভ কৰিছে।

আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰীদেৱ অসম তথা ভাৰতৰ এজন বিশিষ্ট সংস্কৃত পণ্ডিত। দৰং জিলা ব্ৰাহ্মণ সমাজৰ প্ৰতি এই এই গৰাকী পণ্ডিতৰ অবিহণা আছিল সৰ্ব্বাধিক। জীৱিত কালত পণ্ডিতজনা আছিল সমাজৰ প্ৰাণ

স্বৰূপ। হোজাৰ পৰা পণ্ডিতসকলোৱে তেওঁক নজনা কথাৰ প্ৰশ্ন সুধি ব্যতিব্যস্ত কৰিছিল ; কিন্তু পণ্ডিত জনাই এটি মিঠা হাঁহিৰে যুক্তিপূৰ্ণ উত্তৰ দিছিল। তেওঁৰ যুক্তিপূৰ্ণ সমাধানৰ দ্বাৰা ব্ৰাহ্মণ সমাজ উপকৃত হৈছিল আৰু বিভিন্ন দিশত সংস্কাৰ সাধিত হৈছিল। যজমান হ'ব পৰা ক্ষেত্ৰত প্ৰশ্নৰ উত্তৰত তেওঁ কৈছিল যে, যি সকলে শ্ৰদ্ধাৰে পুৰোহিতালি কৰিবলৈ নিমন্ত্ৰণ দিয়ে তেওঁলোকক বৰ্জিব পাৰি। ইয়াৰ দ্বাৰা দেখা গ'ল যে, পুৰোহিতালি কৰা ক্ষেত্ৰত জাতি লৈ কোনো প্ৰশ্ন অহা নাই। গীতা পাঠত সিদ্ধহস্ত পণ্ডিত গৰাকীয়ে প্ৰত্যেকটো শব্দ বিন্যাস কৰি ( পতাকা প্ৰকাশ'ৰ দৰে ) এনেভাৱে ব্যাখ্যা দিছিল যে মানুহে তন্ময় হৈ একেথিৰে শুনিছিল। গীতাৰ শ্লোক মুখস্থ কৰি পাৰলৈ তেখেতে কৈছিল আৰু শুদ্ধভাৱে নিষ্ঠাৰে গায়ত্ৰী পাঠ কৰি আত্মশুদ্ধি কৰাৰ কথা কৈছিল। আত্মশুদ্ধি হ'লে মনত দ্বিধা, বিদ্বেষ আদি ভাৱ নাথাকে আৰু মানৱতা ভাৱ জাগে। আচাৰ্য্য গৰাকীয়ে ব্ৰাহ্মণ সকলক প্ৰকৃত ব্ৰাহ্মণ হ'বলৈ দঢ়াই দঢ়াই কৈছিল। প্ৰত্যেক সংখ্যা 'ব্ৰহ্মজ্যোতি'ত মূল্যবান একোটিকৈ প্ৰবন্ধ প্ৰকাশৰ বাবে দি মুখপত্ৰ খনি অলংকৃত কৰিছিল। বিধি-ব্যৱস্থাৰ প্ৰয়োগ, পুৰোহিতৰ কৰ্তব্য, সংস্কৃতৰ শুদ্ধ উচ্চাৰণ, ব্ৰাহ্মণৰ নিত্য-নৈমিত্তিক আদি বিষয়ত তেওঁ সততে সদুপদেশ দিছিল। দৰং ব্ৰাহ্মণ সমাজক গতিশীল আৰু কৰ্মশীল কৰি তোলাত আচাৰ্য্য শাস্ত্ৰীৰ ভূমিকা আছিল সুদূৰ প্ৰসাৰী। ●

# আচাৰ্য্য শাস্ত্ৰী আৰু দৰং জিলা সাহিত্য সভা

শ্ৰীভিম্বেশ্বৰ শইকীয়া

দৰং জিলাৰ তুনীৰ ওচৰৰ একেবাৰে আওঁহতীয়া আৰু অখ্যাত এখনি ঠাই ভেকলা। ভেকলাৰ দলনি পোত পৈ সৃষ্টি হোৱা এই গাঁওৰ বোকাত জন্মা এপাহ পদুমৰ গোন্ধে এদিন অসম তথা ভাৰতৰ সংস্কৃত সভা আলোকিত কৰি অসমী আইৰ মুখ উজ্জ্বল কৰি তুলিছিল। নিচেই সৰু দুখীয়া পৰিয়ালত জন্ম গ্ৰহণ কৰিও কঠোৰ সাধনা আৰু অধ্যৱসায়ৰ বলত বিৰল প্ৰতিভাৰ গৰাকী হৈ ৰাষ্ট্ৰপতিৰ পুৰস্কাৰ অৰ্জন কৰিবলৈ সমৰ্থ হোৱা এই জনা ক্ষণ জন্মা ব্যক্তিয়েই হ'ল আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰী, ভাৰতীয় পণ্ডিত আৰু বিদ্বৎ সমাজত যি সুপৰিচিত আৰু প্ৰশংসিত। পাশ্চাত্য শিক্ষা আৰু সভ্যতাৰ লাহ-বিলাহতকৈ পৰম্পৰাগত প্ৰাচ্য তথা ভাৰতীয় শিক্ষা সভ্যতাৰ উচ্চ-নৈতিক আৰু আধ্যাত্মিকতাৰ চহকী দিশটোৰ প্ৰতি তেওঁ হৈছিল অধিকভাৱে আকৃষ্ট, যাৰ বাবে মৃত্যুৰ মুহূৰ্ত্তলৈ তেওঁ বেদ-বেদান্তৰ অতল সমুদ্ৰত জ্ঞানৰ মণি-মুকুতা বিচাৰি ফুৰিছিল।

দৰং জিলা সাহিত্য সভা গৌৰৱান্বিত যে এই সভাই (১৯৭৭ চনত) পূৰ্ণজন্ম লাভ কৰি ঠৈয়-ভঙ্গ দিয়বলৈ ধৰা প্ৰাক্ কালতে শাস্ত্ৰীদেৱক সভাপতিৰূপে বৰণ কৰি তেওঁৰ সাহচৰ্য্য আৰু পাণ্ডিত্যৰ স্পৰ্শানুভূতি লাভ কৰিবলৈ সমৰ্থ হৈছিল। তেতিয়া এই সভাৰ নাম আছিল মঙ্গলদৈ জিলা সাহিত্য পৰিষদ। ১৯৭৯ খৃঃ ৰ ৩১ মাৰ্চ আৰু ১ লা এপ্ৰিলত দুদিনীয়াকৈ বিস্তৃত কাৰ্য্যসূচীৰে এই সভাৰ ষষ্ঠ বাৰ্ষিক অধিৱেশন অনুষ্ঠিত হৈছিল দলগাঁও সাহিত্য সভাৰ উদ্যোগত-দলগাঁও উচ্চ মাধ্যমিক বিদ্যালয় প্ৰাঙ্গনত। শাখাসভা সমূহৰদ্বাৰা নিৰ্বাচিত মুকলি অধিৱেশনৰ সভাপতি আচাৰ্য্য শাস্ত্ৰীদেৱক আদৰিবলৈ অভ্যৰ্থনা সমিতি তথা দলগাঁওবাসী ৰাইজে বিপুল আয়োজনৰ ব্যৱস্থা কৰিছিল। এখন সুসজ্জিত জীপ গাড়ীত শ্ৰীশাস্ত্ৰীদেৱক লৈ দলগাঁও ডাকবঙলাৰ পৰা সহস্ৰাধিক লোকে শোভা যাত্ৰা আৰম্ভ কৰে। আগত সুসজ্জিত দুয়টা হাতী, একুৰি বিহা-মেখেলা পৰিহিতা গাভৰু, ঢেপাচ্‌লীয়াৰ দল, খেৰাই নৃত্য, গায়ন-বায়ন আদিৰে প্ৰায় চাৰি কিলোমিটাৰ পথ পৰ্য্যন্ত বিস্তীৰ্ণ এই শোভাযাত্ৰা মূল সভাস্থলীলৈ আগবাঢ়ে।

কেবাহাজাৰো লোকৰ সমাবেশত চিৰ চেনেহী মোৰ ভাষা জননী গীতেৰে সভাৰ শুভাৰম্ভ হোৱাৰ পিছত দৰং জিলা সাহিত্য সভাৰ বিদায়ী সভাপতি ( অসম সাহিত্য সভাৰ তদানীন্তন সভাপতি ) শ্ৰীঅতুল চন্দ্ৰ বৰুৱা দেৱৰ প্ৰস্তাৱ আৰু সম্পাদক শ্ৰীভিম্বেশ্বৰ শইকীয়াৰ সমৰ্থনত আচাৰ্য্য শাস্ত্ৰীদেৱে সভাপতিৰ আসন গ্ৰহণ কৰে। অভ্যৰ্থনা সমিতিয়ে ফুলাম গামোছা আৰু ফুলৰ মালাৰে তেওঁক বিপুলভাৱে সম্ভাষণ জনায়। এই অধিবেশনৰ বিশিষ্ট অতিথিসকলৰ অন্যতম আছিল বি. বৰুৱা মহাবিদ্যালয়ৰ অধ্যক্ষ ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য আৰু অধ্যাপক শ্ৰীযোগেশ দাস ( পিছলৈ অসম সাহিত্য সভাৰ সভাপতি )। সভাৰ উদ্বোধক আছিল তদানীন্তন অসম সাহিত্য সভাৰ উপসভাপতি শ্ৰীৰজনীকান্ত দেৱ শৰ্মা। শ্ৰীশাস্ত্ৰীয়ে আগবঢ়োৱা সভাপতিৰ অভিভাষণত সাহিত্যৰ স্বৰূপ, প্ৰকৃতি, উদ্দেশ্য আদি তত্ত্ব ব্যাখ্যা কৰাৰ উপৰি দৰঙৰ সাহিত্যিক ঐতিহ্য আৰু থলুৱা কলা কৃষ্টিৰ বৈশিষ্ট্যও দাঙি ধৰে। এই অধিবেশনত গৃহীত গুৰুত্বপূৰ্ণ প্ৰস্তাৱসমূহৰ অন্যতম আছিল দৰঙৰ আঞ্চলিক শব্দসমূহ সঙ্কলন কৰি এখন শব্দকোষ প্ৰকাশ কৰা আৰু অসমৰ চৰ আৰু বিজাৰ্ভসমূহত হোৱা ব্যাপক বেদখল উচ্ছেদৰ বাবে চৰকাৰক দাবী জনোৱা। শাস্ত্ৰীদেৱৰ এঘাৰ পৃষ্ঠা জোৰা প্ৰকাশিত ভাষণখন দৰঙৰ সাহিত্য আৰু কলাকৃষ্টিৰ এক মূল্যবান দলিল স্বৰূপ। শাস্ত্ৰীদেৱ ১৯৮১ খৃঃৰ মাৰ্চ মাহৰ ৩ আৰু ৪ তাৰিখে কলাইগাঁৱত অনুষ্ঠিত জিলা সভাৰ ৮ম বাৰ্ষিক অধিবেশনৰ সময়লৈ ইয়াৰ সভাপতি পদত আছিল। এই সময়ছোৱা অসমৰ সামাজিক আৰু সাংস্কৃতিক ইতিহাসৰ বাবে ভয়ানক দুৰ্যোগ আৰু সংঘাতৰ সময়। বিদেশী বহিষ্কাৰৰ মূল দাবীৰ হকে দৰং জিলা সাহিত্য সভায়ো ১৯৭৯ চনৰ আৰম্ভণিৰ পৰা দৰং জিলাত আন্দোলনৰ নেতৃত্ব দিছিল। ৰাজ্যৰ অশান্ত পৰিস্থিতিৰ উপৰি শাৰীৰিক অসুস্থতাৰ হেতুকেও শাস্ত্ৰীদেৱে দৰং জিলা সাহিত্য সভাৰ প্ৰায়বোৰ সভা-সমিতিতে নলবাৰীৰ পৰা যাতায়ত কৰি যোগদান কৰা সম্ভৱ নহৈছিল। সভাৰ সদস্যসকলে তেওঁক কোনো দিনে ভুল বুজা নাছিল আৰু তেওঁৰ ওপৰত সকলোৰে বিশ্বাস আৰু আস্থা অটুট আছিল। সভাপতিৰ অনুপস্থিতিত উপসভাপতি শ্ৰীগজেন্দ্ৰ নাথ চহৰীয়াদেৱে প্ৰায়বোৰ সভাতে সভাপতিত্ব কৰিছিল। শাস্ত্ৰীদেৱৰ পাণ্ডিত্য, মহানুভৱতা, সৰলতা আৰু পবিত্ৰতাৰ বলত সকলোৰে লগত আন্তৰিক একাত্মতা গভীৰ হৈছিল ; সেয়ে চিঠি-পত্ৰাদিৰ যোগে পঠোৱা দুই একোটা পৰামৰ্শই জটিল সমস্যা একোটিৰ সিদ্ধান্ত গ্ৰহণত বিশেষভাৱে সহায় কৰিছিল।

দৰং জিলা সাহিত্য সভাৰ আন এটা উল্লেখনীয় শুভ কাৰ্য্যৰ সৈতে শাস্ত্ৰীদেৱৰ নাম সংপৃক্ত এই সভাৰ মূল কাৰ্য্যালয় আৰু ভৱন মঙ্গলদৈ সাহিত্য ভৱন ১৯৮২ খৃঃৰ শেষৰফালে যেতিয়া নিৰ্মাণ কৰি উলিওৱা হ'ল তেতিয়া ইয়াৰ শুভ উদ্বোধনৰ বাবে তেওঁক আমন্ত্ৰণ কৰা হ'ল। সিদিনা আছিল ৫ ডিচেম্বৰ দেওবাৰ। আগদিনাই আহি বামুণপাৰাত নিশা কটোৱা শাস্ত্ৰীদেৱে নিৰ্দিষ্ট সময় দিনৰ ঠিক ১২বজাৰ আগে আগে আহি সভাস্থলীত উপস্থিত হয় আৰু শংখ-ঘণ্টা-ভৰা আদি পবিত্ৰ মঙ্গল ধ্বনিৰ মাজত এক গাম্ভীৰ্য্যপূৰ্ণ স্বস্তিবাচন তথা বেদ মন্ত্ৰ পাঠ কৰি ভৱনৰ দুৱাৰ তেওঁ আনুষ্ঠানিকভাবে মুকলি কৰে। কোৱা বাহুল্য যে তেওঁৰ বেদ মন্ত্ৰ পাঠৰ স্পষ্ট আৰু শুদ্ধ উচ্চাৰণ পদ্ধতি আছিল অতি উচ্চ খাপৰ। ভৱন উদ্বোধনৰ খন্তেক পিছতে ভৱনৰ কক্ষত অনুষ্ঠিত উদ্বোধনী সভাত তেওঁ বি তাৎপৰ্য্যপূৰ্ণ আৰু জ্ঞান গভীৰ ভাষণ দিছিল সেই সভাৰ দৰ্শক শ্ৰোতাৰ মনত আজিও সি সজীৱ হৈ জিলিকি আছে। তেওঁ সাহিত্যৰ সংজ্ঞা ব্যাখ্যা কৰাৰ উপৰি মানৱজাতিৰ বিকাশত সাহিত্য সংস্কৃতিয়ে পালন কৰিবলগীয়া ভূমিকাৰ বিশদ ব্যাখ্যাও দাঙি ধৰে।

দৰং জিলা সাহিত্য সভাৰ সৈতে শাস্ত্ৰীদেৱৰ আকৌ এবাৰ আনুষ্ঠানিক মিলন সাধিত হৈছিল ১৯৮১ খৃঃৰ ফেব্ৰুৱাৰী মাহৰ ১৯ তাৰিখ দেওবাৰে। সিদিনা বিশিষ্ট সাহিত্যিক শ্ৰীমঙ্গল চণ্ডী ব্ৰহ্মৰ সভাপতিত্বত দৰং জিলা সাহিত্য সভাৰ একাদশ বাৰ্ষিক অধিবেশনৰ মুকলি সভা অনুষ্ঠিত হৈছিল ওদালগুৰিত এই সভাৰ প্ৰতি থকা তেওঁৰ অকৃত্ৰিম মৰম আৰু আকৰ্ষণৰ বাবে আগদিনাই আহি তেওঁ মঙ্গলদৈত তেওঁৰ পুত্ৰ ডা° নিখিল ৰঞ্জন শৰ্মাৰ ঘৰত নিশা কটাই পিছদিনা ওদালগুৰিত উপস্থিত হৈছিলগৈ। অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি শ্ৰীঅতুল চন্দ্ৰ বৰুৱাদেৱে উদ্বোধন কৰা এই সভাত শাস্ত্ৰীদেৱে বিশিষ্ট অতিথিৰূপে তেওঁৰ স্বভাৱসুলভ পাণ্ডিত্যৰে সাৰগৰ্ভ বক্তৃতা দিছিল। বিশেষকৈ দৰঙৰ মাৰৈগোৱা ওজাপালি আৰু ঢেপাচুলীয়াত জনজাতীয় প্ৰভাৱ সম্পৰ্কে তেওঁ যুক্তিসহকাৰে ব্যাখ্যা কৰিছিল।

শাস্ত্ৰীদেৱৰ পাণ্ডিত্যৰ বহল ব্যাখ্যা দিয়াৰ নিষ্প্ৰয়োজন। ১৯৮৪ খৃঃত প্ৰকাশিত দৰং জিলা সাহিত্য সভাৰ ১ ম সংখ্যা পত্ৰিকাতৈ তেওঁ "বাক্যৰ স্বৰূপ, কাৰণ আৰু প্ৰয়োজন" শীৰ্ষক এটি পাণ্ডিত্যপূৰ্ণ প্ৰবন্ধ আগবঢ়াই এই সভাক অনুপ্ৰাণিত কৰিছিল। সংশ্লিষ্ট বিষয়টি তেওঁ শব্দ আৰু ধ্বনি, কৃষ্টি আৰু সংস্কৃতিৰ সংহতি-সাধন, শব্দ, বাক্যৰ স্বৰূপ, বাক্যৰ কাৰণ, বাক্যৰ প্ৰয়োজন,

সাহিত্য, অসমীয়া কৃষ্টি-সংস্কৃতি, দৰঙীয়া কৃষ্টি-সংস্কৃতি, অসমীয়া সাহিত্য, ৰাক্যৰ অধিকাৰী আদি মুঠ ১২ টা দিশৰপৰা তাত্ত্বিক দৃষ্টিৰে ফঁহিয়াই দেখুৱাইছে।

দৰঙৰ আপুৰুগীয়া কলা-কৃষ্টিসমূহৰ চৰ্চা আৰু বিকাশৰ ক্ষেত্ৰত শাস্ত্ৰীদেৱৰ বৰঙণি অনন্য। এই দিশত গঠিত দৰঙী কলা কৃষ্টি উন্নয়ন সংঘৰ উপযোগিতা ব্যাখ্যা কৰি তেওঁ কৈছিল, 'মঙ্গলদৈ জিলা সাহিত্য পৰিষদ' আৰু 'দৰঙী কলা কৃষ্টি উন্নয়ন সংঘ' এই দুয়োটা অনুষ্ঠানেই গাড়ীৰ চকা দুটাৰ দৰে পৰস্পৰ সহযোগীভাৱে এটা আনটোৰ সম্পূৰকৰূপে সাহিত্য সম্পন্ন হৈ চলি মঙ্গলদৈয়া ৰাইজক উত্তৰোত্তৰ উন্নতিৰ পথত আগবঢ়াই নিব" ( সভাপতিৰ অভিভাষণ, দলগাওঁ অধিবেশন )। ছিপাঝাৰত অৱস্থিত 'দৰঙী কলা-দৃষ্টি উন্নয়ন সংঘ'ৰ স্থায়ী কাৰ্য্যালয় আৰু ভৱনৰ আধাৰশিলা স্থাপনৰ ( ১৯৭৬ খৃঃ ) স্মৃতিও শাস্ত্ৰীদেৱৰ ব্যক্তিত্ব আৰু পাণ্ডিত্যৰ জ্যোতিৰে ভাস্বৰ। তদানীন্তন অসমৰ শিক্ষা আৰু সাংস্কৃতিক মন্ত্ৰী ( বৰ্ত্তমান মুখ্য মন্ত্ৰী ) মাননীয় শ্ৰীহিতেশ্বৰ শইকীয়াদেৱে ভাষণ শেষ কৰি আধাৰশিলা স্থাপন কৰিবলৈ আগবাঢ়ি গৈ জনসমাৱেশৰ মাজত আচাৰ্য্য শাস্ত্ৰীদেৱক দেখা পাই গুণীৰ গুণ বুজি তেওঁ শাস্ত্ৰীদেৱৰ হতুৱাই আধাৰশিলা স্থাপনৰ মূল কাম সম্পন্ন কৰোৱায়। ইয়াৰ দ্বাৰা শইকীয়াদেৱৰ গুণগ্ৰাহিতাৰ লগতে শাস্ত্ৰীদেৱৰ ব্যক্তিত্ব আৰু মহানুভৱতাৰ পৰিচয় পোৱা যায়। অসম সাহিত্য সভাৰ ৪৫ তম গোলাঘাট অধিবেশনৰ ( ১৯৭৮ খৃঃ ) আলোচনাচক্ৰৰ সভাপতি ৰূপে শাস্ত্ৰীদেৱে আগবঢ়োৱা ভাষণ পাঠ কৰিবৰ বাবে শাৰীৰিক অসুস্থতাৰশতঃ তেওঁ সোশৰীৰে উপস্থিত থাকিব নোৱাৰাত অসম সাহিত্য সভাৰ তদানীন্তন উপ সভাপতি শ্ৰীৰজনীকান্ত শৰ্মাদেৱে ৰসালকৈ বিদৰে ভাষণ পাঠ কৰি শুনাইছিল তাৰ স্মৃতি আজিও সজীৱ হৈয়ে আছে।

অসম সাহিত্য সভাৰ সভাপতিৰ আসনত শাস্ত্ৰীদেৱ অধিষ্ঠিত হোৱা নিতান্তই উচিত আছিল যদিও দুৰ্ভাগ্যবশতঃ সেইটো হৈ নুঠিল।

শাস্ত্ৰীদেৱৰ বিয়োগ অসম তথা ভাৰতৰ পাণ্ডিত তথা বিদ্বৎ সমাজৰ এক অপূৰণীয় ক্ষতি। 'দৰং জিলা' সাহিত্য সভা'ই তেওঁৰ প্ৰতি শ্ৰদ্ধাঞ্জলি অৰ্পণৰ অৰ্থে ২২ ১/৮৮ তাৰিখে মঙ্গলদৈ সাহিত্য ভৱনত ৰাজহুৱা স্মৃতি তৰ্পণ অনুষ্ঠানৰ আয়োজন কৰে। এই মৰ্মে অসম সাহিত্য সভাৰ পতাকা উত্তোলনৰ পিছত দিনৰ এক ৰজাত সভাৰ সভাপতি শ্ৰীভৱানন্দ ৰাজখোৱাদেৱৰ সভাপতিত্বত অনুষ্ঠিত স্মৃতিসভাত গীতা-পাঠ, তেওঁৰ প্ৰতিকৃতিত পুষ্পাঞ্জলি অৰ্পণ,

কবিতা পাঠ, জীৱনী পাঠ আদিৰে তেখেতৰ স্মৃতিচাৰণ কৰা হয়। বিশিষ্ট অতিথি দৰং জিলাৰ অতিৰিক্ত উপায়ুক্ত শ্ৰীগণপতি চক্ৰৱৰ্তীয়ে তেওঁৰ ভাষণত শাস্ত্ৰীৰ ভাৰতীয় ধৰ্ম আৰু পৰম্পৰাৰ প্ৰতি আকৰ্ষণ আৰু নৈতিক-আধ্যাত্মিক সমাজৰ প্ৰতি বৰঙণিৰ বিষয়ে উল্লেখ কৰে। শাস্ত্ৰীদেৱৰ জীৱন, ব্যক্তিত্ব, আৰু কৰ্মৰ বিভিন্ন দিশৰ ব্যাখ্যা কৰি শ্ৰদ্ধা তৰ্পণ কৰা সভাৰ অন্যতম ব্যক্তি সকল আছিল মুক্তি যোদ্ধা শ্ৰীযোগেন্দ্ৰ নাথ শইকীয়া, পৌৰ সভাৰ প্ৰাক্তন সভাপতি শ্ৰীৰবীণ শৰ্মা, শ্ৰীজীৱন চন্দ্ৰ শৰ্মা, শ্ৰীপ্ৰভাত চন্দ্ৰ শৰ্মা, শ্ৰীহাঁহি ৰাম নাথ আদি। 'দৰং জিলা সাহিত্য সভা'ই প্ৰকাশ কৰা জীৱনীগ্ৰন্থ 'দৰং জেউতি ৩য় খণ্ডত শাস্ত্ৰীদেৱৰ জীৱনী সন্নিবেশিত হৈছে ( ১৯৯১ খৃঃ )।

ভাৰতীয় ধৰ্ম-সাহিত্য-সংস্কৃতিৰ উচ্চ আদৰ্শৰ দ্বাৰা চিৰ অনুপ্ৰাণিত শাস্ত্ৰীদেৱে সততে সৰল আৰু অনাড়ম্বৰ জীৱন যাপন কৰিছিল। চমু কথাত ভাৰতীয় আৰ্য্য ঋষিৰ কায় মনোবাক্যে সৎ আৰু নিষ্ঠাবান জীৱন যাপন আৰু উচ্চ আদৰ্শৰ প্ৰতি গভীৰ অনুৰাগ তেখেতৰ জীৱনৰ অন্যতম বৈশিষ্টা। ফলৰ ভৰত দো খাই পৰা গছৰ দৰে সুগভীৰ জ্ঞান আৰু পাণ্ডিত্যৰ গুণেৰে আচাৰ্য্য শাস্ত্ৰী আছিল সততে নিৰহঙ্কাৰী, বিনয়ী আৰু সুমিষ্টভাষী। তেখেতৰ ব্যক্তিত্বৰ সাহচৰ্য্যলৈ অহা যি কোনো লোকেই শাস্ত্ৰীদেৱৰ গুণৰ দ্বাৰা মুগ্ধ নোহোৱাকৈ থকা নাই। তেখেতৰ আচাৰ্য্য উপাধি নামে কামে সাৰ্থক বুলি নিসন্দেহে কব লাগিব। ●

## ঋ. আচাৰ্য্য শাস্ত্ৰীৰ নান্দনিক দৃষ্টি

# দাৰ্শনিক শাস্ত্ৰীৰ নান্দনিক দৃষ্টি

ডক্টৰ মালিনী গোস্বামী

কৃতবিদ্য পুৰুষ আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰী প্ৰাচ্যতত্ত্বৰ এজন বিদগ্ধ পণ্ডিত। তেখেতৰ পাণ্ডিত্যৰ পৰিসৰে বেদ, বেদান্ত, ধৰ্ম, দৰ্শন, ভাষা, সাহিত্য আদি জ্ঞানৰ আটাইবোৰ দিশ সামৰি লৈছে। যদিও পাৰম্পৰিক শিক্ষানুষ্ঠানত তেখেত স্মৃতিশাস্ত্ৰবিশাৰদ ধৰ্ম শাস্ত্ৰাচাৰ্য্য ৰূপে দীক্ষিত হৈছিল আৰু 'স্মৃতি-সাগৰসাৰ' আৰু 'গ্ৰহণ কৌমুদী' আদি স্মৃতিশাস্ত্ৰ বিষয়ক গ্ৰন্থও প্ৰণয়ন কৰিছিল তথাপি পিছলৈ শাস্ত্ৰীদেৱে ধৰ্ম, দৰ্শন আৰু সাহিত্যৰ চৰ্চাতে মনোনিবেশ কৰা দেখা যায়। 'অসমৰ বৈষ্ণৱ দৰ্শনৰ ৰূপৰেখা', 'বৈদিক দৰ্শনৰ ৰূপৰেখা' আদি গ্ৰন্থত আৰু 'কুমাৰিল ভট্টপাদ' সম্পৰ্কীয় প্ৰবন্ধ লানিত ধৰ্ম আৰু দৰ্শন সম্পৰ্কে তেখেতৰ জ্ঞানৰ গভীৰতা যিদৰে প্ৰতিফলিত হৈছে, সেইদৰে 'সাহিত্য-দৰ্শন' নামৰ গ্ৰন্থত কাব্যতত্ত্ব সমালোচনাৰ সম্পৰ্কে থকা তেখেতৰ পাণ্ডিত্যপূৰ্ণ দৃষ্টি ভঙ্গী প্ৰকাশ পাইছে।

*সাহিত্য-দৰ্শন* গ্ৰন্থখনিত শাস্ত্ৰীদেৱে ভাৰতীয় অলংকাৰ শাস্ত্ৰৰ বিভিন্ন দিশৰ ওপৰত আলোচনা কৰিছে। ভৰতৰ *নাট্যশাস্ত্ৰ* আৰু জৈন *অনুযোগদ্বাৰ* সূত্ৰতে আৰম্ভ কৰি ভাৰতীয় সাহিত্য সমালোচনা শাস্ত্ৰৰ বিভিন্ন মতবাদ আৰু বিভিন্ন ধাৰাৰ উৎপত্তি আৰু ক্ৰমবিকাশৰ বিশ্লেষণ গ্ৰন্থখনিত সন্নিবিষ্ট কৰিছে। কালিক ক্ৰম অনুসৰি ভৰত মুনিৰ পৰা পণ্ডিতৰাজ জগন্নাথলৈকে প্ৰত্যেকজন সমালোচকৰে পৰিচয় দিয়াৰ লগতে বিভিন্ন সম্প্ৰদায়ৰ উৎপত্তি সম্পৰ্কে ইমান চমুকৈ অথচ পৰিপাটিকৈ তেখেতে সজাই থৈ গৈছে যে মাত্ৰ সেইখিনি পঢ়িলেই ভাৰতীয় সাহিত্য সমালোচনাৰ ক্ষেত্ৰত বিভিন্ন মতবাদৰ উত্থান পতন সম্পৰ্কে এটা সাধাৰণ ধাৰণা লৈ ল'ব পাৰি।

ভাৰতত কাব্যতত্ত্ব আলোচনাৰ ইতিহাসৰ প্ৰায় ওঠৰটা শতিকা পৰিক্ৰমণ কৰি আহি শাস্ত্ৰীদেৱে তাৰ অভিজ্ঞতা কেৱল ৩৪৫ টা পৃষ্ঠাতে আৱদ্ধ কৰি ৰাখি হাতী মাৰি ঢুকুকাত ভৰোৱাৰ দৰে কাম কৰিছে। তেখেতে সমান মনযোগেৰে লৈছে ধ্বনিবাদ, ৰীতিবাদ, বক্ৰোক্তিবাদ, ৰসবাদ আৰু ঔচিত্যবাদ

থাকি গভীৰ ভাৱে শিক্ষা লাভ কৰা সুযোগৰ কাৰণেই শাস্ত্ৰীৰ মনৰ দিগ্বলয় বিস্তৃত হৈছিল আৰু জ্ঞানৰ গভীৰতাও বৃদ্ধি হৈছিল। সেই কলেজৰ বিশিষ্ট পণ্ডিত মণ্ডলীৰ মাজত অকল যে পাৰম্পৰিক শিক্ষা লাভ কৰা পণ্ডিত বা টোলীয় পণ্ডিতেই আছিল এনে নহয়—তাত কেইবাজনো আধুনিক পশ্চিমীয়া শিক্ষা লাভ কৰা লব্ধপ্ৰতিষ্ঠ পণ্ডিতো আছিল আৰু এই সকলৰ লগত ঘটা সংস্পৰ্শই শাস্ত্ৰীদেৱৰ মন সংবেদনশীল কৰি তোলাৰ ওপৰিও তেওঁৰ দৃষ্টিভংগী ঐতিহাসিক আৰু তুলনাত্মক কৰিবলৈ সমৰ্থ হৈছিল আৰু তাৰেই পৰিণতি স্বৰূপে পৰবৰ্তী জীৱনত শাস্ত্ৰীদেৱক এজন সংস্কৃত কবি, সমালোচক আৰু চিন্তাশীল প্ৰবন্ধকাৰ হিচাবে দেখিবলৈ পাওঁ। আমাৰ এই প্ৰবন্ধত তেখেতৰ পাণ্ডিত্যৰ আটাইবোৰ দিশেই আলোচনা কৰা উদ্দেশ্য নহয়। এজন নন্দনতাত্ত্বিক পণ্ডিত হিচাপে তেখেতৰ যি অৱদান—তাৰ বিচাৰ-বিশ্লেষণ দাঙি ধৰি সংস্কৃত অলংকাৰ শাস্ত্ৰত তেখেতৰ যি পাণ্ডিত্য সেই খিনি ফাঁহয়াই দাঙি ধৰাহে আমাৰ এই ক্ষুদ্ৰ প্ৰবন্ধৰ উদ্দেশ্য।

সংস্কৃত সমালোচনা শাস্ত্ৰকে সাধাৰণতে অলংকাৰ শাস্ত্ৰ বোলা হয়। সাহিত্যৰ মণ্ডনকলা আৰু ইয়াৰ প্ৰাণ সম্পৰ্কে যিবোৰ উপাদানক স্বীকৃতি দিয়া হৈছে—সেই আটাইবোৰেই অলংকাৰ শাস্ত্ৰৰ প্ৰধান উপজীৱ্য। বিভিন্ন সংস্কৃত আলংকাৰিকে ৰীতি, গুণ, অলংকাৰ, ৰস, ধ্বনি বা বক্ৰোক্তি আদিক কাব্যৰ প্ৰাণ বুলি অভিহিত কৰি তেনেভাৱে প্ৰতিষ্ঠা কৰিবলৈ প্ৰয়াস কৰিছিল আৰু তাৰেই ফলস্বৰূপে অলংকাৰশাস্ত্ৰত বিভিন্ন প্ৰস্থান গঢ়ি উঠিছিল। সংস্কৃত আলংকাৰিকসকলে বিভিন্ন দাৰ্শনিক মতবাদকেই ভিত্তিভূমি হিচাপে গ্ৰহণ কৰি এই সাহিত্যিক উপাদানসমূহক স্বীকৃতি দিয়াৰ যত্ন কৰিছিল। আনপক্ষে সমালোচকসকলে সেইবোৰ খণ্ডন কৰি নিজৰ মতহে প্ৰতিষ্ঠা কৰিবলৈ যত্নপৰ হৈছিল। ইয়াৰেই ফলস্বৰূপে সংস্কৃত সমালোচনা সাহিত্যত এক শ্ৰেণীৰ গ্ৰন্থ ৰচিত হৈছিল আৰু সেইবোৰেই অলংকাৰশাস্ত্ৰৰূপে পৰিচিত হৈছে। বিখ্যাত কাশ্মীৰী আলংকাৰিক ৰাজশেখৰে "যাযাবৰীয়" সকলৰ মতৰ উদ্ধৃতি দি কৈ গৈছে—যে সাহিত্য বিদ্যা হৈছে পঞ্চমী বিদ্যা অৰ্থাৎ সমালোচনাশাস্ত্ৰ হৈছে পঞ্চম বিদ্যা।

পণ্ডিত মনোৰঞ্জনশাস্ত্ৰী সাহিত্যৰ ছাত্ৰ নাছিল। তেওঁ ধৰ্মশাস্ত্ৰ আৰু ভাৰতীয় দৰ্শনহে বিশেষভাৱে অধ্যয়ন কৰিছিল। তথাপিও তেখেতে অসমীয়া ভাষাত সংস্কৃত অলংকাৰশাস্ত্ৰ বিষয়ক আলোচনাত হাত দি অসমীয়া সাহিত্যৰ

অশেষ উপকাৰ সাধন কৰিছে। তেখেতে এই বিষয়ক বেছি গ্ৰন্থ লিখি থৈ যোৱা নাই। কেৱল "সাহিত্য-দৰ্শনে"ই তেখেতৰ অলংকাৰ শাস্ত্ৰ বিষয়ক একমাত্ৰ গ্ৰন্থ। ইয়াৰ আগতে আমাৰ অসমীয়া সাহিত্যত এনেকুৱা গ্ৰন্থ মাত্ৰ দুই এখনহে ওলাইছিল। ইয়াৰ ভিতৰত সোণাপতিদেৱ শৰ্মাৰ "সাহিত্যৰ সাজ" ড° বিৰিঞ্চি কুমাৰ বৰুৱা দেৱৰ অনূদিত "কাব্য আৰু অভিব্যঞ্জনা" আৰু ত্ৰৈলোক্যনাথ গোস্বামীদেৱৰ "সাহিত্য-আলোচনা" এই শ্ৰেণীৰ গ্ৰন্থ হিচাবে উল্লেখ কৰিব পাৰি। কিন্তু এই কেইখন গ্ৰন্থত সংস্কৃত অলংকাৰ শাস্ত্ৰৰ বিভিন্ন মতবাদ আৰু ইয়াৰ বিবৰ্ত্তনৰ ধাৰা সম্পৰ্কে বিশেষ কোনো আলোচনা দাঙি ধৰা দেখা নাযায়। সংস্কৃত অলংকাৰ শাস্ত্ৰত প্ৰৱেশ কৰিবলৈ যিখিনি প্ৰাথমিক জ্ঞানৰ আৱশ্যক এই গ্ৰন্থ কেইখনত মাত্ৰ তাৰেহে আভাস দিবলৈ বিচৰা হৈছে। সাহিত্য বিদ্যাৰ অন্তলস্পৰ্শী বিচাৰ-পদ্ধতি আৰু শব্দ বোধৰ গভীৰ উপলব্ধিৰ কাৰণে এই আলোচনা যথেষ্ট বুলি কব নোৱাৰি। শাস্ত্ৰীদেৱে আমাৰ অসমীয়া ভাষাত তেনে গ্ৰন্থৰ অভাৱ অনুভৱ কৰিয়েই "সাহিত্য-দৰ্শন"ৰ নিচিনা গ্ৰন্থ ৰচনাত মনোনিৱেশ কৰিছিল। ইয়াৰ পাতনিতে গ্ৰন্থৰ উদ্দেশ্য আৰু বিষয়বস্তু সম্পৰ্কে কবলৈ গৈ তেখেতে লিখিছে: "যাতে আমাৰ দেশৰ পঢ়ুৱৈ সকলে পুৰণি ভাৰতীয় আলংকাৰিক সকলৰ গোটেইটি প্ৰসিদ্ধ সম্প্ৰদায়ৰেই মতবাদৰ লগত সামান্যভাৱে পৰিচিত হব পাৰে, তাক বিশেষভাৱে জানিবৰ কাৰণে আগ্ৰহান্বিত হবলৈ অনুপ্ৰেৰণা পাব পাৰে আৰু পাচত পাশ্চাত্য মনীষীসকলৰ এই বিষয়ৰ মতবাদৰ লগত ভাৰতীয় মনীষী সকলৰ মতবাদৰ তুলনামূলক আলোচনাৰে অসমীয়া ভাষা সাহিত্যৰ সমৃদ্ধিৰ পথত আগবাঢ়িব পাৰে, সেই উদ্দেশ্য আগত ৰাখি আমি গ্ৰন্থ প্ৰণয়নত প্ৰবৃত্ত হৈছোঁ।" "সাহিত্য-দৰ্শন" ৰচনা কৰি শাস্ত্ৰীদেৱ এই উদ্দেশ্যত সাফল্যমণ্ডিত হোৱা বুলিয়েই কব লাগিব।

"সাহিত্য-দৰ্শন"ত মুঠতে ৯টা অধ্যায় আছে। গ্ৰন্থকাৰে এই ৯টা অধ্যায়ত সংস্কৃত অলংকাৰ শাস্ত্ৰৰ আটাইবোৰ তত্ত্ব বা কাব্য বিচাৰ-বিশ্লেষণ দাঙি ধৰি ভাৰতীয় অলংকাৰ শাস্ত্ৰৰ মূল কথাখিনি খৰচি মাৰি আলোচনা কৰিছে। অলংকাৰ শাস্ত্ৰ অতি ব্যাপক আৰু গভীৰ। কোন অজ্ঞাত অতীতত এই শাস্ত্ৰই উন্মেষ লাভ কৰি কেনেভাৱে পৰিপুষ্টি লাভ কৰিছিল—সঠিকভাৱে তাৰ সময় নিৰ্দ্ধাৰণ কৰা সহজ নহয়। তথাপিও ভৰতমুনিৰ *নাট্যশাস্ত্ৰ*ৰ পৰাই ইয়াৰ প্ৰথম উন্মেষ হৈ বিৱৰ্তনৰ মাজেদি এই শাস্ত্ৰই পৰিপুষ্টি লাভ কৰিছিল বুলি ভবাৰ অৱকাশ আছে। শাস্ত্ৰীদেৱে তেখেতৰ গ্ৰন্থৰ পাতনিত এই শাস্ত্ৰধাৰাৰ

এটি আলোচনা দাঙি ধৰি পাঠকৰ এই শাস্ত্ৰৰ লগত পৰিচয় ঘটাৰ সুযোগ দান কৰিছে। এই প্ৰসঙ্গতে লিখকে প্ৰাচীন অসমত অলংকাৰ চৰ্চা সম্পৰ্কে চমুকৈ আলোচনা কৰিছে। আমাৰ অসমত প্ৰাচীন আলংকাৰিকে লিখা কোনো মৌলিক গ্ৰন্থ আমাৰ হাতত পৰা নাই। কিন্তু ইয়াতো যে আলংকাৰিক মতবাদ সমূহৰ ওপৰত চিন্তাচৰ্চা কৰা হৈছিল—তাৰ প্ৰমাণ আছে। শাস্ত্ৰীদেৱে এই আলোচনাত আমাৰ অসমীয়া পণ্ডিতে ৰচনা কৰা অলংকাৰ শাস্ত্ৰ বিষয়ক টীকাগ্ৰন্থসমূহৰ নাম উল্লেখ কৰিছে। এই গ্ৰন্থসমূহ এতিয়াও হাতে লিখা অৱস্থাতেই আছে। ইয়াৰ ভিতৰত গৌৰিশৰ্মাৰ 'কাব্যাদৰ্শ ৰ টীকা আৰু বিশ্বৰূপ-মিশ্ৰৰ পুত্ৰ সূৰ্য্যশৰ্মাৰ কবিকল্পলতাৰ "পৰিমল' নামৰ টীকা বিশেষভাৱেই উল্লেখযোগ্য। অসমৰ প্ৰাচীন হস্তলিখিত সংস্কৃত পুথি সংগ্ৰহ আৰু এইবোৰৰ গৱেষণাত শাস্ত্ৰীদেৱ এজন অগ্ৰগণী পণ্ডিত আছিল। জীৱনৰ অধিকাংশ কালেই তেখেতে কামৰূপ সংস্কৃত সঞ্জীৱনী সভাৰ গ্ৰন্থাগাৰৰ লগত জড়িত হৈ প্ৰাচীন অসমৰ সংস্কৃত চৰ্চাৰ বহুতো অপ্ৰকাশিত তথ্য উদ্ঘাটন কৰি প্ৰাচীন অসমৰ শিক্ষাসংস্কৃতিৰ অনেক দিশত আলোক সম্পাত কৰি বহুতো প্ৰবন্ধ ৰচনা কৰিছে। অলংকাৰশাস্ত্ৰৰ প্ৰাচীন টীকা কেইখনিও তেখেতেই আৱিষ্কাৰ কৰি বহুত প্ৰবন্ধতেই এইবোৰৰ নাম উল্লেখ কৰি গৈছে। 'সাহিত্য-দৰ্পন"ত তেওঁৰ এই আলোচনা অতি সংক্ষিপ্ত হলেও অসমৰ সংস্কৃত অলংকাৰ শাস্ত্ৰৰ ধাৰা আৰু বিৱৰ্তনৰ বিষয়ে জানিবলৈ ই বিশেষ সহায়ক হৈছে আৰু জিজ্ঞাসু ছাত্ৰৰ কাৰণে এই আলোচনাই গৱেষণাৰ দুৱাৰ মুকলি কৰিছে।

'সাহিত্য-দৰ্পন"ত অলংকাৰ শাস্ত্ৰৰ আটাইবোৰ দিশেই আলোচনা কৰা হৈছে। প্ৰথম অধ্যায়ত গ্ৰন্থকাৰে সাহিত্য শব্দৰ বুৎপত্তি আৰু ইয়াৰ বিভিন্ন দিশৰ ওপৰত আলোকসম্পাত কৰিবলৈ কাব্যৰ উৎপত্তিৰ কাৰণ, প্ৰয়োজন আৰু ফল আদি সমস্ত বিষয়ৰ আলোচনাকেই সন্নিবিষ্ট কৰিছে। আচলতে কবলৈ গলে অলংকাৰ শাস্ত্ৰত সাহিত্য শব্দটি এটি অৰ্বাচীন শব্দ ; কাব্য শব্দটিয়েই ইয়াত প্ৰধানকৈ ব্যৱহৃত হৈছিল। পাছতহে সাহিত্য শব্দটি কাব্যৰ সমাৰ্থক শব্দ হিচাবে ব্যৱহাৰ হব ধৰিলে। সাহিত্যই ৰসিক পাঠকক কেৱল ব্ৰহ্মানন্দ স্বৰূপ কাব্যানন্দকেই দান নকৰে ; ই সমাজৰো পৰিবৰ্তন সাধন কৰিব পাৰে। লিখকে কবি অশ্বঘোষৰ "সৌন্দৰানন্দ" কাব্যৰ উদ্ধৃতি দাঙি ধৰি সাহিত্যই কেনেকৈ মোক্ষধৰ্মৰ প্ৰতিও মানুহক আগ্ৰহান্বিত কৰিব পাৰে—তাকো স্পষ্ট ভাৱেই উদ্ধুকিয়াই গৈছে।

কাব্য-সৌন্দৰ্য্য বিচাৰ পদ্ধতিত শব্দাৰ্থৰ বিচাৰো এক অন্যতম বিষয়। কবিয়ে শব্দৰ মাধ্যমতে কাব্যৰূপ সৌধ নিৰ্মাণ কৰি সৃষ্টিৰ আনন্দ লাভ কৰে আৰু সহৃদয় পাঠককো এই আনন্দৰ সমভাগী কৰে। সেই কাৰণে শব্দবোধ যে কেৱল ব্যাকৰণতহে আলোচিত হৈছে এনে নহয়; ই অলংকাৰ শাস্ত্ৰৰো বিষয় বস্তু। 'সাহিত্য-দৰ্শন'ৰ দ্বিতীয় অধ্যায়ত বহল ভাৱেই এই বিষয়ে আলোচনা কৰা হৈছে। লিখক নিজেই ভাৰতীয় দৰ্শনৰ কেইবাটিও পদ্ধতিৰ ওপৰত দখল থকা এজন প্ৰসিদ্ধ পণ্ডিত আছিল। গতিকে তেখেতৰ শব্দশক্তি বিষয়ক এই আলোচনা দাৰ্শনিক হোৱাটোৱে স্বাভাৱিক। উদাহৰণ স্বৰূপে শব্দশক্তিৰ ত্ৰিধাৰা উপস্থাপন কৰিবলৈ গৈ গ্ৰন্থকাৰে লিখিছে: 'বিধাতাৰ সৃষ্ট জগতৰ অৰ্থচয় যিদৰে পৰমব্ৰহ্মৰ শক্তি সত্ত্বৰজঃতমোৰূপ ত্ৰিনিগুণায়া মায়ামৰ জৰিৰে গঁথা, সেইদৰে কবিৰ সৃষ্ট কাব্যজগতৰ অৰ্থচয় শব্দব্ৰহ্মৰ শক্তি অভিধা লক্ষণা ব্যঞ্জনাৰূপ ত্ৰিনিগুণীয়া ভাষাময় জৰিৰে গঁথা (পৃ. ৫১)।' সাধাৰণ পাঠকৰ কাৰণে এনে উক্তি সহজে বোধগম্য হোৱাত অসুবিধা হলেও বৈদান্তিক পণ্ডিতজনৰ মনত অদ্বৈত ধাৰণাৰ প্ৰতিক্ৰিয়াই শব্দাৰ্থৰ বিচাৰতো সত্ত্বৰজঃতম এই ত্ৰিগুণাত্মক মায়াৰ লগত শব্দশক্তিৰ ত্ৰিধাৰাক তুলনা কৰিবলৈ প্ৰেৰণা দিছিল। লিখকৰ ভাৰতীয় দৰ্শনৰ লগত অন্তৰঙ্গ পৰিচয়ে কাব্যৰ বিচাৰ বিশ্লেষণতো তেওঁৰ দৃষ্টিভংগী দাৰ্শনিক কৰি তুলিছিল। বহুত ক্ষেত্ৰতে তেনে প্ৰৱণতাৰ কাৰণে "সাহিত্য-দৰ্শন"ত দীঘলীয়া বাক্য ব্যৱহাৰ আৰু দাৰ্শনিক শব্দসম্ভাৰে পাঠকৰ অৰ্থবোধত কিছু বাধাস্বৰূপ হৈছিল; কিন্তু আলংকাৰিক তথ্য সমূহ বিশ্লেষণ কৰাত লিখক বহুত পৰিমাণেই কৃতকাৰ্য্য হৈছে বুলিয়েই স্বীকাৰ কৰিব লাগিব।

সংস্কৃত আলংকাৰিক সকলে কাব্য লক্ষণৰ বিষয়ে বহু ধৰণৰ আলোচনা কৰি গৈছে। কোনো কোনোৱে ধ্বনিকেই কাব্যৰ আত্মা, কোনোৱে ৰীতিকেই আৰু কোনো কোনোৱে বক্ৰোক্তি বা অলংকাৰক কাব্যাত্মাৰূপে প্ৰতিষ্ঠিত কৰিবলৈ যত্নপৰ হোৱা দেখা যায়। ইয়াৰ ফল স্বৰূপে সংস্কৃত অলংকাৰ শাস্ত্ৰত ধ্বনিবাদ, ৰসবাদ, ৰীতিবাদ, বক্ৰোক্তিবাদ আৰু ঔচিত্যবাদ আদি প্ৰস্থান গঢ়ি উঠিছে। এই প্ৰস্থান সমূহৰ ভিত্তি ভূমি যে ৰস, ধ্বনি বা অলংকাৰ আদি তাক সহজেই অনুমান কৰিব পাৰি। শাস্ত্ৰীয়ে "সাহিত্য-দৰ্শন"ত এই তত্ত্বসমূহৰ বিশদ আলোচনা দাঙি ধৰিছে আৰু মূল গ্ৰন্থৰ উদাহৰণৰ উপৰিও অসমীয়া সাহিত্যৰ পৰা উক্তি দি অলংকাৰ শাস্ত্ৰৰ উপজীব্য

সমূহক সহজে বোধগম্য কৰি তুলিবলৈ যত্নপৰ হোৱা পৰিলক্ষিত হৈছে। দুই এঠাইত সংস্কৃত উদাহৰণ সমূহৰ অসমীয়া ৰূপান্তৰ দি বিশাল সংস্কৃত শাস্ত্ৰৰ মূল শ্লোক সমূহৰ লগত পাঠকক পৰিচয় কৰি দিছে। সংস্কৃত অলংকাৰ শাস্ত্ৰৰ গভীৰ তত্ত্বসমূহৰ লগত বজিতা খুৱাই উপযুক্ত উদাহৰণ দাঙি ধৰা সিমান সহজ নহয়। গভীৰ অধ্যয়ন আৰু মননশীলতাইহে তেনে উদাহৰণ দাঙি ধৰাত সহায়ক হয়। শাস্ত্ৰীদেৱৰ সংস্কৃত আৰু অসমীয়া দুয়োবিধ সাহিত্যৰ লগত নিবিড় পৰিচয় থকাৰ কাৰণেই তেনে দৃষ্টান্ত দাঙি ধৰিবলৈ সমৰ্থ হৈছে। এই প্ৰসঙ্গত ড° বিৰিঞ্চি কুমাৰ বৰুৱাদেৱৰ মন্তব্য বিশেষভাৱেই উল্লেখনীয় : "সংস্কৃত কাব্য বিচাৰৰ প্ৰসঙ্গত প্ৰাচীন আৰু আধুনিক অসমীয়া কাব্যৰ দৃষ্টান্তৰ উদ্ধৃতিৰে লিখকে কেৱল বিষয়বস্তুৰ প্ৰকাশকেই সহজ কৰা নাই, আধুনিক সাহিত্যিক দৃষ্টিভঙ্গীৰো দিগ্‌দৰ্শন কৰাইছে।"

বৰ্ত্তমানে অসমীয়া সাহিত্যত সংস্কৃত অলংকাৰ বিষয়ক কেইবাখনো পুথি ওলাইছে। কিন্তু শাস্ত্ৰীদেৱে যেতিয়া "সাহিত্য-দৰ্শন" ৰচনা কৰিছিল, তেতিয়া এনেকুৱা পুথি দুই এখন হে ওলাইছিল আৰু সেই কেইখনো সমালোচনাৰ কোনো এটি দিশক লৈহে ৰচিত হৈছিল, সামগ্ৰিকভাৱে সংস্কৃত অলংকাৰ শাস্ত্ৰৰ ওপৰত আলোকপাত কৰিবলৈ ৰচিত হোৱা নাছিল। "সাহিত্য-দৰ্শনে" অসমীয়া সাহিত্যত নন্দনতত্ত্ব বা অলংকাৰ শাস্ত্ৰৰ বিচাৰ বিমৰ্শত নতুন ধাৰা প্ৰবৰ্ত্তন কৰিলে আৰু লগতে অসমীয়া সাহিত্যৰ ভঁৰালৈ এক অভিনৱ অৱদান ত্যাগ বঢ়ালে।

কোনো কোনোৱে কয় যে সংস্কৃত আলংকাৰিক সকলে সাহিত্যৰ স্বৰূপ সম্পৰ্কে যিবোৰ উক্তি বা অভিমত দাঙি ধৰিছে—আধুনিক সাহিত্যৰ ক্ষেত্ৰত সেইবোৰ প্ৰযোজ্য নহয়। উদাহৰণ স্বৰূপে ধ্বনিবাদী সকলে ধ্বনিকেই কাব্যৰ আত্মা, বক্ৰোক্তিবাদী সকলে বক্ৰোক্তিকেই কাব্যৰ প্ৰাণ বা ৰসবাদী সকলে ৰসকেই কাব্যৰ প্ৰকৃত আধাৰক বুলি অভিমত দাঙি ধৰিছে। অৱশ্যে তেনেকুৱা কাব্য বৰ্ত্তমান সৃষ্টি হোৱা নাই আৰু অতীতত হলেও বৰ্ত্তমানে তেনেকুৱা কাব্যৰ মৃত্যু ঘটিছে। কিন্তু ইয়াৰ প্ৰত্যুত্তৰত ইয়াকেই কব পাৰি যে আধুনিক যুগত তেনে কাব্যৰ আকৌ আৱিৰ্ভাৱ ঘটিছে। আজি বিংশ শতিকাত এনে সাহিত্য সৃষ্টি হৈছে—যি সাহিত্যাই বিভিন্নাই কয় যে বক্ৰোক্তিবাদ, ধ্বনিবাদ এতিয়াও প্ৰাসঙ্গিকেই নহয়, নতুন সাহিত্যৰ এইবোৰ প্ৰাণস্বৰূপ। আধুনিক অসমীয়া সাহিত্যতো বহুতো শ্ৰেষ্ঠ কবিৰ উৎকৃষ্ট কাব্যই বক্ৰোক্তিবাদ, বা

ধ্বনিবাদৰ আশ্ৰয়তেই বিশেষ মৰ্যাদা লাভ কৰিছে। বহুতো কাব্যত পোৱা যায় এটি ধ্বনিমাত্ৰ, আৰু এই ধ্বনি ৰসধ্বনি নহয়—কেৱল অৰ্থধ্বনি ; মগজুৰ দ্বাৰাহে ইয়াৰ উপলব্ধি সম্ভৱ হয়। "বক্ৰোক্তি" আধুনিক কাব্যৰ এক প্ৰকাৰ জীৱন স্বৰূপ হৈ পৰিছে। ইয়াৰ কাৰণে বহুতো কবিবাক্যই কাব্যত্ব লাভ কৰি শ্ৰেষ্ঠ কাব্যৰ মৰ্য্যাদা সাব্যস্ত কৰিব পাৰিছে। ইয়াৰ দৃষ্টান্ত আমাৰ আধুনিক সাহিত্যত বহুতো আছে। কাব্যৰ বৈচিত্ৰময় ভঙ্গীমা নাইবা বাগ্‌বৈদগ্ধ্যও কাব্য লক্ষণৰ ভিতৰতেই প্ৰধানভাৱেই মূৰ দাঙি উঠে ; ইয়াক বুজিবলৈ কেৱল সংস্কৃত ৰচনাই নহয়, আধুনিক অসমীয়া কাব্যৰ মাজতো ইয়াৰ নিদৰ্শন মিলে। "সাহিত্য-দৰ্শন" অধ্যয়ন কৰিলে এই কথা ভালকৈ প্ৰতীয়মান হয়। এই গ্ৰন্থত গ্ৰন্থকাৰে কেৱল সংস্কৃত উদাহৰণৰ মাজেদি সাহিত্যৰ তাত্ত্বিক দিশটো উপস্থাপন কৰিবলৈ বিচৰা নাই—অসমীয়া সাহিত্যৰ পৰা উদ্ধৃতি দাঙি ধৰি এই কথাৰ সাৰৱত্তা প্ৰমাণ কৰিছে। লিখকে এই উদ্ধৃতি সমূহ আধুনিক কবিতাৰ পৰা আহৰণ কৰা নাই সঁচা ; কিন্তু তেখেতে যি দৃষ্টিৰে সাহিত্যৰ বিশ্লেষণ দাঙি ধৰিবলৈ বিচাৰিছে আৰু ইয়াৰ সমৰ্থনত উদাহৰণ সমূহ দাঙি ধৰিছিল—তাৰ সৰণী অনুসৰণ কৰি সাহিত্যৰ তথ্য বিশ্লেষণ কৰিবলৈ আধুনিক যুগৰ বহুতো নতুন কবিৰ ৰচনাই সহায়ক হব পাৰে। "সাহিত্য-দৰ্শন"ৰ বিচাৰ বিশ্লেষণে নন্দনতত্ত্বৰ আধুনিক শিকাৰু আৰু গৱেষক সকলৰ কাৰণে নতুন আলোক দাঙি ধৰিছে আৰু এই পদ্ধতি গ্ৰহণ কৰি বিশ্লেষণ কৰিলে নিশ্চয় প্ৰাচীন সংস্কৃত সমালোচনা শাস্ত্ৰৰ তথ্য আজিও সঙ্গতিপূৰ্ণ বুলি প্ৰমাণিত হব আৰু আমাৰ অসমীয়া সাহিত্যৰো উত্তৰোত্তৰ বৃদ্ধি হব। ●

# অলংকাৰ শাস্ত্ৰ বিচাৰ বিমৰ্শত আচাৰ্য্য শাস্ত্ৰী

ডক্টৰ শ্ৰীনৰেন্দ্ৰ নাথ শৰ্মা

কিছুমান সমালোচকে কব খোজে যে পাৰম্পৰিক শিক্ষা পদ্ধতি নিতান্তই গতানুগতিক আৰু স্থিতিশীল। বহিৰ্জগতত যি গতিশীল বাতাৱৰণ চলিছে, তাৰ লগত এই শিক্ষাপদ্ধতি খোজ মিলাই আগবাঢ়ি যোৱাত সাধাৰণতে ব্যৰ্থ হোৱা দেখা গৈছে। সেয়েহে যিসকলে এই পদ্ধতিৰ মাধ্যমত শিক্ষালাভ কৰে, সেই লোকসকলে সাধাৰণতে এক শৈক্ষিক বিচ্ছিন্নতাৰ মাজত থাকি জীৱন নিৰ্বাহ কৰিব লগীয়াত পৰে। সাধাৰণতে যিসকল ছাত্ৰই এই পাৰম্পৰিক শিক্ষা লাভ কৰে, সেইসকল ছাত্ৰই যিখিনি জ্ঞান অপৰিহাৰ্য্য, তাক গ্ৰহণ কৰি যিখিনি অপৰিহাৰ্য্য নহয় — তাক বিচাৰ কৰি পৰিত্যাগ কৰিব নোৱাৰে। তাৰোপৰি ইয়াত ছাত্ৰসকলে এটি বিশেষ বিষয়ক লৈ অধ্যয়ন কৰে আৰু বিষয়টোত প্ৰৱেশ কৰিবলৈ সেই বিষয়ৰ এক সুনিৰ্দ্দিষ্ট গ্ৰন্থৰাজি গভীৰ ভাৱে অধ্যয়ন কৰিব লগীয়াত পৰে। কিন্তু তাকে কৰিবলৈ তেওঁ সেই শাস্ত্ৰীয় বিষয়ক কেইটিমান বিশেষ শব্দ বা খণ্ডবাক্য প্ৰথমেই আয়ত্ত কৰিব লগীয়াত পৰে। ফল স্বৰূপে তেওঁ সেই বিষয়ত গভীৰ ভাৱে প্ৰৱেশ কৰিবলৈ অপাৰগ হোৱাও দেখা যায়। তেওঁলোকে বহুত ক্ষেত্ৰতে সাধাৰণ জীৱন পদ্ধতিৰ পৰা আঁতৰি গৈ এক বিচ্ছিন্ন ভাৱধাৰাত জীৱন কটাব লগীয়াত পৰে। এক অনুসন্ধিৎসু মন লৈ বিদ্যাগ্ৰহণৰ মাজেদি নতুন সত্তাক উপলব্ধি কৰা নাইবা অজ্ঞাত বস্তুক জনাৰ প্ৰৱণতা — এই পদ্ধতিত সাধাৰণতে আশা কৰিব নোৱাৰি। সেই কাৰণে এই শ্ৰেণীৰ ছাত্ৰ সকলে কোনো এটি বিষয়কে সমালোচনাত্মক, ঐতিহাসিক বা তুলনাত্মক দৃষ্টি কোণেৰে অধ্যয়ন কৰিবলৈ অপাৰাগ হোৱা দেখা যায়।

কিন্তু পণ্ডিত মনোৰঞ্জন শাস্ত্ৰীদেৱৰ ক্ষেত্ৰত এই সমালোচনাৰ সম্পূৰ্ণ ব্যতিক্ৰম হোৱা দেখা যায়। পাৰম্পৰিক শিক্ষাৰ লগত শাস্ত্ৰীদেৱৰ আবাল্য পৰিচয়; প্ৰাইমেৰী স্কুলৰ পঢ়াই তেওঁ টোল বা চতুষ্পাঠীত অধ্যয়ন কৰিছিল আৰু তাৰ পাছত বিভিন্ন বিষয়ক লৈ বিশেষকৈ ভাৰতীয় দৰ্শনৰ কেইবাটিও প্ৰস্থান পুৰাণ আৰু ধৰ্মশাস্ত্ৰ অধ্যয়ন কৰি পাৰদৰ্শিতা লাভ কৰিছিল। বহু বছৰ তদানীন্তন কলিকতা সংস্কৃত কলেজৰ কেইবাজনো বিখ্যাত পণ্ডিতৰ সান্নিধ্যত

ব্যাখ্যা কৰিছে। এই বাদ-বৈচিত্ৰ্যই হৈছে ভাৰতীয় নন্দনতত্বৰ এক বৈশিষ্ট্য। বিভিন্ন মতবাদৰ পৃষ্ঠপোষক সকলৰ দৃষ্টিভঙ্গীৰ মাজত থকা সূক্ষ্ম প্ৰভেদসমূহ শাস্ত্ৰীয়ে বৰ নৈপুণ্যৰে ভাঙি দেখুৱাইছে। তাৰ লগতে কাব্যৰ দোষ আৰু অলংকাৰ সমূহৰো আভাস দিবলৈ চেষ্টা কৰিছে।

শাস্ত্ৰীৰ দৰে স্মৃতিশাস্ত্ৰ বিশাৰদ এজনে ৰসতত্বৰ আলোচনাত অধিকতম সময় ব্যয় কৰাটো মন কৰিবলগীয়া কথা। তেখেতে ৰসতত্ব সম্পৰ্কীয় সকলো বিষয়ৰ পুংখানুপুংখ বিচাৰ ভাঙি দেখুৱাইছে। এই অধ্যায়টিত শাস্ত্ৰীদেৱৰ বিষয়টিৰ প্ৰতি থকা গভীৰ ৰুচিবোধ আৰু বিশাল পাণ্ডিত্য প্ৰকট হৈ ধৰা দিছে। প্ৰাচীন আলংকাৰিক সকলৰ চিন্তাধাৰা বিভিন্ন দৃষ্টিকোণৰ পৰা উপস্থাপন কৰাৰ অৱসৰতে 'আমাৰ মন্তব্য' বা 'আমাৰ ধাৰণা' বুলি বিষয়টিৰ ওপৰত পক্ষপাত-ৰহিত ভাৱে নিজস্ব নান্দনিক দৃষ্টিভঙ্গী যে তেখেতে আগবঢ়াইছে তাতে যুক্তিবাদৰ ওপৰত প্ৰতিষ্ঠিত শাস্ত্ৰীদেৱৰ সবল ধাৰণা স্পষ্ট হৈ পৰিছে। বিশেষকৈ ৰসৰ অধ্যায়টোত তেখেতে ৰসৰ অলৌকিকতা, ৰসাস্বাদনত বাসনাৰ উপযোগিতা, ভাৱৰ সাময়িক উত্তেজনা আৰু ৰসানুভূতিৰ মাজত পাৰ্থক্য, ৰসোপলব্ধিৰ বাবে অন্তঃকৰণ আৰু আত্মাৰ বেলেগ বেলেগ অৱস্থা, কাব্য পঠনৰ সময়ত ভাৱ আৰু আত্মাৰ সম্বন্ধ, ৰসত আত্মাৰ নিমজ্জন তাৰ কাৰণ আৰু ফল ইত্যাদিবোৰ বিষয় অৱতাৰণা কৰাৰ বাবে তেখেতৰ নান্দনিক দৃষ্টিত আধ্যাত্মিকতাৰ প্ৰলেপ পৰিছে। তাতে আকৌ উপনিষদ আদিৰ উদ্ধৃতিয়ে আলোচনা আৰু গভীৰ কৰি তুলিছে। এই আলোচনা ইমান উচ্চ পৰ্যায়লৈ গৈছেগৈ যে সি নন্দনতাত্বিক আলোচনাৰ সীমাৰেখা অতিক্ৰম কৰি কাব্যৰ দৰ্শন ( philosophy of poetry ) সম্পৰ্কীয় আলোচনাৰ পৰিসীমাত সোমাইছেগৈ। সেইফালৰ পৰা গ্ৰন্থখনিৰ 'সাহিত্য-দৰ্শন' নামটি সাৰ্থক হৈছে বুলিব পাৰি।

শাস্ত্ৰীদেৱৰ এই মননশীল সমালোচনাৰ গুৰিতেই আছে তেখেতৰ দাৰ্শনিক সুলভ বিশ্লেষণাত্মক তত্বানুসন্ধান। আচাৰ্য্য শাস্ত্ৰী প্ৰকৃততে এজন দাৰ্শনিকহে। আন নালাগে, কুমাৰিল ভট্ট আৰু ধৰ্মকীৰ্ত্তিৰ ওপৰত লিখা প্ৰবন্ধকেইটিয়েই তেখেতৰ বেদান্ত, পূৰ্বমীমাংসা আৰু বৌদ্ধদৰ্শনৰ ওপৰত থকা পাণ্ডিত্যৰ ইঙ্গিত দিয়ে। শাস্ত্ৰীয়ে নিজে কলিকতাৰ গভৰ্ণমেণ্ট সংস্কৃত কলেজৰ পৰা বেদান্ততীৰ্থ উপাধি লাভ কৰিছিল। গতিকে শংকৰাচাৰ্য্যৰ দৰ্শনৰ ওপৰত থকা তেখেতৰ জ্ঞান সহজেই অনুমেয়। প্ৰাচীন ভাৰতীয় দাৰ্শনিক সকলৰ আহিত তেখেতে

প্ৰতিপক্ষৰ বাদ-বিবাদ যুক্তিৰে খণ্ডন কৰিব জানিছিল। তাৰ প্ৰমাণ প্ৰত্যেকটি ৰচনাতে বিৰাজমান। তদুপৰি ভাৰতীয় নন্দনতাত্ত্বিকৰ বিশ্লেষণ প্ৰৱণতাও তেখেতৰ ৰচনাত বিদ্যমান। প্ৰকৃততে বিশ্লেষণ ধৰ্মিতাই হৈছে ভাৰতীয় নন্দন-তত্ত্বৰ এক প্ৰধান বৈশিষ্ট্য। *সাহিত্য-দৰ্শন*ত নন্দনতত্ত্বৰ এই লক্ষণ চৰিতাৰ্থ কৰিব পৰাকৈ শাস্ত্ৰীদেৱে কাব্যকলাৰ সৌন্দৰ্য্যানুভূতিতকৈ তাৰ স্বৰূপ, স্থিতি, উৎস আদি সম্পৰ্কে অধিক বিশ্লেষণ কৰি দেখুৱাইছে। আৰু তাৰ সমান্তৰাল ভাৱে কাব্যৰ পৰা পাব পৰা লোকোত্তৰাহ্লাদৰ জনক স্বৰূপ কাব্যৰ বিমূৰ্ত দিশটোও উদ্ঘাটনৰ প্ৰচেষ্টাত ব্ৰতী হৈছে। এইখিনিতে শাস্ত্ৰীদেৱৰ পাণ্ডিত্যত স্ববিৰোধ ঘটা যেন অনুমান হয়। কিয়নো সাহিত্য-দৰ্শনত তেখেতে ৰসাস্বাদৰ অনধিকাৰী জনৰ লক্ষণ ভাঙি ধৰিবলৈ গৈ আলংকাৰিক সকলৰ উদ্ধৃতি দি কৈছে: 'যুক্তিনিষ্ঠলোক ৰসাস্বাদৰ অনধিকাৰী। দাৰ্শনিক সকলৰ মনত ৰসিকোপযোগী বাসনা নাথাকে। ইয়াৰ কাৰণ হৈছে দাৰ্শনিক বিলাক যুক্তিবাদী, সযুক্তিক আলোচনা কৰোতে কৰোতে তেওঁলোকৰ মনত যুক্তিমূলক বস্তুৰ বাসনাঃ আহিত হয়। কাব্যত লৌকিক যুক্তিৰ স্থান কম। গতিকে যি বস্তু বা ঘটনাটোকে কাব্যই উপস্থাপিত কৰে, তেওঁলোকৰ যুক্তিবাদী মনে তাৰ হেতু বিশ্লেষণত প্ৰবৃত্ত হয় বা হেতু নিৰূপণ নোহোৱালৈকে সেই বস্তুটোৰ প্ৰতি সন্দেহ জাগ্ৰত হৈ থাকে অৰ্থাৎ—অভিনৱোক্ত, সম্ভাৱনা বিৰহ বা সংশয়যোগ নামৰ ৰসবাধক থাকে। তাৰপৰা কোনো চমৎকাৰ সৃষ্টি হ'ব নোৱাৰে।' এইখিনি কথা কৈ উঠাৰ পিছতে শাস্ত্ৰীয়ে বিভিন্ন ৰসৰ উদাহৰণবোৰৰ এনে সপ্ৰশংস আলোচনা আগবঢ়াইছে যে সেইখিনি পঢ়ি উঠি আচাৰ্য্য জনক ৰসিক দাৰ্শনিক আখ্যা দিবৰহে মন যায়।

ৰসৰ আলোচনাৰ পিছতে শাস্ত্ৰীদেৱে মনযোগ দিছে অলংকাৰৰ অধ্যায়-টোত। এই অধ্যায়টোৰ অন্যতম বৈশিষ্ট্য হ'ল ইয়াত উল্লেখ কৰা উদাহৰণবোৰ। ইয়াত পৰাপক্ষত সকলো অলংকাৰৰ বাবে উদাহৰণ অসমীয়া সাহিত্যৰ পৰা লোৱা হৈছে। অসমীয়া সাহিত্যত পাবলৈ নোহোৱা অলংকাৰবোৰৰ বাবে সংস্কৃত সাহিত্যৰ পৰা উদাহৰণ অসমীয়ালৈ অনুবাদ কৰি দিছে। তেখেতে প্ৰাকবৈষ্ণৱ আৰু বৈষ্ণৱ যুগৰ পৰা আৰম্ভ কৰি আধুনিক যুগৰো লেখত ল'ব লগীয়া প্ৰায় সকলোবোৰ কবিৰ কবিতাৰ পৰা উদাহৰণ বাচি-বুটলি আনিছে। এই কাৰ্য্যই একালেদি যেনেকৈ শাস্ত্ৰীদেৱৰ অধ্যয়নৰ পৰিধিৰ গভীৰতাৰ ইংগিত দিছে,

আনকালেদি তেনেকৈ অসমীয়া সাহিত্য সম্ভাৰৰ এক বিশাল অংশত সিঁচৰিত হৈ থকা বিভিন্ন প্ৰকাৰৰ অলংকাৰৰ স্থিতি আৰু স্বৰূপ সম্পৰ্কে গবেষণামূলক পৰ্য্যালোচনা আগবঢ়াইছে।

*সাহিত্য-দৰ্শন* গ্ৰন্থখনিৰ এক মনোগ্ৰাহী সম্পদ হ'ল ইয়াত সন্নিবিষ্ট কৰা অলংকাৰ শাস্ত্ৰৰ সূত্ৰসমূহৰ কাব্যিক অসমীয়া ৰূপান্তৰ। সংস্কৃত অলংকাৰ শাস্ত্ৰত বিভিন্ন প্ৰসঙ্গত উদ্ধৃত কবিতাংশবোৰ অসমীয়ালৈ অনুবাদ কৰি উলিওৱাৰ উপৰিও কেতবোৰ সূত্ৰবো ছান্দিক অনুবাদ তেখেতে বৰ সুন্দৰকৈ দিছে। উদাহৰণ স্বৰূপে বিশ্বনাথ কবিৰাজে *সাহিত্য-দৰ্পণ*ত দিয়া কবি প্ৰসিদ্ধি সমূহৰ তালিকাখনৰ শাস্ত্ৰীদেৱে যি অসমীয়া ৰূপান্তৰ আগবঢ়াইছে ( সাহিত্য-দৰ্শন, পৃ ৭৭ ) সি কবিৰ মৌলিক ৰচনা যেনেই হৈছে।

গ্ৰন্থখন যদিও অসমীয়া ভাষাত লিখা হৈছে তথাপি তাৰ বিষয়বস্তু উপস্থাপনত এক প্ৰাচীন শাস্ত্ৰীয় ৰীতি অনুসৰণ কৰা হৈছে। সংস্কৃত ভাষাৰ শাস্ত্ৰীয় ৰচনা ৰাজিৰ এক স্বকীয়া উপস্থাপন ৰীতি আছে। সেইবোৰত কেতিয়াবা প্ৰশ্নোত্তৰ পদ্ধতিৰে বিষয়বস্তু দাঙি ধৰা হয়। কেতিয়াবা প্ৰতিষ্ঠাপ্য মতবাদক পোনতে উল্লেখ কৰি পিছত ব্যাখ্যা দিয়া হয়। কোনো কোনো ক্ষেত্ৰত উদাহৰণৰ দ্বাৰা বিশ্লেষণ কৰি বিষয়বস্তুৰ ভিতৰলৈ সোমোৱা হয় আৰু পিছতহে কোনো এক মতবাদ প্ৰতিষ্ঠা কৰা হয়। শাস্ত্ৰীদেৱৰ *সাহিত্য-দৰ্শন*তো এই তিনিওপ্ৰকাৰ পৰম্পৰাগত শাস্ত্ৰীয় পদ্ধতি অনুসৰণ কৰা হৈছে। বিষয়বস্তু উপস্থাপনৰ এনে ৰীতিবোৰ বোধকৰোঁ শাস্ত্ৰীদেৱৰ অভ্যাসৰ দৰেই হৈছিলগৈ। কিয়নো তেখেতৰ শাস্ত্ৰীয় অশাস্ত্ৰীয় সকলো ৰচনাতে প্ৰায় একেধৰণেৰে সমস্যাবোৰ দাঙি ধৰা দেখা যায়। *সাহিত্য-দৰ্শন*তো প্ৰত্যেকটি মতবাদৰ ব্যাখ্যা দিবলৈ যাওঁতে সেই মতবাদৰ পৃষ্ঠপোষক সকলে মুখামুখী হ'ব লগা হোৱা পূৰ্বপক্ষৰ যুক্তিসমূহ আৰু উত্তৰ পক্ষৰ খণ্ডন প্ৰক্ৰিয়াও স্থাপন কৰিছে। তাৰ মাজে মাজে নিজৰ দৃষ্টিভঙ্গীও তেখেতে উল্লেখ কৰিছে। গ্ৰন্থখনিত পৰ্য্যাপ্ত পৰিমাণে সংস্কৃত শব্দৰ প্ৰয়োগে শাস্ত্ৰীদেৱৰ প্ৰকাশভঙ্গী কিছু জটিল কৰি তুলিছে যদিও তাত এটা আভিজাত্যও প্ৰদান কৰিছে। দৰ্শনাদি শাস্ত্ৰীয় গ্ৰন্থ বহু পৰিমাণে অধ্যয়ন কৰাৰ বাবেই বোধকৰোঁ শাস্ত্ৰীদেৱ এনে শাস্ত্ৰীয় পদ্ধতিৰ প্ৰভাৱৰ পৰা মুক্ত হ'ব পৰা নাছিল।

এনে পৰম্পৰাগত ৰীতিৰ লগত অপৰিচিত পাঠকৰ বাবে পোনতে *সাহিত্য-দৰ্শনৰ* প্ৰকাশভঙ্গী আৰু ভাষা আচহুৱা লাগিব পাৰে। কিন্তু শাস্ত্ৰীদেৱৰ বিশ্লেষণাত্মক ব্যাখ্যাৰ বাবে আৰু পাদটীকাত দিয়া সমৰ্থক উদ্ধৃতিবোৰৰ বাবে বিভিন্ন মতবাদৰ উৎপত্তিৰ পটভূমি বা তাৰ ক্ৰমবিকাশ সম্পৰ্কে পাঠক সহজে অৱগত হৈছে। সেইবোৰ বুজিবৰ বাবে ব্যাপাৰ, উপাধি, সাধাৰণীকৃত আদি অলংকাৰৰ শাস্ত্ৰীয় পাৰিভাষিক শব্দসমূহৰ সৰল ব্যাখ্যাও পাদটীকাত দিছে। সেইবাবেই কাব্য-দৰ্শন সম্পৰ্কীয় তত্ত্ব সম্বলিত হোৱা স্বত্ত্বেও গন্থখন সাধাৰণ পাঠকৰ বোধগম্য হৈছে। এনেদৰে *সাহিত্য-দৰ্শন* নামৰ গ্ৰন্থখনিত এজন ৰসিক দাৰ্শনিকৰ ভাৰতীয় কাব্যতত্ত্ব আৰু কাব্য দৰ্শন সম্পৰ্কীয় পাণ্ডিত্যপূৰ্ণ দৃষ্টিভঙ্গীৰ সৰল প্ৰতিফলন ঘট দেখিবলৈ পোৱা যায়। ।]

# আচাৰ্য্য শাস্ত্ৰীৰ অনন্যতা : মানৱিক আৰু সাংস্কৃতিক প্ৰসঙ্গৰ

ডক্টৰ বীৰেন্দ্ৰনাথ দত্ত

৺মনোৰঞ্জন শাস্ত্ৰীদেৱৰ নামটোৰ লগত পণ্ডিত আৰু আচাৰ্য্য বিশেষণ দুটা প্ৰায় অৱধাৰিতভাৱে ব্যৱহৃত হৈ আহিছে। তাৰ সাৰ্থকতাও সন্দেহৰ ঊৰ্দ্ধত। বুদ্ধিমত্তা, একাগ্ৰতা আৰু ঘনিষ্ঠ শ্ৰমৰ মিসফল সংযোগে পাণ্ডিত্যৰ বিভূষা প্ৰদান কৰে সেয়া স্বৰ্গীয় শাস্ত্ৰীদেৱৰ ক্ষেত্ৰত পূৰ্ণ মাত্ৰাই সংঘটিত হৈছিল। শাস্ত্ৰী উপাধি ধাৰী এইগৰাকী সাৰস্বত সাধক কিন্তু অকল পণ্ডিতেই নাছিল, তেওঁ আছিল যথাৰ্থতে এগৰাকী আচাৰ্য্য যি আজীৱন নিৰলস জ্ঞান চৰ্চাক শিক্ষাদানৰ ব্ৰতৰ লগত যুক্ত কৰি প্ৰকৃত মাৰ্গ দৰ্শকৰ ভূমিকা গ্ৰহণ কৰিছিল। তাতোকৈ এখোজ আগবাঢ়ি গৈ কব খোজোঁ যে জ্ঞানচৰ্চা আৰু শিক্ষাদানৰ উৎকৰ্ষৰ জোখেৰেও শাস্ত্ৰীদেৱৰ অৱদানৰ পূৰ্ণ মূল্যায়ন হ'ব নোৱাৰে, হোৱা উচিত নহয়। তেওঁৰ মনীষা, চিন্তা আৰু ব্যক্তিত্বত এনে ধৰণে সূক্ষ্ম অন্তদৃ'ষ্টি আৰু মানৱিক মূল্যবোধৰ প্ৰতিফলন ঘটিছিল যে তাৰ মাজেদি বিচ্ছুৰিত হৈছিল শাস্ত্ৰজ্ঞানৰ ঊৰ্দ্ধৰ প্ৰজ্ঞাৰ আলোক। বিশেষকৈ মানৱিক আৰু সাংস্কৃতিক প্ৰসঙ্গত শাস্ত্ৰীদেৱৰ জীৱন আৰু কৰ্মত আমি এনে কিছুমান অনন্য সাধাৰণত্বৰ আভাস পাওঁ যাৰ কাৰণে, আমি ভাবোঁ, তেওঁক বিশেষভাৱে চিহ্নিত কৰাৰ যুক্তিও আছে, প্ৰয়োজনো আছে। অনন্য সাধাৰণ দিশ কেইটাকে আমি ইয়াত বিশ্লেষণ কৰিবৰ যত্ন কৰিছোঁ।

বিদ্যায়তনিক উপাধি প্ৰাপ্তিৰ পূৰ্বে মনোৰঞ্জন শাস্ত্ৰী আছিল উকা মনোৰাম শৰ্মা। এক কৌলীন্যযুক্ত ব্ৰাহ্মণ পৰিয়ালত জন্ম গ্ৰহণ কৰা শৰ্মা লালিত-পালিত হৈছিল স্বাভাৱিক নৈতিক বাতাৱৰণত। তেওঁ শিক্ষা গ্ৰহণো কৰিছিল পৰম্পৰাগত প্ৰথাৰে সংস্কৃত বিদ্যায়তনত। এনে অৱস্থাত তেওঁৰ ব্যক্তিত্বৰ গঠনত একধৰণৰ 'গোড়ামি'ৰ প্ৰৱেশ ঘটা হলে সি বৰ অস্বাভাৱিক নহ'লহেঁতেন। কিন্তু মনোৰঞ্জন শাস্ত্ৰীৰ ক্ষেত্ৰত সেইটো হোৱা নাছিল, নিজৰ ব্যক্তিগত নৈতিকতাক বিসৰ্জন নিদিয়াকৈ সন্তুলিত বিচাৰ-বুদ্ধিৰ প্ৰয়োগেৰে অহৈতুক গোড়ামিৰ ঊৰ্দ্ধলৈ উঠিব পৰা ক্ষমতা তেওঁ অৰ্জন কৰিছিল। কুলাভিমান আৰু শিক্ষাভিমানৰ ঠাইত তেওঁৰ ব্যক্তিত্বত প্ৰকাশ পাইছিল মনুষ্যত্বৰ মৰ্যাদাদানৰ অকৃত্ৰিম প্ৰৱণতা।

আকৌ পৰম্পৰাগত শিক্ষা সত্তৱ ৰক্ষণশীল বাতাৱৰণৰ প্ৰভাৱত বহু সময়ত তেনেধৰণে শিক্ষাপ্ৰাপ্ত ব্যক্তিৰ ভিতৰলৈ সংক্ৰমিত হয় এক ধৰণৰ প্ৰাচীন পন্থী মনোভাৱ যাৰ লগত জড়িত থাকে আধুনিক ধৰণৰ ধ্যান-ধাৰণা আৰু জ্ঞানচৰ্চাৰ প্ৰতি কিছু অনীহা বা কিছু অসহিষ্ণুতা। শাস্ত্ৰীদেৱৰ ক্ষেত্ৰত তেনে হোৱাতো নাছিলেই বৰং তেওঁ আন্তৰিক নিষ্ঠা আৰু অধ্যৱসায়েৰে নিজকে পৰিচিত কৰাইছিল আধুনিক জ্ঞান চৰ্চাৰ পদ্ধতিৰ লগত। ইংৰাজী ভাষাৰ মাধ্যমেৰে লিখা তেওঁৰ আধুনিক প্ৰণালীসিদ্ধ প্ৰবন্ধৰাজিয়ে এই দিশত মুক্ত মানসিকতাৰ সাক্ষ্য বহন কৰে।

শাস্ত্ৰীদেৱৰ মানাসক গঠনৰ আন এটা তাৎপৰ্য্যপূৰ্ণ দিশ হ'ল লোকায়ত পৰম্পৰাৰ প্ৰতি তেওঁৰ সহজাত আগ্ৰহ আৰু শ্ৰদ্ধা। বহুসময়ত শিষ্ট ধাৰাৰ সংস্কৃতিৰ লগত বিদ্যায়তনিকভাৱে যুক্ত ব্যক্তিৰ ক্ষেত্ৰত লোকায়ত স্তৰৰ সমলক উপযুক্ত মূল্য দিয়াৰ প্ৰতি কিছু কুণ্ঠিত মনোভাৱ পৰিলক্ষিত হয়। এই দিশত শাস্ত্ৰীদেৱ আছিল এক উজ্জ্বল ব্যতিক্ৰম। শিষ্ট সংস্কৃতিৰ লগত যে লোকায়ত সংস্কৃতিৰ কোনো বিৰোধ নাই, বৰং দুয়ো যে দুয়োৰে পৰিপূৰক সেয়া আছিল শাস্ত্ৰীদেৱৰ সহজাত প্ৰবৃত্তিৰ সৈতে যুক্ত বিদ্যায়তনিক উপলব্ধি। তেওঁৰ ব্যৱহাৰিক জীৱনতো তাৰ প্ৰতিফলন ঘটিছিল। তেওঁ আছিল পৰম্পৰাগত সঙ্গীতৰ প্ৰকৃত ৰসিক।[1] বিশেষকৈ মঙ্গলদৈ অঞ্চলৰ পৰম্পৰাগত আৰু লোকায়ত সাংস্কৃতিক সমলৰ লগত তেওঁৰ অকল ঘনিষ্ঠ পৰিচয়েই আছিল এনে নহয়, তেওঁ তাৰ প্ৰকৃত অনুৰাগীও আছিল। তেনে সমলৰ প্ৰতি সুধীজনৰ দৃষ্টি আকৰ্ষণ কৰাৰ মানসেৰে তেওঁ একাধিক প্ৰবন্ধত সেই বিষয়ৰ তথ্য খৰচি মাৰি দাঙি ধৰিছিল।

শাস্ত্ৰীদেৱে গভীৰভাৱে আৰু আন্তৰিকভাৱে বিশ্বাস কৰিছিল যে বৈচিত্ৰ্যময় ভাৰতীয় সংস্কৃতিৰ স্বৰূপটি হৈছে সংশ্লেষণধৰ্মী আৰু বিভিন্ন প্ৰান্ত আৰু গোষ্ঠীৰ অৱদানেৰে পুষ্ট হৈ সি তাৰ মহত্ত্ব আৰু বিশালতা প্ৰাপ্ত হৈছে। বহুসময়ত আৰ্য্য আখ্যাৰে চিহ্নিত ভাৰতীয় সংস্কৃতি অকল আৰ্য্য নামক এক বিশেষ গোষ্ঠীৰ একক

---

১. শাস্ত্ৰীদেৱৰ 'অসমত সঙ্গীত চৰ্চ্চা' নামৰ প্ৰবন্ধত (ৰামধেনু, ৬ষ্ঠ বছৰ, ১ম-২য় সংখ্যা) সঙ্গীত সম্পৰ্কীয় শাস্ত্ৰজ্ঞানৰ লগত ওজা-পালি সঙ্গীতৰ বিষয়ে ব্যৱহাৰিক জ্ঞানৰ অপূৰ্ব সমন্বয় ঘটিছে। ওজা-পালিৰ সঙ্গীতৰ বিষয়ে তেওঁ *The Music of oja-p.li* নামৰ নিবন্ধত প্ৰকাশ কৰিছিল। মঙ্গলদৈ অঞ্চলৰ লোকসংস্কৃতিৰ বিশেষ সম্ভেদ থকা তেওঁৰ প্ৰবন্ধৰ ভিতৰত আছে 'দৰঙ্গীয়া লোকসঙ্গীতত ঢেপাচুলীয়া।'

অৱদানেৰে গঢ়ি উঠা নাই, তাত সন্মিলিত হৈছে বিভিন্ন জাতি-গোষ্ঠীৰ বিচিত্ৰ উপাদান এই বিষয়ে তেওঁৰ মত আছিল স্পষ্ট। তেওঁ দ্ব্যৰ্থহীন ভাষাত ব্যক্ত কৰিছিল যে ভাৰতীয় সংস্কৃতিৰ যৌগিক সামগ্ৰিকতাৰ স্বৰূপটো 'আৰ্য্যজাতি মানী'ৰ বাবেও অগ্ৰহণীয় নাছিল আৰু নহয়। সেইদৰে অসমৰ সংস্কৃতিও আৰ্য্য আদৰ্শ আৰু আচাৰৰ লগত স্থানীয় আৰ্য্য ভিন্ন আচাৰ-বিশ্বাসৰ সংমিশ্ৰণত উদ্ভূত এক যৌগিক প্ৰপঞ্চ এই উদাৰ ভাৱধাৰাৰ প্ৰকাশেৰে তেওঁৰ বিবিধ ৰচনা সমুজ্জ্বল হৈ আছে। দুটিমান প্ৰাসঙ্গিক উদ্ধৃতিয়েই আমাৰ বক্তব্যৰ সপক্ষে সাক্ষ্য দাঙি ধৰাৰ বাবে যথেষ্ট হ'ব।

ভাৰত বুলিলে বহু প্ৰদেশ বা ৰাজ্যৰ সমষ্টি প্ৰতীত হোৱাৰ দৰে ভাৰতীয় জাতি বুলিলে ভাৰতীয় জাতিৰ অন্তৰ্গতভাৱে বহু জাতি-উপজাতিৰ বা মানব গোষ্ঠীৰ প্ৰতীতি হয়; বৈদিক বা সনাতন ধৰ্ম সংস্কৃতি বুলিলেও বিভিন্ন কালত আৰু বিভিন্ন প্ৰদেশত অৱস্থিত বিভিন্ন জনগোষ্ঠীৰ ধৰ্ম সংস্কৃতিৰ সমষ্টি প্ৰতীত হয়।[২]

'অসম বা কামৰূপ প্ৰদেশত বৰ্ণাশ্ৰম ব্যৱস্থাত বিশ্বাসী বৈদিক ধৰ্মৰ অনুগামী মানৱ গোষ্ঠীৰ বাহিৰা বিভিন্ন মানৱ গোষ্ঠীত স্মৰণাতীত কালৰপৰা বাস কৰি আহিছে। সেই খাচি, জয়ন্তীয়া গাৰো, নগা, দফলা, মিৰি, মিচিমি, কুকি, লুচাই, কছাৰি, ভোট আদি জাতি-উপজাতিৰ মাজতো অনাদি কালৰ পৰা অবিচ্ছিন্ন পৰম্পৰাভাৱে নানা প্ৰকাৰৰ অদৃষ্টাৰ্থক কৰ্মানুষ্ঠান বা ধৰ্মকাৰ্য্য আচৰণৰ প্ৰথা আৰু পদ্ধতি চলি আছিল আৰু আজিও আছে। প্ৰাচীন ভাৰতীয় ধৰ্মবিচাৰক বেদৱিদ ঋষিসকলে সেইবিলাকৰো দেশধৰ্ম, জাতিধৰ্ম বা কুলধৰ্ম বুলি স্বীকাৰ কৰিছে, সেই বিলাক ধৰ্মৰ যথাৰ্থতা বা সত্যতা স্বীকাৰ কৰিছে; সেইবোৰক ভ্ৰমমূলক কুসংস্কাৰ, অধৰ্ম বা পাপকৰ্ম বুলি প্ৰতিপন্ন কৰা নাই।'[৩]

এই সৰ্বভাৰতীয় বিশালতৰ পটভূমিৰ উপলব্ধিয়ে শাস্ত্ৰীদেৱক সহজে প্ৰাদেশিক বা স্থানীয় সংকীৰ্ণতাৰ ওপৰলৈ তুলি নিছিল। তেওঁৰ সৰহ সংখ্যক ৰচনাৰ বিষয়বস্তু আহৃত হৈছিল অসমৰ সাংস্কৃতিক আৰু বৌদ্ধিক জগতৰ পৰা

---

২. দ্ৰষ্টব্য 'ধৰ্ম আৰু দৰ্শন' প্ৰবন্ধ, *অসমীয়া জাতিৰ ইতিবৃত্ত* ( অসম সাহিত্য সভা, ১৯৭৪ ) গ্ৰন্থত সন্নিবিষ্ট।

৩. দ্ৰষ্টব্য পূৰ্বোক্ত প্ৰবন্ধ।

আৰু কিছু সংখ্যকৰ বিষয়-বস্তু আছিল মঙ্গলদৈ ( বৰ্তমানৰ দৰং জিলা ) অঞ্চলৰ সাংস্কৃতিক বৈশিষ্ট্যৰ লগত জড়িত।[৪] অসমৰ এগৰাকী কৃতবিদ্য পুৰুষ হিচাপে অসমৰ প্ৰতি তেওঁৰ আনুগত্য আছিল অত্যন্ত স্বাভাৱিক। সেইদৰে স্বাভাৱিক আছিল মঙ্গলদৈ অঞ্চলৰ এগৰাকী সুসন্তান হিচাপে সেই অঞ্চলৰ সাংস্কৃতিক উৎকৰ্ষক লৈ তেওঁৰ একধৰণৰ গৌৰৱবোধ কিন্তু অসম অঞ্চলৰ বা মঙ্গলদৈ অঞ্চলৰ বৌদ্ধিক সাংস্কৃতিক ভাৱমূৰ্তিক উজ্জ্বল ৰূপত দাঙি ধৰাৰ প্ৰয়াসত আঞ্চলিকতাবাদ বা স্থানীয়তাবাদৰ কোনো গোন্ধ নাছিল বৰং তাৰ লগত জড়িত আছিল ক্ৰমে ভাৰতীয় সংস্কৃতি আৰু অসমীয়া সংস্কৃতিৰ সামগ্ৰিকতাৰ প্ৰকৃত পৰিপ্ৰেক্ষিতত অসমীয়া আৰু মঙ্গলদৈয়া সংস্কৃতিৰ বৈশিষ্ট্য উপস্থাপন আৰু মূল্যায়ন কৰাৰ আগ্ৰহ।

ওপৰৰ খণ্ডত কৰা আলোচনাত ভাৰতীয় সংস্কৃতি আৰু অসমীয়া সংস্কৃতিৰ বিষয়ে শাস্ত্ৰীদেৱৰ বলিষ্ঠ যুক্তিনিষ্ঠ মনোভাৱৰ আভাস দিবৰ যত্ন কৰা হৈছে। এই প্ৰসঙ্গতে মন কৰিব লগীয়া যে সংস্কৃতি সম্পৰ্কে শাস্ত্ৰীদেৱৰ তাত্ত্বিক অৱধাৰণাও কম তাৎপৰ্য্যপূৰ্ণ নাছিল।

ইংৰাজী কালচাৰ (culture) শব্দৰ সমাৰ্থকৰূপে অসমীয়াত কৃষ্টি আৰু সংস্কৃতি শব্দ দুটা প্ৰচলিত হৈ আহিছে। যদিও সাধাৰণতে এই দুয়োটা শব্দই একে অৰ্থকে বহন কৰা বুলি ধৰা হয়, শাস্ত্ৰীদেৱে 'কৃষ্টি' আৰু 'সংস্কৃতি'ক দুটা সুকীয়া অথচ সম্পৃক্ত অৰ্থবাহী অভিধা হিচাপে লৈছিল। এই বিষয়ে তেওঁৰ নিজৰ ভাষাৰেই তেওঁৰ মতৰ লগত পৰিচিত হোৱা যাওক :

"একেটা ক্ৰিয়াৰ বাৰম্বাৰ আচৰণ বা আবৃত্তিক কৰ্ষণ বা কৃষ্টি বোলা হয়। সেই কৃষ্টিৰ ( কৰ্ষণৰ ) ফলস্বৰূপে সেই ক্ৰিয়াত কাৰকস্বৰূপে, বিশেষকৈ কৰ্ম আৰু কৰণ কাৰকৰূপে নিযুক্ত ( ব্যাপৃত ) পদাৰ্থটিত যি সংস্কাৰ, ক্ষমতা বা সামৰ্থ্যৰূপ অদৃষ্ট যোগ্যতা আহিত ( উৎপন্ন ) হয়, তাকেই বোলে সংস্কৃতি। কৃষিকৰ্মৰ ( খেতিৰ ) ক্ষেত্ৰত হালবোৱা বা কোৰমৰা ক্ৰিয়াৰ আবৃত্তিটোৱে কৃষ্টি

---

৪. সুবিখ্যাত গ্ৰন্থ 'অসমৰ বৈষ্ণৱ দৰ্শনৰ ৰূপৰেখা' আৰু 'কুমাৰিল ভট্টপাদ আৰু আচাৰ্য্য ধৰ্মকীৰ্ত্তি' দুয়োখনকৈ অসমৰ প্ৰসঙ্গ লৈ ৰচিত। অসম আৰু মঙ্গলদৈ সম্পৰ্কিত আগতে উল্লেখ কৰা প্ৰবন্ধৰ উপৰিও আন প্ৰবন্ধ কিছুমানৰ নাম এনেধৰণৰ ; 'কামৰূপীয় স্মৃতি নিবন্ধকাৰ বেদাচাৰ্য্য আৰু মহাত্মা সম্বৎসৰ', 'সৰ্বভাৰতীয় খ্যাতি সম্পন্ন কামৰূপীয় পণ্ডিতৰ ইতিহাসত মঙ্গলদৈৰ সৰ্বভাৰতীয় খ্যাতিসম্পন্ন প্ৰাচীন পণ্ডিতসকল', 'Vedācārya and Samvatsara' ইত্যাদি।

আৰু তাৰ ফলত মাটিৰবাত উৎপন্ন হোৱা বীজ প্ৰয়োগৰ ( শস্য উৎপন্ন হোৱাৰ ) উপযোগী যি সংস্কাৰ, ক্ষমতা বা যোগ্যতা সেয়ে সংস্কৃতি।"৫

"কোনো এখন দেশৰ বা কোনো এটা অঞ্চলৰ অধিবাসী প্ৰায়খিনিক লোকে অথবা কোনো এটা জাতিৰ বেছিভাগ লোকে পুৰুষ পৰম্পৰাভাবে যদি একেটা ক্ৰিয়াৰ একে প্ৰকাৰে আচৰণ কৰি থাকে তেন্তে আচৰণ ৰূপ কৃষ্টিৰ ফলস্বৰূপে সেই দেশীয়, সেই অঞ্চলত বা সেই জাতীয় লোকৰ ভিতৰত. সেই ক্ৰিয়া-আচৰণৰ প্ৰবৃত্তি প্ৰবাহ হয়, সেই কৰ্মাচৰণত ৰুচি আৰু তেনেকুৱাভাবে সেই কৰ্মানুষ্ঠানৰ ক্ষমতা বা দক্ষতাৰূপ সংস্কৃতি সুদৃঢ় হয়। দেশগত, অঞ্চলগত আৰু জাতিগত হোৱা হেতুকে সেই কৃষ্টি আৰু সংস্কৃতি দেশীয় কৃষ্টি-সংস্কৃতি আঞ্চলিক কৃষ্টি-সংস্কৃতি অথবা জাতীয় কৃষ্টি-সংস্কৃতিৰূপে পৰিগণিত হয়।"৬

এই উক্তিসমূহ পুথিগত জ্ঞানৰ ওপৰত ভিত্তি কৰা নহয় যদিও এইবোৰৰ ভিতৰত আধুনিক নৃতত্ত্ববিদ-সমাজতত্ত্ববিদ সকলে আঙুলিয়াই দিয়া কালচাৰ বা সংস্কৃতিৰ কেইবাটাও বৈশিষ্ট্য প্ৰত্যক্ষ বা পৰোক্ষভাবে বিধৃত হৈছে। সেই বৈশিষ্ট্যবোৰ হ'ল এনেধৰণৰ : জীৱন ধাৰণৰ বিভিন্ন দিশত সমাজত মানুহে আহৰণ কৰা অভ্যাস আৰু দক্ষতাৰ সমষ্টিয়েই হ'ল সংস্কৃতি ; সংস্কৃতি পুৰুষানুক্ৰমে আহিত আৰু বাহিত হয়- সি জন্মজাত জৈৱিক বৈশিষ্ট্য নহয় ; কোনো এক গোষ্ঠী বা অঞ্চলক ভিত্তি কৰি গোষ্ঠীগত বা অঞ্চলগত সংস্কৃতিয়ে ৰূপ লয় ; ইত্যাদি।

আকৌ সংস্কৃতি যে স্থিতিশীল নহয় গতিশীল সি যে বিভিন্ন উপাদানৰ সংযোগ আৰু সংশ্লেষণৰ দ্বাৰা আগবাঢ়ি গৈ থাকে , সেই গুৰুত্বপূৰ্ণ সত্যৰ উপলব্ধিও শাস্ত্ৰীদেৱৰ ৰচনাত প্ৰতিফলিত হৈছে তেওঁৰ নিজস্ব অননুকৰণীয় ভঙ্গীৰে :

"নানাপিনৰ পৰা অহা নানান নদী-উপনদীৰ সংমিশ্ৰণত আৰু আত্ম-সমৰ্পণত পৰিণত আৰু পৰিপুষ্ট নদৰাজ ব্ৰহ্মপুত্ৰ বৈ বৈ বিশাল সমুদ্ৰত নিজক ডুবাইদি যিদৰে সৰিৎপতিৰ দেহ পুষ্ট কৰিছে সেই দৰে নানান ধৰণৰ সংস্কৃতিৰ ধাৰা নানা পিনৰ পৰা বৈ আহি এটা অভিনৱ সংস্কৃতিৰ ধাৰা সৃষ্টি কৰে আৰু সেই অভিনৱ বৃহত্তৰ ধাৰাও গৈ আকৌ আন বৃহত্তৰ সংস্কৃতিৰ লগত একীভূত হৈ

৫. দ্ৰষ্টব্য : 'দৰঙীয়া লোকসংগীতত চেপা ঢুলীয়া' প্ৰবন্ধ।

৬. দ্ৰষ্টব্য : পূৰ্বোক্ত গ্ৰন্থ।

তাৰ মাজত নিজক ডুবাই দি আন এটা বৃহত্তৰ সংস্কৃতিক পৰিণত, পুষ্ট বা সংবৰ্দ্ধিত কৰি তোলে। ব্ৰহ্মপুত্ৰৰ বুকুৰ পৰা তাৰ উপাদান স্বৰূপ নদী-উপনদী বিলাকক বাচি উলিওৱা যেনে অসম্ভৱ, সমুদ্ৰৰ মাজত ব্ৰহ্মপুত্ৰৰ অস্তিত্ব প্ৰমাণ সিদ্ধ হ'লেও তাক তাৰ মাজৰ পৰা বেলেগাই বুজাটো যেনে দুঃসাধ্য, সেইদৰে বৃহত্তৰ বা বৃহত্তম উপদেৱ ( কাৰ্য্যৰূপ ) সংস্কৃতি প্ৰবাহৰ পৰা বৃহৎ আৰু বৃহত্তৰ উপাদানৰূপ ( কাৰণস্বৰূপ ) সংস্কৃতিক বাচি উলিয়াব পৰাটোও সম্ভৱ নহয়।'

“প্ৰতিক্ষণে ব্ৰহ্মপুত্ৰ নদৰ ৰূপ বদলি হৈছে, প্ৰতিপদক্ষেপে সি পুৰণিক এৰি দিছে আৰু নতুনক লৈ নিজে ৰূপান্তৰিত হৈ যাব লাগিছে তথাপি তাৰ নামৰ সলনি হোৱা নাই, হলেও বা আমাৰ জাতিৰ অন্তৰ্নিহিত মানসিক সংস্কৃতিৰ ধাৰাবাহিকতাৰ ভিতৰেদি প্ৰতীয়মান হৈ চলি থকা তাৰ পূৰ্বৰূপটি এৰা পৰা নাই গতিকে সি সৰ্বদায় একে ৰূপে প্ৰতীত হৈ আছে আৰু কিমান দিন এইদৰে থাকিব তাক কোনে কব পাৰে ?”[7]

সংস্কৃতি যে এহাতে স্থিৰ ৬।৭ আনহাতে গতিশীল সেই কথাৰ কি সুন্দৰ প্ৰকাশ।

শাস্ত্ৰীদেৱৰ পুণ্যস্মৃতিৰ প্ৰতি আমি জনাওঁ বিমুগ্ধজনৰ সশ্ৰদ্ধ প্ৰণিপাত। □

---

৭. দ্ৰষ্টব্য : ‘অসমত সঙ্গীত চৰ্চা’ প্ৰবন্ধ

# সুকুমাৰ কলা সাধক ঃ আচাৰ্য্য শাস্ত্ৰী

শ্ৰীদুৰ্গেশ্বৰনাথ ওজা

একোজন ব্যক্তিৰ আজীৱন সাধনাযুক্ত বিশিষ্ট গুণ আৰু কৰ্মৰাজিয়ে, একোখন সমাজত বিশেষ ধৰণৰ প্ৰভাৱ পেলাই থৈ যায়। এনেকুৱা গুণী-জ্ঞানী লোক, কুলৰ প্ৰদীপ আৰু জন্মভূমিৰ গৌৰৱ। তদুপৰি সমাজৰ উত্তৰ পুৰুষৰ বাবেও এনেলোক প্ৰেৰণাৰ জীৱন্ত উৎস। অসমৰ ভাষা-সাহিত্য, কৃষ্টি-সংস্কৃতি আদি সুকুমাৰ কলা-সাধনাৰ ক্ষেত্ৰত নিজক সাৰ্থক ভাৱে নিয়োজিত কৰা লোক সকলৰ ভিতৰত এগৰাকী অন্যতম ব্যক্তি আছিল স্বনামধন্য পণ্ডিত আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰী।

এই জনা প্ৰতিভাশালী পণ্ডিতে সংস্কৃত সাহিত্যলৈ আগবঢ়োৱা বিশিষ্ট বৰঙণিৰ স্বীকৃতি স্বৰূপে, সন্মানজনক ৰাষ্ট্ৰীয়-বঁটা অৰ্জন কৰিছিল। তদুপৰি প্ৰাচীন কামৰূপৰ সমাজ ব্যৱস্থা আৰু স্থাপত্য শিল্পৰ ঐতিহ্যৰ ওপৰত আলোক-পাত কৰি লিখি থৈ যোৱা এখেতৰ গ্ৰন্থ-প্ৰবন্ধৰাজি অসমীয়া সাহিত্য ভঁৰালৰ এক মূল্যৱান সম্পদ। দৰঙৰ পৰম্পৰাগত কৃষ্টি-সংস্কৃতি তথা সঙ্গীত-কলাৰ বৈশিষ্ট্যৰ ওপৰত মনোনিবেশ কৰি আগবঢ়োৱা গভীৰ পৰ্য্যালোচনাবোৰে, শাস্ত্ৰীদেৱৰ পাণ্ডিত্য আৰু কলা-সাধনাৰ সম্যক পৰিচয় দাঙি ধৰে। বিশেষকৈ ওজাপালি-ব্যাসসঙ্গীতৰ উদ্ভৱ তথা স্থিতিকাল সম্পৰ্কে এখেতৰ উদঘাটিত প্ৰামাণিক তথ্যৰাজি অসমৰ অন্যান্য লিখকেও গ্ৰহণ কৰিছে, যাৰ দ্বাৰা এই বিধ সংগীতানুষ্ঠান অসমৰ ৰাগ-সংগীতৰ প্ৰাচীন ধাৰাৰূপে আজি স্বীকৃত হৈছে। ভাৰতীয় সংগীত শাস্ত্ৰৰ অধ্যয়ন-পুষ্ট জ্ঞানৰ দ্বাৰা এখেতে কৃষ্টি, সংস্কৃতি, কলা, সংগীত, মাত্ৰা, নৃত্য, গীত, বাদ্য, ছন্দ, সুৰ, তাল, লয় আদিৰ সংজ্ঞাবোৰ এনেদৰে বিশ্লেষণ কৰি দেখুৱাইছে যে, সংগীত-কলাৰ সাধাৰণ অনুশীলনকাৰী জনেও এইবোৰৰ মৰ্মাৰ্থ সহজে হৃদয়ংগম কৰিব পাৰে। শাস্ত্ৰীদেৱৰ নিজৰ ভাষাত ইয়াৰ বিশ্লেষণবোৰ থুল-মূলকৈ এনেধৰণৰ : (১) একোটা ক্ৰিয়াৰ বাৰম্বাৰ আচৰণ বা আবৃত্তিক কৰ্ষণ নাইবা "কৃষ্টি" বোলা হয়। (২) সেই কৃষ্টিৰ ( কৰ্ষণৰ ) ফলস্বৰূপে, সেই ক্ৰিয়াত কাৰকৰূপে নিযুক্ত ( ব্যাপৃত ) পদাৰ্থটিত যি সংস্কাৰ ক্ষমতা বা সামৰ্থ্যৰূপ অদৃষ্টযোগ্যতা ওপজে, তাকেই বোলে "সংস্কৃতি"। (৩) বস্তু ( কাৰ্য্য ) নিৰ্মাণ কৰাৰ যি ব্যক্তিগত ক্ষমতা

( শক্তি ) বা সৃজনী শক্তি, তাৰেই নাম "কলা"। (৪) 'নৃত্য-গীত-বাদ্য" এই তিনিটাৰ ( তৌৰ্য্যত্ৰিকৰ ) যথোচিত সমাৱেশক কোৱা হয় "সংগীত"। (৫) সোঁ আঁঠুটোৰ ওপৰত সোঁ হাতৰ তলুৱাখন ক্ৰমভাৱে এপাক ঘূৰোৱাত যিমান খিনি সময় লাগে, সিমানখিনি সময়ক কোৱা হয়, "একমাত্ৰা"। (৬) যি বাক্যৰ উচ্চাৰণ বা আবৃত্তি মাত্ৰা সংখ্যাৰ অথবা বৰ্ণ সংখ্যাৰ দ্বাৰা নিয়ন্ত্ৰিত হয় তাৰ নাম "পদ্য"। (৭) তন্ত্ৰী ( তাঁৰযন্ত্ৰ ), সুষিৰ ( বাঁহী জাতীয় ) যন্ত্ৰ আৰু প্ৰাণীকণ্ঠৰ স্বৰ মাত্ৰা সংখ্যাৰ দ্বাৰা নিয়ন্ত্ৰিত হলে তাক কোৱা হয় 'গীত" বা গান। (৮) যি কোনো ধ্বনি (আৱাজ) মাত্ৰা সংখ্যাৰ দ্বাৰা নিয়ন্ত্ৰিত হলে তাক কোৱা হয় "বাদ্য"। (৯) মাত্ৰা সংখ্যাৰ দ্বাৰা নিয়ন্ত্ৰিত অংগ-সঞ্চালনৰ নাম "নৃত্য"। (১০) পদ্যগত নিয়ত মাত্ৰা সংখ্যা বা বৰ্ণ সংখ্যাৰ নিয়ত বিশেষৰ নাম "ছন্দ"। (১১) গীতগত মাত্ৰা সংখ্যা নিয়ম বিশেষৰ নাম সুৰ বা "স্বৰ"। (১২) বাদ্যগত ( বাজনাত প্ৰযুক্ত ) মাত্ৰা সংখ্যা নিয়ম-বিশেষ বা নিয়ম মাত্ৰা সংখ্যা বিশেষক কোৱা হয় "তাল"। (১৩) নৃত্যত ( অঙ্গ সঞ্চালনত ) প্ৰযুক্ত নিয়ত মাত্ৰা সংখ্যা বিশেষ বা মাত্ৰা সংখ্যাৰ নিয়ম-বিশেষ "লয়" নামেৰে অভিহিত। অৱশ্যে মুখ্যভাৱে এখেতে 'ছন্দ' পদ্যৰ, 'সুৰ বা স্বৰ' গীতৰ, 'তাল' বাদ্যৰ, আৰু 'লয়' নৃত্যৰ ধৰ্ম বুলি উল্লেখ কৰিছে। কিন্তু সঙ্গীতৰ ক্ষেত্ৰত সকলোৰে একত্ৰ সমাৱেশ হয় হেতুকে নৃত্য, গীত বাদ্য এই তিনিওটাতে সুৰ, ছন্দ, লয় আৰু তালৰ সম্বন্ধ ঘটে আৰু ইটোৰ ধৰ্মও আনটোৰ ধৰ্মৰূপে প্ৰতীত তথা গৌণ ভাৱে অভিহিত" বুলি কোৱা হৈছে। বিশেষকৈ কলাৰ বিস্তাৰিত ব্যাখ্যাত এখেতে আৰু লিখিছে, : "কৃষ্টি-সংস্কৃতিৰ ফলস্বৰূপে, কলাৰ বিকাশ ( উন্মেষ ) ঘটে ; অৰ্থাৎ মানৱৰ স্বতন্ত্ৰ কৰ্তৃত্ব শক্তিৰ ( সৃজনীশক্তিৰ ) উন্মেষ বা জাগৰণ হয়। তেতিয়া সি সেই জাগ্ৰত শক্তিৰ যোগেদি নতুন নতুন বস্তু ( কাৰ্য্য ) নিৰ্মাণ কৰে, পুৰণিক নতুন ৰূপত ৰূপান্তৰিত কৰি ( গঢ়ি ) তোলে।" তদুপৰি এখেতৰ ভাষাত : "জগতত যিমান বিলাক আনন্দ উপভোগৰ প্ৰক্ৰিয়া বা ভোগ-বিলাসৰ সামগ্ৰী সৃষ্ট নাইবা উদ্ভাৱিত হৈছিল, হৈছে আৰু হ'ব, সেই সকলোৰে মূলাধাৰ শক্তি অথবা মূল উৎস "কলা"। ই বিভিন্ন কৃষ্টি-সংস্কৃতিৰূপ সুৰিৰে বহুযুগৰে বিকশিত হৈ আহি ত্ৰিতাপসন্তপ্ত, সুখ-তৃষ্ণাতুৰ মানৱ সমাজক ৰসসিক্ত আৰু পৰিতৃপ্ত কৰি ৰাখিছে"।[১] উপৰোক্ত বিশ্লেষণবোৰ শাস্ত্ৰীদেৱৰ ঐকান্তিক সাধনালব্ধ গভীৰ জ্ঞানৰ প্ৰকাশ আৰু কলানুৰাগী মনৰ পৰিচায়ক। তদুপৰি কৃষ্টি-সংস্কৃতি আৰু সঙ্গীত-কলাৰ

আঙ্গিক বিষয়বস্তুৰ ওপৰত এনেকুৱা গুণগত ব্যাখ্যা এখেতৰ বাহিৰে অন্য পণ্ডিতে ক'ৰবাত কৰিছে যদি আমি নাজানো।

বিগত বিংশ শতিকাৰ পঞ্চম দশকৰ শেষ ভাগত এই জনা প্ৰথিত-যশা পণ্ডিতক গোন প্ৰথমে লগ পাইছিলোঁ,এখেতৰ জন্মস্থান ভেকেলাগাঁৱৰ এঘৰ ব্ৰাহ্মণ পৰিয়ালে ব্ৰহ্মভোজন উপলক্ষে অনুষ্ঠিত হোৱা গোজচোপৰী সভাৰ এক আকৰ্ষণীয় সভামণ্ডপত। আমি তেতিয়া ১৮/১৯ বছৰ বয়সৰ চেঙেৰা ল'ৰা। ওজাপালি-ব্যাসসংগীত প্ৰদৰ্শনৰ বাবে সহযোগী পালি সকলৰ সৈতে সাজন-কাচন কৰি বৈ শ্ৰোতা দৰ্শকেৰে ভৰা গাম্ভীৰ্য্যপূৰ্ণ ৰভাতলৰ সমাজক নমস্কাৰ জনাই থিয় দিছোঁ। দৰ্শকৰ মাজত এটা কাঁহ পৰি জীন যোৱা পৰিবেশ। এনেতে সভা-থলাৰ দক্ষিণ দিশে, পূৰ্বৰৰ্ত্তীৰ ওপৰত বহি থকা ব্ৰাহ্মণমণ্ডলীৰ মাজৰ পৰা বিপ্ৰৰ সমস্ত লক্ষণযুক্ত ভৰ বয়সৰ ধুনীয়া পুৰুষজন থিয় হ'ল আৰু আমাক উদ্দেশ্য কৰি মাত লগালে, "বাপা ওজা! তোমাৰ 'আতা-পিতা' দুয়োজনেই ভাল ওজা হিচাপে সমাজত খ্যাতি লাভ কৰিছিল। তোমাৰ পিতাৰাক মই ওজা গোৱা দেখিছোঁ। তেওঁলোকৰ উত্তৰাধিকাৰী হিচাপে তোমালোকৰ প্ৰদৰ্শিত ব্যাস সঙ্গীত উপভোগ কৰিবৰ বাবে আজিৰ এই সভাত বহুখিনি মাইজ গোট খাইছে। পিছে আমাৰ এই ওজাপালি সঙ্গীত এনেকুৱা এটি লোকৰঞ্জক অনুষ্ঠান যে ইয়াত বিজ্ঞ, অজ্ঞ, অন্ধ, কলা (বধিৰ) প্ৰত্যেকৰ বাবেই আনন্দ উপভোগৰ বিশিষ্ট উপাদান আছে। অৰ্থাৎ অন্ধ জনে চকুৰে নেদেখিলেও ইয়াৰ ৰাগ-ৰাগিণী, পদ-গীতবোৰ কাণেৰে উপভোগ কৰিব পাৰে। কলা বা বধিৰ জনে ইয়াৰ সুৰ-শব্দ, গীত-পদবোৰ কাণেৰে নুশুনিলেও, ওজাৰ কলা-কুশলী নাচন বাগন আৰু হাতমুঠুৰা (হস্তমুদ্ৰা) বোৰ চকুৰে চাই মনত তৃপ্তি লাভ কৰিব পাৰে। আকৌ অজ্ঞ জনে ৰাগ-ৰাগিণী, পদ-গীতৰ একো আও-ভাও নাপালেও, ওজা-ডাইনাপালিৰ মাজত হোৱা, পদৰ কাহিনী ভাগৰ ৰসাল, খুহুতীয়া ব্যাখ্যা বোৰ সহজে বুজি পায়, আৰু মনত আনন্দ লাভ কৰিব পাৰে। সেয়ে তুমি আজি এই সকলো শ্ৰেণীৰ লোকে আনন্দৰ ভাগ পোৱাকৈ সঙ্গীত প্ৰদৰ্শন কৰাটো বিচাৰিছোঁ, যাতে আমি সকলো দৰ্শকে মিলাই আনন্দ উল্লাসেৰে কটাব পাৰোঁ।" কথাখিনি কৈয়েই তেওঁ নিজ আসনত পুনৰ বহিল আৰু সমবেত দৰ্শক সকলে হাত চাপৰি দিলে। আমাৰ ওজৰে

---

১. দৰঙী কলা-কৃষ্টি নামক গ্ৰন্থ সংকলন : "দৰঙী লোকসঙ্গীতত ঢেপা-ঢুলীয়া' —প্ৰবন্ধ দ্ৰষ্টব্য।

থিয় হৈ থকা অনেক বয়স্কলোক আমাৰ ওচৰলৈ আহি কাণৰ কাষত ফুচ্-ফুচাই কলে : "এই জনেই নলবাৰী সংস্কৃত কলেজৰ অধ্যক্ষ পণ্ডিত মনোৰঞ্জন শাস্ত্ৰী।" বহুদিনৰ পৰা নাম শুনি থকা যশস্বী পণ্ডিত জনাক অভাৱনীয় ভাবে এনে এটি পৰিবেশত পাই শ্ৰদ্ধা আৰু ভয়ত বুকুখন জিকাৰ খাই উঠিল। প্ৰকৃতিস্থ হৈ কলাগুৰু গন্ধৰ্বক স্মৰণ কৰি অনুষ্ঠান আৰম্ভ কৰিলোঁ। গুৰুমণ্ডলী (গাইদ্) শেষ হোৱাৰ পিছতেই তেখেতৰ পৰা নিৰ্দেশ আহিল— কাল-বিধি অনুসাৰে যথাৰীতি ৰাগ ৰাগিণীবোৰ পৰিবেশন কৰি যাবলৈ। অকল এয়েই নহয়, প্ৰত্যেকখন পদৰ মুখে মুখে ৰাগৰ নাম ধৰি "এতিয়া অমুক ৰাগ, তমুক ৰাগ" বুলি আমাক সোঁৱৰাই যাব ধৰিলে আৰু আমিও যথাসাধ্যে পৰিবেশন কৰি গ'লোঁ। সেই দিনা কেইবা শ দৰ্শকৰ মাজত ব্যাসসঙ্গীতৰ এনে এজন তত্ত্বজ্ঞ পণ্ডিতক ৰসজ্ঞ শ্ৰোতা হিচাপে পাই আমি অত্যন্ত গৰ্ববোধ কৰাৰ লগতে নিজকে ধন্য মানিছিলোঁ।

অসম তথা দৰঙৰ পৰম্পৰাগত কলা-কৃষ্টি সমূহৰ মূল্যায়ন আৰু প্ৰচাৰ-প্ৰসাৰত শাস্ত্ৰীদেৱৰ অৱদান কোনো গুণে কম নাছিল। এই প্ৰসংগত উল্লেখ কৰিব পাৰি যে ১৯৫৬ চনত ভাৰতৰ বিখ্যাত শাস্ত্ৰীয় সঙ্গীতবিদ্ পণ্ডিত বিনায়ক ৰাও পট্টবৰ্দ্ধনদেৱৰ সভাপতিত্বত গুৱাহাটীত অনুষ্ঠিত হোৱা অসম সংগীত সম্মিলনৰ আলোচনা চক্ৰলৈ দৰঙৰ ব্যাহগোৱা ওজা ৺ধাতুৰাম শৰ্মাৰ দল এখেতৰেই সৌজন্যত আমন্ত্ৰিত হৈছিল। দৰঙত লুকাই থকা এই ৰাগ-ভিত্তিক প্ৰাচীন সঙ্গীতানুষ্ঠানটি, সৰ্বভাৰতীয় সঙ্গীতজ্ঞ জনাৰ দৃষ্টিগোচৰ কৰাটোৱেই আছিল এখেতৰ প্ৰধান উদ্দেশ্য। পণ্ডিত পট্টবৰ্দ্ধনৰ কাষতে বহি শাস্ত্ৰীদেৱে এইবিধ ওজাপালি অনুষ্ঠানৰ সাঙ্গীতিক আদৰ্শৰ বিষয়ে তেখেতক এটি প্ৰাথমিক ধাৰণা দিছিল। পিছত উক্ত সভাত ৺ধাতুৰাম শৰ্মাৰ উদাত্ত কণ্ঠত ব্যাস সঙ্গীতত প্ৰচলিত "সাৰঙ্গ" ৰাগ শুনি ভাৰত বিখ্যাত সঙ্গীতজ্ঞ জনাই ইয়াৰ শুদ্ধতা আৰু প্ৰাচীনত্ব সম্পৰ্কে কৰা ইতিসূচক মন্তব্যই ৺ধাতুৰাম শৰ্মাৰ লগতে অসমৰ ৰাগ সঙ্গীতক যি মৰ্য্যাদা প্ৰদান কৰিলে তাৰ গুৰিতে পণ্ডিত মনোৰঞ্জন শাস্ত্ৰী বুলি কলেও বঢ়াই কোৱা নহয়।

এই জনা সৰ্বভাৰতীয় খ্যাতি সম্পন্ন পণ্ডিত আজি আমাৰ মাজৰ পৰা চিৰদিনৰ বাবে আঁতৰি গ'ল সঁচা ; কিন্তু এখেতৰ বহুমুখী প্ৰতিভা আৰু জীৱন সাধনাৰ ভবিষ্যতে সমাজক দি থৈ যোৱা সাংস্কৃতিক ৰত্নৰাজিবোৰ সদায় জীৱন্ত তথা স্মৰণীয় হৈ থাকিব। ●

# প্ৰত্নতত্ত্বানুসন্ধানী আচাৰ্য্য শাস্ত্ৰী

ডক্টৰ সত্যেন্দ্ৰ নাৰায়ণ গোস্বামী

আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰী এটি সুখশ্ৰুত নাম। যি কোনো প্ৰাচ্য বিদ্যাভিলাষী শিক্ষাৰ্থীৰ বাবে তেখেতৰ পৰলোক প্ৰাপ্তিৰ পিছতো এই নামটি প্ৰেৰণাৰ এক অনুপম আদৰ্শ। জন্মসূত্ৰে এই পণ্ডিত গৰাকী ইতিহাস প্ৰসিদ্ধ মঙ্গলদৈৰ চাবেক অধিবাসী ; কিন্তু জীৱিকাৰ্জন তথা কৰ্মসংস্থানাদিৰ পিনৰ পৰা তেখেত অসমৰ নৱদ্বীপ সদৃশ নলবাৰীধাম নিবাসী ৰূপেহে অধিক পৰিচিত। আনকি অসমৰে বহুলোকৰ ধাৰণা শাস্ত্ৰীদেৱ নলবাৰীৰে পুৰণি বাসিন্দা। তাৰ অনেক যুক্তিও আছে : তেখেতে নলবাৰীকেই নিজৰ জন্মস্থানতকৈয়ো অধিক আপোন জ্ঞান কৰিছিল। আজি নকলেও হয় যে, নলবাৰী ক্ষুদ্ৰ চহৰখনিৰ ডাঙৰ গোসাঁই পণ্ডিত ৺প্ৰতাপ চন্দ্ৰ গোস্বামী, প্ৰত্নতাত্ত্বিক ৺হৰিনাৰায়ণ দত্তবৰুৱা, অসম সাহিত্য সভাৰ প্ৰতিষ্ঠাতা প্ৰধান সম্পাদক শিক্ষাবিদ ৺শৰৎ চন্দ্ৰ গোস্বামী, সাহিত্য সভাৰ খ্যাতিমান সভাপতি প্ৰিন্সিপাল ৺ত্ৰৈলোক্য নাথ গোস্বামী আদিৰ সমমৰ্য্যাদা সম্পন্ন কৃতবিদ্যপুৰুষ প্ৰাচ্যবিদ্যা বিশাৰদ-বিদগ্ধ সংস্কৃত পণ্ডিত-সমালোচক আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰীদেৱ আছিল অন্যতম আদৰ্শস্থানীয় ব্যক্তি। তেখেতৰ ব্যক্তিত্ব যিদৰে আছিল বিশাল আৰু এক দুৰ্লভ সম্পদ প্ৰতিভাও আছিল অনন্য। মঙ্গলদৈৰ এই বত্নটিয়ে নলবাৰীত থিত লবলৈ বাধ্য হ'ল সম্ভৱতঃ ভাগ্যান্বেষণৰ বাবে ; নলবাৰীত প্ৰতিষ্ঠিত অসমৰ একমাত্ৰ বেচৰকাৰী সংস্কৃত মহাবিদ্যালয়খনৰ দায়িত্ব লবলগীয়া হ'ল। এই শিক্ষানুষ্ঠানটিক পানী কেচুৱা কালৰেপৰা লালন-পালন কৰিবলৈ গৈ তেখেতে ভাৰতৰ সৰ্বোত্তম ধ্ৰুপদী ভাষাটোৰ লগত সম্পৰ্কযুক্ত আনুষঙ্গিক আৰু ভালেমান বিদ্যা তথা বিদ্যায়তনিক বিষয়ত নিজকে ওতপ্ৰোত ভাৱে জড়িত কৰিবলৈ বাধ্য হ'ল। ফলত প্ৰাচ্যবিদ্যা তথা প্ৰত্নতত্ত্বানুসন্ধানৰ ক্ষেত্ৰত আত্মনিয়োগ কৰিবলৈকো তেখেতে এক নতুন কৰ্মোদ্যম লাভ কৰিলে। সেই কৰ্মোদ্যমৰ গুণতেই নলবাৰীৰ সঞ্জীৱনী সভাই সঁচাকৈয়ে নতুন জীৱন লাভ কৰি দেশ-বিদেশৰ বিদ্বৎ সমাজৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ সক্ষম হৈছিল। শাস্ত্ৰীদেৱৰ এই কৰ্ম প্ৰেৰণা আৰু কৰ্মদক্ষতাৰ মূলতে আছিল প্ৰাচীন পুথি-পাঁজিৰ সুপৰিকল্পিত তথ্যানুসন্ধান।

আচাৰ্য্য শাস্ত্ৰী প্ৰাচ্যবিদ্যাভিলাষী পুৰাতন শাস্ত্ৰাদিৰ জ্ঞানান্বেষী বহুলোকৰ এক বিশেষ আকৰ্ষণ। এহাতে আধুনিক উচ্চ শিক্ষানুষ্ঠান নলবাৰী মহাবিদ্যালয়ৰ গুৰি ধৰোতা ত্ৰৈলোক্য নাথ গোস্বামী আৰু আনহাতে, অসমৰ প্ৰাচীনতম প্ৰাচ্যবিদ্যানুষ্ঠান নলবাৰী সংস্কৃত মহাবিদ্যালয়ৰ কাণ্ডাৰী আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰীদেৱ এই দুগৰাকী ব্যক্তিৰ বিদ্যোৎসাহিতা আৰু প্ৰতিভাৰ আলোকেৰে সেই সিদিনালৈকে নলবাৰী চহৰ আছিল বহু উদ্ভাষিত। মহাকালৰ কোপ দৃষ্টিয়ে সেই ব্যক্তি দুগৰাকীক আমাৰ মাজৰ পৰা চিৰদিনৰ বাবে আঁতৰাই নিলেও তেখেত দুগৰাকীৰ স্মৃতি তথা বিস্ময়কৰ প্ৰতিভাৰ স্বাক্ষৰ চিৰভাস্বৰ। সেইবোৰেই অদ্যাবধি অধিক শকতিৰে সমধৰ্মী জ্ঞানান্বেষণৰ বাবে শিক্ষাৰ্থী সকলক, প্ৰাচ্যবিদ্যাৰ্থী সকলক আৰু বিশেষকৈ প্ৰত্নতত্ত্বালোচনাভিলাষী সকলক অহৰহ প্ৰেৰণা যোগাই আছে। প্ৰাচ্যবিদ্যাৰ সেই হেন বিপুল প্ৰতিভাশীল ব্যক্তিত্বৰ অধিকাৰী শাস্ত্ৰী কিন্তু আছিল এজন অতি সৰল স্বভাৱৰ লোক। দৈনন্দিন জীৱন যাপনো কৰিছিল অতি অনাড়ম্বৰভাৱে। তেখেত আছিল অধ্যয়ন বিলাসী ব্যক্তি। পুৰণি পুথি পালে, উৰুলি যোৱা এখিলা সাঁচিপাত পালে তাৰ পাঠোদ্ধাৰত নিবিষ্ট হৈ পৰিছিল আৰু বহুসময়ত তেনেকুৱা দুৰূহ কামত লাগি নিজৰ খোৱা-লোৱাৰ কথাও পাহৰিছিল। পুৰণি পুথি সংগ্ৰহ আৰু তাৰ অধ্যয়ন আছিল তেখেতৰ সাধনা। সেই সাধনাৰ বশৱৰ্তী হৈয়ে তেখেতে জীৱনৰ শেষ কাললৈকে প্ৰত্নতত্ত্বানুসন্ধান আৰু অধ্যয়নত কাল অতিবাহিত কৰিছিল।

প্ৰসঙ্গক্ৰমে কৰৰ মন গৈছে ব্যক্তিগত এটি অবিস্মৰণীয় অভিজ্ঞতাৰ কথা। উচ্চ মাধ্যমিক শিক্ষান্ত পৰীক্ষা দি গাঁৱৰ ঘৰত থাকোতে গাঁৱলীয়া পুথিভড়াল আৰু সংঘৰ বছৰেকীয়া অধিবেশনলৈ শাস্ত্ৰীদেৱক সভাপতি ৰূপে নলবাৰীৰপৰা নাম্তিপাৰা সত্ৰলৈ অনা হৈছিল হাতীৰে। সেই সময়ত আমাৰ সেই অঞ্চলত হাতীয়ে আছিল অতি সম্মানজনক বাহন। হাতীৰ ওপৰত শাস্ত্ৰীদেৱৰ উপৰিও আমাৰ লগত আন এজন ব্যক্তি আছিল ৰাধানাথ গোস্বামী, বৰ্তমান বৰুৱা বামুণগাঁও চেনীকলৰ মুখ্য ৰাসায়নিক বিষয়া। আচাৰ্য্যদেৱে বহু ওপৰা ওপৰিকৈ কথা সুধিছিল ; আমাৰ গাঁৱত কেইঘৰ মানুহ আছে, গোসাঁই কেই ঘৰ, কলিতা কোচ কেইঘৰ, কাৰ ঘৰত পুথি আছে, ক'ত কেনেভাৱে পুথিবোৰ ৰাখিছে, কিমান পুথি আছে, পুথিবোৰ কেতিয়াবা আমি চুই চাইছোনে ইত্যাদি। আমি তেখেতৰ কথা সোধাৰ ৰকম দেখি একো নকলেও ভিতৰি

ভিতৰি তিমান ভাল পোৱা নাছিলোঁ, আমি দুয়ো মাজে মাজে আচাৰ্য্যদেৱে গম নোপোৱাকৈ চোৱা চুই কৰি ইঙ্গিত দিছিলোঁ। ইয়াৰ পিছত আহি অধিৱেশনৰ কাম শেষ কৰি সিদিনা তেখেত আমাৰ ঘৰতে থাকিল। সেই অধিৱেশনৰ কথা আজিও মনত সজীৱ হৈ আছে। সভাত দৰ্শকৰ সংখ্যাও কম নাছিল। আমাৰ সেই অঞ্চলত মন্ত্ৰী আদি ডাঙৰ ডাঙৰ নেতাসকল আহিলে দৰ্শকৰ যিটো সমাগম হয় সেই সময়ত শাস্ত্ৰীদেৱৰ আগমনতো তেনেকুৱা সমাগমেই হৈছিল। পিছদিনাখন আমাৰ গাঁৱৰ গোসাঁই মানুহ কেইঘৰৰ গোসাঁই ঘৰৰ আটালত তুলি থোৱা পুৰণি পুথিবোৰ গোটাই আমাৰ চ'ৰা ঘৰত দ'ম কৰিলে। আচাৰ্য্যদেৱৰ পুৰণি পুথিবোৰৰ প্ৰতি আগ্ৰহ দেখি আমাৰ গাঁৱৰ লৰা-বুঢ়া -ডেকা, পুৰুষ-তিৰোতা সকলো আচৰিত হৈছিল। আমি তেতিয়া এই পুথিবোৰৰ মোল বিশেষ বুজি পোৱা নাছিলোঁ। যদিও তেখেতৰ সেই কাৰ্য্য পদ্ধতিত বৰ অভিভূত হৈ পৰিছিলোঁ আৰু ভাবিছিলোঁ, আগদিনা আহোঁতে ইমান বোৰ প্ৰশ্ন সোধাৰ আচল কথা আছিল এইদৰে গাঁৱৰপৰা পুথিবোৰৰ সন্ধান লৈ সেইবোৰ সংগ্ৰহ কৰা।

তেখেতে সেই পুথিবোৰ জাৰি জোকাৰি প্ৰতিখনৰ এখিলা দুখিলা পাত পঢ়ি ভালেমান পুথি বাছি বাছি একাষৰীয়াকৈ ৰাখিলে। আমাৰ কেৰাঘৰ মানুহেই আকৌ কিছু কিছু পুথি তেখেতক নিদি ৰাখিও থৈছিল। এইদৰে বাছি বাছি গোটোৱা পুথিৰ মস্ত এটা দ'ম হ'ল। সেইখিনি ভালদৰে বান্ধি আমাৰ চ'ৰা ঘৰতে ৰাখি তেখেত সন্ধিয়া হোৱাৰ আগে আগে ওলাল জাগাৰা সত্ৰলৈ। তাতো আহি তেখেত আলহী হ'ল মেধৰ গোসাঁইথেৰ অৰ্থাৎ নলবাৰী গৰ্ডন স্কুলৰ শিক্ষক প্ৰফুল্ল গোস্বামীৰ ঘৰত। সেইখন গাঁৱতো খৰৰা-খৰৰি কৰি কেৰাঘৰৰ পৰা তেনেকুৱা অনেক পুথি সংগ্ৰহ কৰি মেধৰ গোসাঁইথেৰ চ'ৰাঘৰত থুপুৰি কৰিলে। পিছদিনাখন আমাৰ ঘৰত গোটোৱা আৰু জাগাৰাত গোটোৱা পুথিবিলাক একেলগে থুপুৰি কৰি হৈ দিয়া ম'হৰ গাড়ী এখনত ধানৰ বস্তাৰ দৰে বজাই কৰি নলবাৰী বুলি যাত্ৰা কৰিলে। তেতিয়া আমি শাস্ত্ৰীদেৱৰ এইদৰে সভা-সমিতিলৈ যোৱাৰ লগতে যে এনেকুৱা উদ্দেশ্য আছিল বা সেই উদ্দেশ্যৰ মোল কি তিমান বুজি পোৱা নাছিলোঁ, যদিও এয়াযে অতি তাৎপৰ্য্যপূৰ্ণ কথা সেইটো হলে অনুমান কৰিছিলোঁ। কাৰণ শাস্ত্ৰী বুলিলে, প্ৰিন্সিপাল গোস্বামী বুলিলে আমি সদায়ে অতি গুণী-জ্ঞানী মানুহ আৰু ডেওঁলোকৰ কামটো বৰ

মহৎ কাম বুলি ভাবিছিলোঁ— তেখেত সকলৰ সকলো কথাই আছিল আমাৰ এই বিৰাট অঞ্চলটোৰ উঠি অহা ল'ৰা-ছোৱালীৰ বাবে আদৰ্শ স্বৰূপ।

শাস্ত্ৰীদেৱে পুথিবোৰ অনাত আমি বহুতেই ভাল পাইছিলোঁ; কাৰণ ইতিমধ্যে বহু পুথি নষ্ট হৈছিল। সেইবোৰ সংৰক্ষিত হ'ব। তাতে আকৌ সংস্কৃত পঢ়া পুৰণি নিয়ম-নীতিৰ প্ৰতি আকৃষ্ট লোকৰহে এই পুথি পাঁজিৰ দৰ্কাৰ। আমি ল'ৰাবোৰৰ সেইসময়ত ডাক্তৰ, ইঞ্জিনিয়াৰ, হাকিম মুক্তিপ হোৱাৰ ধাপ্পা, সংস্কৃত কোনে পঢ়ে? সংস্কৃত পঢ়িলে হয় পূজা-পাতল কৰি শিষ্য ভজাই খাব লাগিব, নহয় কবিৰাজী কৰিব লাগিব। গতিকে পুৰণি পুথি গোটোৱাত ব্যক্তিগত ভাৱে বৰ আগ্ৰহ দেখুৱাইছিলোঁ। সেই সূত্ৰেই শাস্ত্ৰীদেৱৰ লগত মোৰ পোন্ধৰ বছৰ বয়সৰ পৰাই এটা ভাল সম্পৰ্ক গঢ়ি উঠিছিল আৰু পিছত কলিকতালৈ এম.এ. পঢ়িবলৈ গৈ তেখেতৰ পুথি অনুসন্ধানৰ প্ৰকৃত তাৎপৰ্য্য উপলব্ধি কৰিব পাৰিছিলোঁ।

এতিয়া যে বহু সময়ত আমি নানা ঠাইত সভা-সমিতিলৈ গৈ ব্যক্তিগত ভাৱে এনেকুৱা অনুসন্ধান কৰিবলৈ যত্ন কৰোঁ এই কাৰ্য্যৰ বাবে শাস্ত্ৰীদেৱৰ পৰা তাহানি ল'ৰাকালতে লাভ কৰা অভিজ্ঞতাই বহু খিনি উৎসাহ যোগাই আহিছে। ব্যক্তিগত এই অভিজ্ঞতাৰ কথা বৰ্ণনা কৰিছোঁ এই বুলিয়েই যে, শাস্ত্ৰীদেৱৰ পুৰণি বস্তু বিশেষকৈ পুথি-পাঁজিৰ অনুসন্ধান কোনো চখ বা বিলাসিতাৰ বস্তু নাছিল সেই কথা কবলৈ; এইয়া আছিল তেখেতৰ এটা বিদ্যাভ্যাসৰ পৰা লাভ কৰা বিশেষ গুণ। দৰাচলতে ইয়াক শাস্ত্ৰীদেৱৰ এক ধৰ্ম তথা চাৰিত্ৰিক বৈশিষ্ট্য বুলিলেহে উচিত কোৱা হ'ব। তেখেতৰ জ্ঞানান্বেষণৰ প্ৰবল হেঁপাহৰ বাবেই প্ৰত্নতত্ত্বৰ সন্ধানত তেখেত সদায় ব্যস্ত আছিল। প্ৰত্নতত্ত্বৰ অন্যতম শ্ৰেষ্ঠ সমল পুথি সমূহৰ পৰা পোৱা যায় পুৰাতন বিদ্যাৰ বিমল জ্ঞানাৰ্জনৰ সুযোগ, পুথি বিলাকত নিহিত কাব্যৰস পানৰ দ্বাৰা জ্ঞান পিপাসাৰ্ত মনৰ পৰিতৃপ্তি সাধিত হয়। তদুপৰি সেইবোৰৰ প্ৰকৃত পাঠোদ্ধাৰৰ দ্বাৰা উত্তৰ পুৰুষক অভিনৱ তথ্যাদিৰ সন্ধেদ দিব পাৰি। সেই কথা উপলব্ধি কৰিয়েই শাস্ত্ৰীদেৱে সেই পুথি বিলাক নলবাৰী সঞ্জীৱনী সভাৰ গ্ৰন্থাগাৰত সংৰক্ষণ কৰিছিল। দ্বিতীয়তে, সেই পুথিবিলাকৰ প্ৰয়োজনীয় দিশৰ ওপৰত দৃষ্টি ৰাখি বিৱৰণাত্মক তালিকা এখনো প্ৰস্তুত কৰিছিল। এই তালিকাখন বাস্তৱিকতে আপুৰুগীয়া জাতীয় সম্পত্তি। তেখেতৰ আপ্ৰাণ চেষ্টা আৰু অনন্য সাধনাৰ বলত সঞ্জীৱনী সভাৰ গ্ৰন্থাগাৰটোৱে অসমৰ বাহিৰৰ বিশেষকৈ কাশী-বাৰাণসী আৰু কলিকতাৰ প্ৰাচীন পুথিপ্ৰেমী

তথা প্ৰত্নতাত্ত্বিক গৱেষকবো মনোযোগ আকৰ্ষণ কৰিবলৈ সক্ষম হৈছিল। ভাৰতীয় প্ৰাচ্যবিদ্যা সন্মিলনত ব্যক্তিগত ভাৱে লগ পোৱা পণ্ডিত সকলৰ মাজৰ কেইবা-গৰাকী লোকৰ এই বিষয়ক জিজ্ঞাসাৰধাৰা তাৰ আভাস পোৱা যায়।

অসম, পূৰ্ববংগৰ ( বৰ্তমান বাংলা দেশ ) চিলেট, পশ্চিমবংগ, উত্তৰ প্ৰদেশ, উৰিষ্যা আদিৰ সংস্কৃত পণ্ডিত সমাজৰ মাজত তীক্ষ্ণধী সম্পন্ন কৃতীমান পণ্ডিত ৰূপে সুপৰিচিত অসম মাতৃৰ এই গৰাকী গৱেষক প্ৰত্নতাত্ত্বিকৰ কিন্তু কেইবাটাও ভাষাৰ ওপৰত আছিল গভীৰ দখল। বৈদিক, সংস্কৃত, পালি-প্ৰাকৃত, বঙলা, হিন্দী, ইংৰাজী আদি ভাষাত আছিল তেখেতৰ পাণ্ডিত্য। এই ভাষাসমূহত সন্নিবিষ্ট বিষয়-বস্তুৰ ওপৰত তেখেতে বিবিধ প্ৰবন্ধ-নিবন্ধ ৰচনা কৰিছিল। সেইবোৰৰ মাজতো তেখেতৰ পুৰাতন তথ্য-তত্ত্বাদিৰ সন্ধান, বিচাৰ-বিশ্লেষণ আদিৰ অভাৱ নাই। কৰ্ম জীৱনত শাস্ত্ৰীদেৱে লাভ কৰা ৰাষ্ট্ৰীয় সন্মান, সন্মানিত বৃত্তি আদি তেখেতৰ প্ৰাচীন তথ্যাদিৰ অনুসন্ধান জনিত কৃতিত্বৰ প্ৰকৃষ্ট পৰিচায়ক। □

# আচাৰ্য্য শাস্ত্ৰীৰ ভাষণাৱলী

## ডক্টৰ বসন্ত কুমাৰ দেৱ গোস্বামী

স্বকীয় বিদ্যা, বুদ্ধি আৰু প্ৰতিভাৰে ভাস্বৰ আজীৱন কৃতীশিক্ষক আচাৰ্য্য শাস্ত্ৰীয়ে 'আৱাহন'ৰ পাতত আত্মপ্ৰকাশ কৰি অসমীয়া আৰু সংস্কৃত ভাষা-জননীৰ বেদীত যি কেইপাহ সুগন্ধি কুসুম সযতনে সমৰ্পণ কৰি গ'ল সেই আটাইখিনিয়েই তেখেতৰ বলিষ্ঠ, যুক্তিনিষ্ঠ চিন্তা আৰু ব্যাপক জ্ঞানৰ পৰিচায়ক। এই ৰচনাৱলীৰ সমানে সমানে তেওঁৰ ভাষণাৱলীও তাৎপৰ্য্যপূৰ্ণ; কিয়নো এইবোৰৰ মাজেদি লেখক-সাহিত্যিক শাস্ত্ৰীৰ অসাধাৰণ পাণ্ডিত্য,সূক্ষ্ম উপলব্ধি, সমাজতাত্ত্বিক নৃতাত্ত্বিক-লোক তাত্ত্বিক দিশৰ বিচাৰ-বিশ্লেষণ ৰীতি, সংস্কাৰ,চিন্তা-চৰ্চ্চা পাৰিপাৰ্শ্বিক মূল্যবোধ, দেশাত্মবোধ, ন ন তথ্যৰ কষ্টসাধ্য সন্ধান শক্তি আদি সাহিত্যিক তাৎপৰ্য্যৰ সন্তেদ পাব পাৰি। তেওঁ 'অসম সংস্কৃত সমিতি'ৰ কৰিমগঞ্জ (১৯৮৫) আৰু দেৰগাঁও ( ১৯৮৭ ) অধিবেশনৰ সমাবৰ্তনোৎসৱৰ মুকলি সভাত সভাপতিত্ব কৰিছিল। উক্ত সমিতিৰ সমাবৰ্তন উৎসৱসমূহত সমিতিৰ মনোনীত সদস্য হিচাপে বা দৰ্শক প্ৰতিনিধি হিচাপে তেওঁ সততে যোগদান কৰিছিল আৰু প্ৰতিটো উৎসৱতে তেওঁৰ ভাষণ অপৰিহাৰ্য বিবেচিত হৈছিল। 'All India Oriental Conference'ৰ বাঙ্গালোৰ, বাৰানসী, শ্ৰীনগৰ আদি অধিবেশন সমূহত তেওঁ যোগদান কৰিছিল আৰু তাৰ 'পণ্ডিত পৰিষদ' শাখাত নিজৰ বক্তব্য উপস্থাপন কৰিছিল। 'সংস্কৃত বিশ্ব পৰিষদ'ৰ অধিবেশনসমূহত সংস্কৃত ভাষাত দিয়া তেওঁৰ ভাষণসমূহ সদৌ অসমৰ বাবে গৌৰৱৰ বিষয়। স্মৃতিশাস্ত্ৰ আৰু ধৰ্মশাস্ত্ৰত অসাধাৰণ দখল থকা গুণে এই বিদগ্ধ পণ্ডিত গৰাকীক কামৰূপ ব্ৰাহ্মণ সমাজ, পূব কামৰূপ ব্ৰাহ্মণ সমাজ, মঙ্গলদৈ ব্ৰহ্ম সমাজ, মঙ্গলদৈ ব্ৰাহ্মণ সমাজ, দৰং জিলা ব্ৰাহ্মণ সমাজ, নগাওঁ ব্ৰাহ্মণ সমাজ, বিশ্ব হিন্দু পৰিষদ প্ৰভৃতি ধৰ্মীয় আৰু সামাজিক অনুষ্ঠানবোৰে নিমন্ত্ৰণ কৰি আনি যথাযোগ্য সন্মানেৰে তেওঁক প্ৰাপ্য মৰ্য্যাদা দিছিল। এই সমাজৰ সভাবোৰত সময়ে সময়ে তেওঁ পৌৰোহিত্য কৰি উত্থাপিত সঙ্কটবোৰ সমাজতাত্ত্বিক দিশৰপৰা সংশোধনৰ উপায় উলিয়াইছিল। অসমৰ বিভিন্ন স্থানত অনুষ্ঠিত সামাজিক, সাংস্কৃতিক, শিক্ষামূলক অনুষ্ঠানৰ সভা-সমিতিত সময়ে সময়ে উদ্বোধক, উন্মোচক আৰু

সভাপতি হিচাপে দিয়া তেওঁৰ ভাষণবোৰ পাণ্ডিত্যপূৰ্ণ, অৰ্থবহ আৰু সময়-সাপেক্ষ। তেখেতৰ ভাষণাৱলীৰ বেছিভাগেই অপ্ৰকাশিত; প্ৰকাশিত ভাষণাৱলী হৈছে অসম সংস্কৃত সমিতিৰ উল্লিখিত ভাষণ দুখন। ইয়াৰে ১৪ পৃষ্ঠা আগুৰা কৰিমগঞ্জ অধিবেশনৰ ভাষণখন সংস্কৃত ভাষাত লিখা। ১৩ পৃষ্ঠা জোৰা আনখন ভাষণৰ ভাষা অসমীয়া। শাস্ত্ৰীয়ে স্থান-কাল-পাত্ৰ বিচাৰ কৰি কৰিমগঞ্জৰ ভাষণখন সংস্কৃত ভাষাত লিখিছিল। মন কৰিব লগীয়া কথা হ'ল কোনো ভাষণৰ কলেবৰে বা প্ৰকাশিত ভাষণৰ সংখ্যাই লেখকৰ মহত্ত্ব সূচাব নোৱাৰে। অৱশ্যে প্ৰকাশিত ভাষণত পৰিৱেশন কৰিব খোজা বিষয়বস্তু, তাৰ উপস্থাপন আৰু বিশ্লেষণ ৰীতি, ৰচনা শৈলী, সিদ্ধান্ত প্ৰতিষ্ঠাৰ সফল চেষ্টা—ইত্যাদিয়ে ভাষণৰ মূল্য নিৰ্ণয় কৰাত সহায় কৰে আৰু তাকে কৰিবলৈ যাওঁতে লেখকৰ মস্তিষ্কৰ উৰ্বৰতা আৰু বিদ্যাবত্তাৰ অনুপাতে ই দীঘলীয়াও হব পাৰে। আচাৰ্য্য শাস্ত্ৰীৰ ভাষণাৱলীত উল্লিখিত গুণৰাশিৰ পূৰ্ণ বিকাশ ঘটিছে।

আচাৰ্য্য শাস্ত্ৰীয়ে ৰচনা কৰা আটাইকেইখন গ্ৰন্থই বিচাৰ গ্ৰন্থ। তেওঁৰ ভাষণ দুখনকো ক্ষুদ্ৰ বিচাৰ গ্ৰন্থ বুলি কলে অত্যুক্তি কৰা নহয়। পৰম্পৰাগত ভাৰতীয় শিক্ষাৰে শিক্ষিত হোৱা বাবে ভাৰতীয় ভাবাদৰ্শৰ প্ৰতি তেওঁৰ গভীৰ শ্ৰদ্ধা থকা স্বাভাৱিক। ভাবাবেগ, চিন্তন আৰু উপলব্ধিয়ে সাহিত্যক প্ৰাণৱন্ত কৰি তোলে যদিও শাস্ত্ৰীয়ে তেওঁৰ এই ভাষণাৱলীত যুক্তিনিষ্ঠ আলোচনাৰ বাহিৰে অনাহকতে আবেগক প্ৰশ্ৰয় দিয়াটো চকুত নপৰে। গুৰুস্থানীয় শঙ্কৰাচাৰ্য্য প্ৰভৃতি মনীষীসকলৰ নামৰ আগত ব্যৱহাৰ কৰা 'ভগৱৎপাদ', 'জগৎগুৰু', 'ভগৱান' আদি বিশেষণ পদৰ প্ৰয়োগে তেওঁক আবেগিক বুলি প্ৰতিপন্ন নকৰে; বৰং তেওঁলোকৰ প্ৰতি থকা শ্ৰদ্ধালু ভাবৰ পৰিচয় হে দিয়ে। বাস্তৱ জীৱনতো শাস্ত্ৰী আছিল যুক্তিবাদী আৰু সেয়ে সভা সমিতিসমূহত দিয়া তেওঁৰ অপ্ৰকাশিত ভাষণাৱলীও মৌলিকতাপূৰ্ণ আছিল বুলি সহজে অনুমান কৰিব পাৰি।

স্বল্পভাষী শাস্ত্ৰীয়ে 'স্বল্পে সুখং নাস্তি', 'ভূমৈব সুখম্' বা 'বসুধৈব কুটুম্বকম্' এই নীতিৰ সমৰ্থনত পোনতে অসমীয়া হৈয়ো বিৰাটৰ মাজত হে নিজৰ সন্ধান পাইছিল। সেইবাবে অসম আত্মাৰ সন্ধান ভাৰত আত্মাত হে সম্ভৱপৰ হব পাৰে, অসমক বাদ দি ভাৰত পূৰ্ণাঙ্গ নহয় বা সমগ্ৰ ভাৰত ভূমিৰ পূৰ্ণ অৱয়ব হে পূৰ্ণাঙ্গ ভাৰত—এই কথা তেওঁ বিশ্বাস কৰিছিল। তেওঁ অসম, অসমীয়া ভাষা আৰু এই প্ৰদেশৰ সাংস্কৃতিক জীৱনৰ লগত সম্পৰ্কিত সৰু-বৰ সকলো লোকক ভাল পাইছিল আৰু শ্ৰদ্ধা কৰিছিল। জনতা তেওঁৰ বাবে জনাৰ্দ্দন।

শাস্ত্ৰী আঞ্চলিকতাবাদৰ পৰিপন্থী আছিল। ভাৰতৰ জনতা জনাৰ্দ্দনৰ মনত সংস্কৃত ভাষাৰ মাধ্যমেদি অখণ্ড ভাৰতৰ ধাৰণা আৰু ভাৰতীয়ত্বাভিমান জাগ্ৰত কৰি গোটেই ভাৰতবাসীক এক জাতি এক প্ৰাণ কৰি তুলিব খোজাৰ চেষ্টাই তেওঁক সৰ্বভাৰতীয় স্তৰলৈ উন্নীত কৰিছিল। তেওঁ ৰাজনীতিৰ উৰ্দ্ধত আছিল; কিন্তু দেশনেতা জৱাহৰলাল নেহৰুৱে "সংস্কৃত ভাষাক গ্ৰামীণ জনতাৰ আদৰণীয় ভাষা হিচাপে জ্ঞান নকৰি ই বিদ্বৎসমাজৰ ভাষা হৈ বৰ্ত্তি থাকক আৰু ইয়াৰ পৰিবৰ্ত্তে হিন্দী ভাষাই ৰাষ্ট্ৰভাষাৰ স্থান লাভ কৰক"—এই বুলি কৰা পীড়াদায়ক মন্তব্য ভ্ৰমাত্মক আৰু বিচ্ছিন্নতাবাদী বুলি আক্ষেপ কৰিছিল (কবিমণ্ডলৰভাষণ, পৃ. ৭)। ইয়াৰ বিপৰীতে তেখেতে পোষণ কৰিছিল যে ভাৰতবৰ্ষৰ জাতীয় ঐক্য আৰু সংহতি প্ৰতিষ্ঠাৰ বাবে বিভিন্ন প্ৰান্তীয়, বিভিন্ন ৰাজ্যবৰ্ত্তী, বিবিধ ধৰ্ম সংস্কৃতি সম্পন্ন মহাত্মা মনীষীসকলে ভাৰতবৰ্ষকে নিজৰ জন্মভূমি বুলি পূজা কৰি নিজৰ নিজৰ প্ৰাদেশিক ভাষাৰ পৰিবৰ্ত্তে সংস্কৃত ভাষাহে জাতিকুল সম্প্ৰদায় নিৰ্বিশেষে সকলো ভাৰতীয়ৰ মিলনৰ মাধ্যম হব পাৰে। শাস্ত্ৰীয়ে তেওঁৰ ভাষণত উল্লেখ কৰিছে এইদৰে: "‥ ‥ কামৰূপে ভূমিভাগে লব্ধজন্মনা ভাৰতভূমণ্ডল-অলংকুৰ্বতা ভগৱতা কুমাৰিল ভট্টপাদেন তথা সৌগতাচাৰ্যেণ বিশ্ববিশ্ৰুতকীৰ্ত্তিনা ধৰ্মকীৰ্ত্তিনা বা কামৰূপীয়ভাষয়া ন প্ৰণীতং কিঞ্চন গ্ৰন্থৰত্নম্; ন চ কেৰল প্ৰান্তাবিৰ্ভূতেন ভগৱৎপূজ্যপাদ শ্ৰীশঙ্কৰাচাৰ্যেণ তৎ প্ৰান্তীয়কেৱলভাষয়া ভাষ্যং বিলিখিতং ন বা বৈষ্ণৱাগ্ৰসৰণে ৰামানুজাচাৰ্যেণ দ্ৰাবিড়ভাষয়া: মধ্বাচাৰ্যেণ কৰ্ণাটকভাষয়া; নিম্বাৰ্কাচাৰ্যে-ণান্ধ্ৰভাষয়া চ। অপি তু সৰ্বৈৰেৱ সৰ্বভাৰতীয়খ্যাতিমদ্ভিঃ শাস্ত্ৰকৃদ্ভিৰাচাৰ্যৈঃ শাস্ত্ৰাৰ্থব্যাখ্যাতৃভিঃ, তত্তৎপ্ৰান্তীয়ৈঃ ধৰ্মশাস্ত্ৰনিবন্ধকাৰৈৰালোচকৈঃ কবিভিশ্চ তেষাং মননোপাৰ্জিতং প্ৰতিভোদ্ভাৱিতং চ জ্ঞানবিজ্ঞানসম্পজ্জাতং ভাৰতীয়-জনগণানামনুজিঘৃক্ষয়া সংস্কৃত ৰাঙ্‌ময়ভাণ্ডাগাৰ এৱ সমচীয়ত (কবিগণ-ভাষণ—পৃ. ৪-৫)।

কবিমণ্ডলৰ অধিবেশনত দেশ হিতৈষী শাস্ত্ৰীয়ে এইটো স্পষ্টকৈ দেখুৱাই দিছে যে, ভাৰতীয় জন-গণৰ-মনত যদি ভাৰতীয় জ্ঞান-বিজ্ঞান-কৃষ্টি-সংস্কৃতি আৰু পৰম্পৰাৰ প্ৰতি স্বত্বাভিমান আৰু দায়িত্বাভিমানৰ বীজ অঙ্কুৰণ কৰিব পৰা নাযায় তেনেহলে ভাৰতৰ ৰাষ্ট্ৰীয় ঐক্যত কেৰোণ ধৰাৰ সম্ভাৱনা প্ৰচুৰ। তেওঁৰ এই দূৰদৰ্শিতা দেশনেতাসকলে হয়তো ৰাজনীতিৰ দলাদলিত আওপাকে বুজিব পাৰিছে; কিন্তু শাস্ত্ৰীয়ে নিজৰ জীৱন কালতে গোটেই ভাৰতবৰ্ষত গা

কৰি উঠা ঘোৰ আঞ্চলিকতাবাদৰ ছবি দেখা পাইছে। উত্তৰ ভাৰত আৰু দক্ষিণ ভাৰতৰ মাজত ভাষাৰ ভিত্তিত ভেদাভেদৰ যি প্ৰাচীৰ গঢ় লৈ উঠিছে— এই কথানো কোন চিন্তাশীল ব্যক্তিয়ে বুজা নাই? (ঐ, পৃ ৬) তেওঁৰ মতে সংস্কৃত-প্ৰীতিৰ অবক্ষয় ভাৰতাত্মাৰ সংকোচনৰ নামান্তৰ হে, ই জাতীয় ঐক্যৰ পৰিপন্থী। শাস্ত্ৰীয়ে সংস্কৃত ভাষাৰ উৎকৰ্ষ সাধনৰ মাজেদি ভাৰতাত্মাক জাগ্ৰত কৰিবলৈ ৬টা উত্তম পৰামৰ্শ এই অভিভাষণতে সন্নিবিষ্ট কৰি গৈছে" (ঐ, পৃ. ৯-১৩)।

তত্ত্বানুসন্ধান, যুক্তিনিষ্ঠবৰ্ণন, পাৰিভাষিক শব্দ চয়ন, অলঙ্কাৰ, সন্ধি-সমাসযুক্ত দীঘলীয়া বাক্যৰ প্ৰয়োগ ৰীতি, পৰম্পৰাৰ প্ৰতি আনুগত্য আৰু সংস্কৃতীয়া প্ৰকাশভঙ্গীয়ে শাস্ত্ৰীৰ ভাষণাৱলীক সমকালীন সাহিত্যিক সমালোচক ত্ৰৈলোক্যনাথ গোস্বামী বা জোনাকীযুগৰ মূৰ্দ্ধণ্য সাহিত্যিক সকলৰ ভাষণাৱলীৰপৰা পৃথক কৰিছে। সৰ্বসাধাৰণ পাঠকৰ বাবে শাস্ত্ৰীৰ ৰচনাৱলী কষ্টবোধ্য যদিও ইয়াৰ মাজেদি প্ৰাচ্যতত্ত্ববিদ এই পণ্ডিত গৰাকীৰ ব্যাপক অধ্যয়ন পাণ্ডিত্য আৰু তীক্ষ্ণধীৰ লগতে সংস্কৃত সাহিত্যৰ বাণভট্ট প্ৰভৃতি গদ্য লেখকৰ সৈতে থকা একাত্মীয়তাবোধ অনুভৱ কৰিব পাৰি।

আচাৰ্য্য শাস্ত্ৰী আছিল ভাষা তত্ত্বজ্ঞ বৈয়াকৰণিক। বিভিন্ন ভাষাৰপৰা সংগ্ৰহ কৰা অসংখ্য অসংস্কৃতীয়া শব্দ সংস্কৃত ব্যাকৰণৰ বিধিৰে সংস্কাৰ কৰি সৰ্বভাৰতীয় স্তৰত সংস্কৃত ভাষাৰ পৰিসীমাত সামৰি ৰাষ্ট্ৰীয় সংহতি সাধিব পাৰি বুলি তেওঁ আশ্বস্ত হৈছিল। এই প্ৰসঙ্গত তেওঁ লিখিছে: "পূৰণি কালত দ্ৰাবিড়ী ভাষাগত শব্দ বিলাক যেনেভাৱে, যি যুক্তিৰে সংস্কৃত শব্দৰ অপভ্ৰংশ বুলি প্ৰতিপন্ন কৰা হৈছিল তেনেভাৱে, সেই যুক্তি অনুসৰিয়ে সেই জনজাতীয় শব্দ বিলাকো সংস্কৃত শব্দ মূলক বা সংস্কৃত শব্দৰ অপভ্ৰংশৰূপে প্ৰতিপন্ন হব পাৰে। শব্দ সংস্কাৰক সংস্কৃত শাস্ত্ৰোক্ত বিধি ব্যৱস্থা অনুসৰি তেনে অসংস্কৃত শব্দবিলাক সংস্কাৰ (শোধন) কৰি ললে সংস্কৃত শব্দৰূপে পৰিগণিত হব পাৰে" (দেৰগাওঁ অভিভাষণ, পৃ. ৭)। বড়ো আদি জনজাতীয় ভাষাৰ পৰা অসমীয়া ভাষাত গ্ৰহণ কৰা আপা, আপী, দামুৰী, তুমুৰা, দেওনা, জপনা, খেতি, পথাৰ আদি এই শব্দবোৰো যে দৰাচলতে উক্ত জনজাতীয় ভাষাত সংস্কৃত শব্দ ক্ৰমে আপ্তা, আপ্ত্ৰী, বিমুক্তী, বিমুক্তা, দ্ৰৱনা/দ্ৰৱৱাৱনা, বাষ্পনা/বাষ্পৱাৱণা, ক্ষেত্ৰী আৰু প্ৰস্তাৰ শব্দৰপৰা প্ৰচলিত ৰূপ প্ৰাপ্ত হৈছে

বুলি আচাৰ্য্য শাস্ত্রীয়ে যুক্তি দৰ্শাইছে আৰু জনজাতীয় ভাষাৰ প্ৰতি সন্মানো প্ৰদৰ্শন কৰিছে ( দেৱগাওঁ—পৃ. ৭।৮ )।

দেশৰ প্ৰতি থকা প্ৰেম আৰু আনুগত্যৰ বাবে শাস্ত্রীৰ লোকপুৰাণ ( Myth ), লোকোক্তি, আপ্তবাক্য আদিৰ প্ৰতিও আস্থা আছিল। জনগণৰ মাজত পাৰম্পৰ্য্যভাবত চলি থকা মৌখিক সাহিত্য সমূহ লোক তাত্ত্বিক আৰু নৃতাত্ত্বিক বিচাৰ-বিশ্লেষণেৰে ফহিয়াই তেওঁলোকৰ মাজত মহামিলনৰ ভাব জাগ্ৰত কৰাটো সাহিত্যিকৰ কৰ্ত্তব্য। এলিয়টে তেওঁৰ বিখ্যাত 'The Waste Land' কবিতাত গ্ৰেইল কাহিনী, টাইৰেসিয়াসৰ কথা, 'ফিচাৰ কিং' প্ৰসঙ্গত ইজিপসীয় লোকপুৰাণ, 'ওল্ডটেষ্টামেণ্টৰ' অংশ বিশেষ, ফিলোমেলাৰ কাহিনী পৰিবেঁশনৰ দ্বাৰা পাঠকৰ সৈতে লেখকৰ মনৰ ভাব বিনিময় কৰিছিল। বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰে 'চিত্ৰা' কাব্যান্তৰ্গত 'এবার ফিরাও মোরে' কবিতাত লোকপুৰাণৰ অন্তৰ্ভুক্তিৰে ভাৰতীয় পৌৰাণিক কাহিনীক উপযুক্ত ধৰণে অৰ্থবহ কৰি তুলিছিল। লোক সমাজৰ এই সাহিত্য সমূহত শ্ৰেষ্ঠ লিখকে ন ন সৃষ্টিৰ অফুৰন্ত সমল পায়। মেক্সিম গৰ্কিয়ে সেয়ে মন্তব্য কৰিছে : "...The finest works of great poets of all countries have drawn upon the treasurehouse of the people's collective works." আচাৰ্য্য শাস্ত্রীয়ে এই দৃষ্টিভঙ্গীৰে পুৰণি অসমৰ আহোম, চুটীয়া, কোচ, কছাৰী জয়ন্তীয়া আদি তথাকথিত অনা-আৰ্য্য সম্প্ৰদায়ৰ মাজত চলি থকা লোক সাহিত্য উক্ত বিশ্লেষণ ৰীতিৰে আৰ্য্যীকৰণ কৰিবলৈ যত্ন কৰিছিল। আহোম সকলৰ উপাস্য চোমদেৱক আৰ্যসকলৰ সোম/অৰ্দ্ধ'নাৰীশ্বৰ শিৱৰ সৈতে; আহোমৰ পূৰ্বপুৰুষজনাক আৰ্য্যৰ ইন্দ্ৰদেৱতাৰ সৈতে আৰু কোঁচ ৰাজবংশৰ পূৰ্বপুৰুষ শিৱ আৰ্য্যৰ শিৱৰ সৈতে অভিন্ন বুলি প্ৰচাৰ কৰি আৰ্য্য-অনাআৰ্য্যক একত্ৰীভ‍ূত ৰূপত চাব বিচাৰিছিল আচাৰ্য্য শাস্ত্রীয়ে ( দেৱগাওঁ- পৃ. ৮ )।

তেওঁ হুয়োখন অভিভাষণতে মঙ্গলাচৰণ কৰাৰ পিছতে প্ৰয়োগ কৰা আপ্ত বচন ফাকি হৈছে : "অদ্যাপি যান্তি দেৱত্বং মহদ্ভিঃ সুপ্ৰতিষ্ঠিতম্" অৰ্থাৎ "দেৱপ্ৰতিমাৰূপে নিৰ্মিত মাটি, শিল, কাঠ, বন আদি জড় পদাৰ্থও সিদ্ধ-সাধু-সজ্জনসকলৰ দ্বাৰা প্ৰতিষ্ঠাপিত হলে সচেতন সৰ্বশক্তিমান দেৱতাৰূপে পৰিগণিত হয়।" মতৰ দৃঢ়তা প্ৰতিপন্ন কৰিবলৈ তেওঁ এনে সংস্কৃতীয়া আপ্তবচনৰ প্ৰয়োগ কৰিছিল।

শাস্ত্ৰী আছিল গৱেষক পণ্ডিত। পুৰণি অসমত অব্ৰাহ্মণ পণ্ডিতৰ সংস্কৃত গ্ৰন্থ ৰচনা কৰাৰ প্ৰমাণ, তদানীন্তন অসমীয়া মহিলা সমাজত সংস্কৃত ভাষা চৰ্চাৰ প্ৰমাণ, শাস্ত্ৰজ্ঞান ৰক্ষাৰ্থে স্বৰ্গদেউসকলৰ ব্ৰহ্মোত্তৰ ভূমিদান, উজনি আৰু নামনি অসমত সংস্কৃত চৰ্চাৰ হ্ৰাস-বৃদ্ধিৰ কাৰণ, সংস্কৃত ভাষাৰ উৎকৰ্ষ সাধন আৰু সংৰক্ষণ বিচাৰ আদি বিষয়বোৰ শাস্ত্ৰীয়ে গভীৰ ভাবে উপলব্ধি কৰি দেৱগাওঁ ভাষণত লিপিবদ্ধ কৰিছিল সেইবোৰ তেওঁৰ জাতীয়প্ৰেম আৰু মহত্ত্বৰ পৰিচায়ক হৈ ৰব।

বস্তুবাদী ভাবধাৰাই আচাৰ্য্য শাস্ত্ৰীক সমূলি আকৰ্ষণ কৰিব পৰা নাছিল। ইংৰাজৰ আমোলে আৰু ইংৰাজী শিক্ষাৰ জ্ঞানে মানুহক অৰ্থোপাৰ্জ্জনৰ সুযোগ-সুবিধা, মান-সম্ভ্ৰম দিয়াৰ প্ৰতিকূলে দেশৰ প্ৰচলিত সংস্কৃত শিক্ষা ব্যৱস্থা আৰু প্ৰাদেশিক কৃষ্টি-সংস্কৃতিক বহু পৰিমাণে সংকটাপন্ন কৰি অসমীয়া জাতিক ঘাই সুতিৰপৰা বিচ্ছিন্ন কৰিব পাৰে বুলি তেওঁ শঙ্কিত হৈছিল (দেৱগাওঁ, পৃ. ১১-১২)।

সত্যান্বেষণ, সহৃদয় শীলধৰ্ম, ৰুচিবোধ, আত্মবিশ্বাস, আত্মসংযম, আত্মসন্তুষ্টি, জ্ঞানলিপ্সা, শিক্ষাদানৱত, ধৈৰ্য্যশীল, কষ্টসহিষ্ণু, সাধনা, কৰ্ত্তব্যবোধ, সংস্কৃতপ্ৰীতি, স্বাত্মাভিমান, জাতীয়প্ৰেম, নিৰহঙ্কাৰ, নিৰাসক্ত আদি গুণৰাশিয়ে শাস্ত্ৰীক আদৰ্শবাদী ব্যক্তি হিচাপে প্ৰতীয়মাণ কৰি তুলিছে। ব্যক্তিগত জীৱনত ধনে-ধানে ঋদ্ধ ভালেমান সুযোগ পালেও পাৰ্থিৱ ঐশ্বৰ্য্য-বিভূতি-বৈভৱৰ প্ৰতি তেখেত আছিল বীতশ্ৰদ্ধ। আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰীয়ে শেষলৈ নিজৰ নাম-ৰূপ অদ্বৈতবাদৰ শিক্ষণ আৰু অনুশীলনত সমাহিত কৰি সৰ্বধৰ্ম সমন্বয় আৰু অধ্যাত্মবাদৰ চিন্তা-চৰ্চাৰে মনে-প্ৰাণে গভীৰ প্ৰশান্তি লাভ কৰিছিল। *

* কৰিমগঞ্জৰ ভাষণখন শ্ৰীযুতা শাস্ত্ৰী আৰু দেৱগাঁৱৰখন নলবাৰী সংস্কৃত কলেজৰ অধ্যক্ষ শ্ৰীযুত নৃপেন্দ্ৰ নাথ শৰ্মাৰপৰা সংগৃহীত। প্ৰকাশিত অন্যান্য ভাষণৰ বাবে শ্ৰদ্ধেয় ড° নলিনীৰঞ্জন শৰ্মা আৰু দুই এজন ব্যক্তিবো ওচৰ চপা হৈছিল।

# আচাৰ্য্য শাস্ত্ৰীৰ গদ্যশৈলী

## অধ্যাপক শ্ৰীশশী শৰ্মা

অসমীয়া আদি কবি আধুনিক ভাৰতীয় ভাষাবোৰত ব্যৱহাৰ হোৱা 'শৈলী' শব্দ সংস্কৃত 'ৰীতি' বা ইংৰাজী 'ষ্টাইল' শব্দৰ সলনি গ্ৰহণ কৰা হৈছে বুলিব পাৰি। এই 'শৈলী' শব্দটোৱে কেৱল ভাষাৰ আলংকাৰিক সৌন্দৰ্য বা সুনিৰ্বাচিত শব্দ প্ৰয়োগৰ কৌশলকেই নুসূচাই, ই্যে বিষয় বস্তুৰ অভিনৱত্ব আৰু আনকি, লেখক-সাহিত্যিকৰ ব্যক্তিত্বকো সামৰি লয়। ৰচনাশৈলীৰ মাজেদি লেখক-সাহিত্যিকৰ ব্যক্তিসত্তা, চিন্তা-চৰ্চা, সংস্কাৰ, আনকি পাৰিপাৰ্শ্বিকতাৰ লগতো পৰিচিত হ'ব পাৰি। এই ক্ষেত্ৰত মন কৰিব লগা কথা এয়ে যে লেখক বা সাহিত্যিকৰ ব্যক্তিত্বই দাম্ভিকতাপূৰ্ণ ব্যক্তিসত্তাক নুসূচায়; লেখক বা সাহিত্যিকৰ জ্ঞান গভীৰতা, তথ্য অনুসন্ধিৎসা, ন ন সমাজ-সত্য উদ্‌ঘাটন ক্ষমতা, ন ন প্ৰকাশ ভংগিৰ প্ৰবৰ্তন ইত্যাদিক হে সূচায়। যুগৰ চিন্তা ধাৰাৰ ৰূপান্তৰ সাধিবলৈ দৃঢ়তা প্ৰকাশ কৰিব পৰা মানসিকতা লেখক বা সাহিত্যিকৰ ব্যক্তিত্বৰ সৰ্বোৎকৃষ্ট নিদৰ্শন। মহাকবি কালিদাস আৰু নাট্যকাৰ শূদ্ৰক একে সামন্ত-যুগীয়া সাহিত্যিক। কালিদাসে যুগধৰ্ম মানি সামন্ততন্ত্ৰক তেওঁৰ ৰচনাৱলীৰ মাজেদি পাৰি দিছিল ৰৰপীড়'; কিন্তু শূদ্ৰক আছিল সামন্ততন্ত্ৰৰ সাহসী সমালোচক আৰু সংস্কাৰক। কালিদাস আছিল আপোচকামী; কিন্তু সেই যুগৰ পটভূমিত শূদ্ৰক আছিল বিপ্লৱী। শূদ্ৰকে নতুন যুগৰ সূচনা কৰিব বিচাৰিছিল। শূদ্ৰকৰ ব্যক্তিত্বই সহৃদয় সামাজিকক নতুন দিগন্তৰ সন্ধেদ দিয়া স্বাভাৱিক। কালিদাসৰ ৰচনাত প্ৰকৃততে বৈপ্লৱিক চেতনাবো উন্মেষ ঘটা নাই আৰু অভিনৱ বিষয় বস্তুৰো সন্ধেদ দিব পৰা নাই; কালিদাসৰ ৰচনাৱলীৰ প্ৰধান আকৰ্ষণ হ'ল আলংকাৰিক সৌন্দৰ্য সমাৱেশ আৰু ধ্বন্যাত্মক শব্দ নিৰ্বাচনৰ দক্ষতা। প্ৰকৃততে ইয়াৰ কাৰণেই কালিদাস যুগজয়ী হৈ আছে বুলিব পাৰি। দুজন বা বহুজন সাহিত্যিকৰ বিষয়বস্তু একে হ'ব পাৰে; কিন্তু লেখকৰ ব্যক্তিত্ব বা জীৱন দৰ্শন নিৰ্ভৰ কৰিব বিষয়বস্তুৰ উপস্থাপন ৰীতিত হে। আধুনিক অসমীয়া সাহিত্যৰ দুগৰাকী সমকালীন বিশিষ্ট সাহিত্যিক বেজবৰুৱা আৰু গোহাঞি বৰুৱাৰ বিষয়ে তুলনামূলকভাৱে বিবেচনা কৰিব পাৰি। ইংৰাজ শাসনকালৰ নিপীড়িত সামান্য মানুহৰ চৰিত্ৰ বেজবৰুৱাৰ 'বাপিৰাম' আৰু

গোহাঞিঃ বৰুৱাৰ গাওঁবুঢ়া 'ভোগৰাম'। বেজবৰুৱাৰ বাপিৰাম বিপ্লৱী ; কিন্তু গোহাঞিঃ বৰুৱাৰ 'ভোগৰাম' প্ৰকৃততে অদৃষ্টবাদী। অকল এই চৰিত্ৰ দুটাৰ তুলনামূলক অধ্যয়নে বেজবৰুৱা আৰু গোহাঞিবৰুৱাৰ ব্যক্তিত্ব অনুভৱ কৰাত অনুসন্ধিৎসু মাত্ৰকে সহায় কৰে। ভাষাৰ ক্ষেত্ৰতো বেজবৰুৱাৰ ভাষা আছিল অকৃত্ৰিম, সাধাৰণ মানুহৰ মুখৰ দিনভীয়া ভাষাৰ মাৰ্জিত বা প্ৰাঞ্জলৰূপ ; কিন্তু গোহাঞিঃ বৰুৱাৰ ভাষা আছিল বহুপৰিমাণে কৃত্ৰিম, বহু প্ৰসংগত গোহাঞিঃ বৰুৱাৰ, সাহিত্যিক ভাষা, গোহাঞিঃ বৰুৱা ব্যক্তি জনৰেই ভাষা হে যেন আছিল ;— জনগণৰ ভাষাক প্ৰতিনিধিত্ব কৰিব পৰা নাছিল। এইবোৰ কাৰণতে বেজবৰুৱাৰ ৰচনাশৈলীক ওখ মৰ্য্যাদা দিয়া হয়।

আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰীৰ গদ্যশৈলীক এনে কেতবোৰ সাধাৰণ ধাৰণাৰ ভেটিত বিচাৰ কৰি চাব লাগিব। 'অসমৰ বৈষ্ণৱ দৰ্শনৰ ৰূপৰেখা', 'পতাকা প্ৰকাশ','সাহিত্য-দৰ্শন','কুমাৰিল ভট্টপাদ আৰু আচাৰ্য ধৰ্মকীৰ্তি','বাক্যাৰ্থবোধ' আদি আচাৰ্য্য শাস্ত্ৰীৰ অসমীয়া গদ্যত ৰচিত পুথি। এই পুথিকেইখনৰ যিকোনো অনুসন্ধিৎসু পঢ়ুৱৈয়ে অনুভৱ কৰিব যে ৰচক এজন বিদগ্ধ সংস্কৃত পণ্ডিত, পৰম্পৰাৰ প্ৰতি ৰচকৰ গভীৰ আনুগত্য আৰু আটাইকেইখন পুথিয়েই তাত্বিক পুথি বা বিচাৰ গ্ৰন্থ।

সম্ভৱ 'অসমৰ বৈষ্ণৱ দৰ্শনৰ ৰূপৰেখা' খনেই আচাৰ্য শাস্ত্ৰীৰ প্ৰকাশিত পোন প্ৰথম অসমীয়া পুথি আৰু 'বাক্যাৰ্থ বোধ' খনেই হ'ব প্ৰকাশিত শেহতীয়া পুথি। এই পুথি কেইখনৰ বিশিষ্ট পঢ়ুৱৈ মাত্ৰেই অনুভৱ কৰিব যে, আদিতে অৰ্থাৎ *বৈষ্ণৱ দৰ্শনৰ ৰূপৰেখাৰ* ৰচক জনা আছিল প্ৰায় সম্পূৰ্ণৰূপে বিদগ্ধ সংস্কৃত গদ্য-সাহিত্যিক সকলৰ গৈদ্যশৈলীৰ অনুগামী। কিন্তু পিছলৈ তেওঁ ক্ৰমে ক্ৰমে অসমীয়া মানুহৰ মাত-কথাৰ অনুকৰণ কৰিবলৈ জানিবা বত্নপৰ হয়। 'বৈষ্ণৱ দৰ্শনৰ ৰূপৰেখা' খনত 'পুৰণি অসমত বৈষ্ণৱ-ধৰ্ম'ৰ বিষয়ে আলোচনা কৰিবলৈয়ে কৈছে: "ভাৰতবৰ্ষৰ ধৰ্মৰূপ মহাসমুদ্ৰৰ পৰিপোষক বৈষ্ণৱ-ধৰ্ম নামৰ পবিত্ৰ মহানদীখন অনাদি কালৰ পৰাই এই দেশত নিৰৱচ্ছিন্ন ভাৱে বৈ আছে। ইয়াৰ উৎপত্তি ক'ত, কেতিয়া, কেনেকৈ হ'ল তাক জানিবৰ উপায় নাই। এই ধৰ্ম বেদমূলক, গতিকে এইটো নিঃসন্দেহে ক'ব পাৰি যে, বৈদিক যুগৰ পৰাই এই ধৰ্মৰসোঁত আৰ্য্যসকলৰ ভিতৰত প্ৰৱাহিত হৈ আছে। *ঋগ্‌বেদ সংহিতাৰ* কোনো কোনো মন্ত্ৰত বিষ্ণু যে পৰম উপাস্য ; বিষ্ণুৰ নাম যে চিন্ময়, মঙ্গলময়, তাৰ কীৰ্তনৰ দ্বাৰা যে

বিষ্ণু তুষ্ট হয় আৰু ভক্তৰ অভীষ্ট ফল আৰু তত্ত্বজ্ঞান বা মোক্ষ লাভ হয় ; পৰৰ সুখৰ অৰ্থে যে স্বাৰ্থ ত্যাগ কৰ্তব্য,—বৈষ্ণৱ ধৰ্মৰ এই তত্ত্বকথা বিলাক কোৱা আছে (*অসমৰ বৈষ্ণৱ-দৰ্শনৰ ৰূপৰেখা,* পৃঃ ১-২)। আলোচনা আৰম্ভৰ এই কথাখিনিয়ে অনুভৱ কৰাত সহায় কৰে যে লেখক শাস্ত্ৰী এগৰাকী বিশিষ্ট সংস্কৃত পণ্ডিত আৰু পৰম্পৰাৰ প্ৰতি তেওঁৰ গভীৰ আগ্ৰহ। পাশ্চাত্য সভ্যতাৰ সংঘৰ্ষলৈ অহাৰ লগে লগে ভাৰতীয় বেদ, উপনিষদ, পুৰাণ, কাব্য, দৰ্শন আদিৰ বিষয়ে বস্তুনিষ্ঠ তথা বিজ্ঞান সম্মত আলোচনা-বিলোচনা আৰম্ভ হৈছিল। কিন্তু ওপৰৰ কথা খিনিৰ মাজেদি গ'লে ধাৰণা হয় যেন আচাৰ্য শাস্ত্ৰীয়ে সেইবোৰ বস্তুনিষ্ঠ আলোচনাৰ প্ৰতি মনোনিৱেশ কৰাৰ আৱশ্যকতা অনুভৱ কৰা নাই। পৰম্পৰাগত ভাৰতীয় বিশ্বাসৰ 'অপৌৰুষেয়ত্ব'ৰ প্ৰতি গভীৰ আস্থা থকা হেতুকেই সম্ভৱতঃ যুক্তি বিচাৰৰ সলনি আবেগ জৰিত কণ্ঠেৰে ঘোষণা দিছে : "বৈষ্ণৱ-ধৰ্ম নামৰ পবিত্ৰ মহানদীখন অনাদি কালৰপৰাই এই দেশত নিৰৱচ্ছিন্ন ভাৱে বৈ আছে। ইয়াৰ উৎপত্তি ক'ত, কেতিয়া, কেনেকৈ হ'ল তাক জানিবৰ উপায় নাই।" আচাৰ্য্য শাস্ত্ৰীৰ আন কেইখন পুথিৰ দৰে 'অসমৰ বৈষ্ণৱ-দৰ্শনৰ ৰূপৰেখা' খনো বিচাৰ-গ্ৰন্থই। বিচাৰ-গ্ৰন্থৰ কথন-ভঙ্গি চিৰদিনেই যুক্তিমূলক। আচাৰ্য শাস্ত্ৰীৰ কথন-ভঙ্গি প্ৰায়েই যুক্তি মূলকেই হৈছে। কিন্তু ঠায়ে ঠায়ে উদ্ধৃত কথা অংশৰ দৰে আবেগ প্ৰৱণ নোহোৱাকৈ থকা নাই। তাতোকৈ বিসংগতিপূৰ্ণ কথা হ'ল এয়ে যে প্ৰথম আৰু দ্বিতীয় বাক্যৰ কথা পৰস্পৰ বিৰোধী হৈ পৰিল। কাৰণ দ্বিতীয় বাক্যটোত তেওঁ বৈদিক যুগৰপৰা বিষ্ণুৰ উপাসনা নিঃসন্দেহে প্ৰৱাহিত হৈ অহা বুলিছে। বৈদিক যুগৰ আৰম্ভৰ এটা নিৰ্দিষ্ট কাল আছে। বস্তুনিষ্ঠ দৃষ্টিৰে বৈদিক যুগ অনাদি কালৰ পৰা প্ৰৱাহিত হৈ অহা নাই। আৰু যদিহে বৈদিকযুগ অনাদি কালৰপৰা প্ৰবাহিত হৈ অহা বুলিয়ে ধৰা হয়, তেনেহলেও যুক্তিৰ সলনি আবেগক প্ৰাধান্য দিয়া হয়। এনেবোৰ কাৰণতো আচাৰ্য শাস্ত্ৰীৰ পঢ়ুৱৈ মানেই অনুভৱ কৰিব যেন তেওঁ পৰম্পৰাগত ভাৰতীয় ভাৱবাদী আদৰ্শৰ অনুগামীহে আছিল।

ভাৰতীয় ব্ৰাহ্মণ্যবাদী পৰম্পৰাৰ প্ৰতি গভীৰ শ্ৰদ্ধা থকা কাৰণেই আচাৰ্য শাস্ত্ৰীয়ে শংকৰাচাৰ্য্য আদি কৰি বিশিষ্ট ভাৰতীয় চিন্তাবিদ সকলৰ নামৰ আগত 'ভগৱান' শব্দ বিশেষণ ৰূপে প্ৰয়োগ কৰি দূৰ অতীতৰ এক বিশিষ্ট ভাৱমণ্ডলো সৃষ্টি কৰিব বিচাৰে। সিমানে নহয়, সংস্কৃত সাহিত্যৰ বিশিষ্ট কথা সাহিত্যক বাণভট্ট আদিয়ে সন্ধি-সমাস যুক্ত যথেষ্ট দীঘলীয়া বাক্য ৰচনা কৰি পঢ়ুৱৈ সমাজক বিস্ময় বিমুগ্ধ কৰিব বিচৰাৰ দৰে আচাৰ্য শাস্ত্ৰীয়েও ঠায়ে ঠায়ে সন্ধি-

সমাস যুক্ত দীঘলীয়া বাক্যও ৰচনা কৰিছে। উদাহৰণ স্বৰূপে 'বৈষ্ণৱ-দৰ্শনৰ ৰূপৰেখা' খনৰ তলৰ বাক্যটোলৈ লক্ষ্য কৰিব পাৰি: "উপনিষদৰ অদ্বৈত ব্ৰহ্মবাদৰ ভিত্তিত প্ৰতিষ্ঠিত; স্মৰণাতীত কালৰে পৰা নিৰৱচ্ছিন্ন ভাৱে প্ৰৱাহিত সাম্প্ৰদায়িক মৰ্যাদানুসাৰে প্ৰতিষ্ঠাপিত মঠ, মন্দিৰ, সত্ৰ, সৱাহ, সৎসঙ্গ, মহোৎসৱ আদি সুবিস্তৃত পৰিখা পৰিবেষ্টিত; শ্ৰীশংকৰাচাৰ্য্য, শ্ৰীধৰস্বামী, বিষ্ণুপুৰী আদি দাৰ্শনিক ভক্তসকলৰ গৃহীত যুক্তিময় :দৃঢ় প্ৰাচীৰ পৰিবৃত; গীতা, ভাগৱত, বিষ্ণুপুৰাণ, পদ্ম-পুৰাণ আদি সুবিপুল বৈষ্ণৱ-শাস্ত্ৰৰূপ দৃঢ়স্তম্ভোপৰি বিধৃত; পৰম বৈষ্ণৱ সাধু সকলৰদ্বাৰা আচৰিত শ্ৰৌত-স্মাৰ্ত আদি নানাবিধ ক্ৰিয়াত্মক বিষ্ণুধৰ্মৰূপ প্ৰস্তৰৰাশি গ্ৰথিত; শ্ৰীশংকৰ, দামোদৰ, হৰিদেৱ, মাধৱদেৱ, ভট্টদেৱ আদি পৰম ভাগৱত সকলৰ উপলব্ধি সংগৃহীত বত্নৰাজি খচিত; তেওঁ বিলাকৰদ্বাৰা সমাহৃত, উদ্ভাৱিত, উজ্জীৱিত, প্ৰণীত, প্ৰচাৰিত, কাব্য নাট্য, নৃত্য, গীত, বাদ্য, স্থাপত্য, ভাস্কৰ্য আদি নানাবিধ কলা-কৌশল নিৰ্মিত; শৃংগাৰ আদি নানাবিধ ৰস ভাৱৰূপ-ভাৱনা-ভাৱিত; শান্তৰসাত্মক সুধা-ধৱলিত; এই ভাগৱত ধৰ্মৰূপ মহাসৌধৰ বিস্তৃত বৰ্ণনা বা সম্পূৰ্ণ ভাৱে তত্ত্ববিশ্লেষণ এই গ্ৰন্থত সম্ভৱপৰ নহয়" (অসমৰ বৈষ্ণৱ-দৰ্শনৰ ৰূপৰেখা, পৃঃ ২৯২-৯৩)। এনে সন্ধি সমাস যুক্ত দীঘলীয়া বাক্য-বিন্যাস-ৰীতি জন্মৰেপৰা অসমীয়া লিখিত গদ্যত নাই বুলিবই পাৰি। অসমীয়া গদ্যৰ জনকৰূপে সম্মানিত ভট্টদেৱো বিদগ্ধ সংস্কৃত পণ্ডিতেই আছিল। তেওঁৰ গদ্যত প্ৰচুৰ তৎসম শব্দৰ প্ৰয়োগ আছিল সঁচা; কিন্তু তেওঁৰ বাক্যবোৰ আছিল চুটি চুটি আৰু লয় আৰু অন্ত্যমিলযুক্ত। অসমীয়া সাহিত্যত ভট্টদেৱৰ গদ্য-শৈলীৰ আদৰ আজিও অটুট আছে। কিন্তু আচাৰ্য শাস্ত্ৰীয়ে প্ৰয়োগ কৰা এনে কথন-ভঙ্গিৰ সমাদৰ কিন্তু দেখা নাযায়। এনে ভঙ্গি প্ৰকৃততে কৃত্ৰিম। এনে বাক্যৰ অৰ্থ অনুভৱ কৰা সাধাৰণ পঢ়ুৱৈৰ কাৰণে কষ্টসাধ্য।

অৱশ্যে এনে কৃত্ৰিম ভঙ্গীৰ প্ৰয়োগ আগছোৱাৰ ৰচনাতহে দেখা যায়; পিছৰ ফালৰ ৰচনাৰ প্ৰকাশ-ভঙ্গী বহু পৰিমাণে স্বাভাৱিক, অৰ্থাৎ মানুহৰ কথিত ভাষাৰ অনুগামী। এই ক্ষেত্ৰত 'পতাকাপ্ৰকাশ' আৰু 'কুমাৰিল ভট্টপাদ আৰু আচাৰ্য ধৰ্মকীৰ্ত্তি' বোলা পুথি দুখনলৈ আঙুলিয়াব পাৰি। উপলব্ধিৰ স্পষ্টতাৰ কাৰণে 'কুমাৰিল ভট্টপাদ আৰু আচাৰ্য ধৰ্মকীৰ্তি' বোলা পুথিখনৰ পোনপ্ৰথম বাক্যটোলৈ মন কৰক: "মহাদাৰ্শনিক সৰ্বতন্ত্ৰস্বতন্ত্ৰ, ভট্টপাদ কুমাৰিলস্বামী পুৰণি কামৰূপৰ কৃতী সন্তান আছিল বুলি আৰু জনশ্ৰুতিৰ বিখ্যাত

বৌদ্ধদাৰ্শনিক আচাৰ্য ধৰ্মকীৰ্তি কুমাৰিল ভট্টৰ খুড়াক ( পিতৃব্য ), মতান্তৰে ভতিজাক আছিল বুলি লোক সমাজত পৰম্পৰাগত জনশ্ৰুতি চলি আছে যদিও সেই বিষয়ে আজিলৈকে ভাৰতৰ আৰু বাহিৰৰো কোনো পণ্ডিতে বিস্তৃতভাৱে আলোচনা কৰা বুলি জানিব পৰা নাই।" এই বাক্যটোও কিছুদীঘলীয়াই ; কিন্তু অৰ্থ অনুভৱ কৰাত ব্যাঘাত নপৰে ; তদুপৰি তৎসম আৰু তত্ভৱ শব্দৰ ভাৱসাম্যও ৰক্ষা পৰিছে।

আচাৰ্য শাস্ত্ৰীয়ে গদ্য ৰচনাৰ ক্ষেত্ৰত কেতবোৰ বিশিষ্ট ৰীতি অনুসৰণ কৰাও দেখা যায়। প্ৰায়ভাগ বিশিষ্ট কথা-সাহিত্যিকৰ ৰচনা-ৰীতিলৈ লক্ষ্য কৰিলে দেখা যায় যে প্ৰতিটো অনুচ্ছেদেই একো একোটা নিটোল ভাৱ প্ৰকাশ কৰে, তদুপৰি ওপৰৰ অনুচ্ছেদৰ ভাৱৰ লগত তলৰ অনুচ্ছেদৰ ভাৱ পাৰম্পৰিক ভাৱে সংযুক্ত হৈ থাকে। ইয়ে পঢ়ুৱৈৰ চিত্তত অনুসন্ধিৎসা-প্ৰৱণভাৱ সৃষ্টি কৰে আৰু ক্ৰমে পৰিসমাপ্তিৰ প্ৰতি অবিৰাম ভাৱে আগবঢ়াই নিয়ে। এই ৰীতি প্ৰয়োগত আচাৰ্য শাস্ত্ৰী সফল হৈছে বুলিব লাগিব। তলৰ অনুচ্ছেদ দুটালৈ মন কৰিলেও কথাষাৰৰ তাৎপৰ্য উপলব্ধি কৰিব পৰা যাব।

' মগধৰ শ্ৰেষ্ঠ বৌদ্ধ দাৰ্শনিকক তৰ্কবাদত পৰাস্ত কৰাৰ পাছত কুমাৰিল-ভট্টই দিগ্বিজয় যাত্ৰা কৰি সমগ্ৰ ভাৰতৰ বৈদিক ধৰ্ম-বিৰোধী বৌদ্ধ, জৈন আদি অবৈদিক ধৰ্মৰ সমৰ্থক পণ্ডিত সকলক তৰ্কবাদত পৰাস্ত কৰি বৈদিক ধৰ্মৰ বিজয় আৰু শ্ৰেষ্ঠতা প্ৰতিপন্ন কৰিছিল। সেই কাৰণে তেওঁ দেৱসেনাপতি কাৰ্তিকেয়ৰ ( কুমাৰৰ ) অৱতাৰ বুলি খ্যাত হৈছিল।"

' উত্তৰ ভাৰত বিজয়ৰ পাছত তেওঁ দক্ষিণ ভাৰতলৈ গৈ তাত দীৰ্ঘদিন ধৰি বৈদিক ধৰ্ম প্ৰচাৰত নিযুক্ত আছিল।" ( কুমাৰিল ভট্টপাদ আৰু আচাৰ্য ধৰ্মকীৰ্তি ; পৃঃ ৬-৭ )

উক্ত দুয়োটা অনুচ্ছেদেই চুটি চুটি ; কিন্তু প্ৰতিটোৱেই একো একোটা ভাৱ স্পষ্টকৈ প্ৰকাশ কৰিছে ; তদুপৰি ওপৰৰ অনুচ্ছেদৰ ভাৱৰ লগত তলৰ অনুচ্ছেদৰ সুন্দৰ সম্পৰ্ক আছে। এনে ৰীতিৰ সফল প্ৰয়োগে আচাৰ্য শাস্ত্ৰীৰ ৰচনাৱলীৰ আকৰ্ষণ বঢ়াইছে।

বিচাৰ-গ্ৰন্থত আবেগৰ স্থান নাই; বিচাৰ-গ্ৰন্থৰ ভাষা হ'ব লাগে সাধাৰণতে যুক্তিনিষ্ঠ। ওপৰত কৈ আহিছোঁ যে আচাৰ্য শাস্ত্ৰীয়ে আবেগক ঠাই নিদিয়াকৈ থকা নাই। কিন্তু সৰহক্ষেত্ৰতে তেওঁ যুক্তিনিষ্ঠ ভাষা প্ৰয়োগ কৰিবলৈ সমৰ্থ হৈছে। আনকি ক'তো ক'তো অনাৱশ্যকীয় ভাৱেও যুক্তি-তৰ্কৰ আশ্ৰয় লোৱা

বুলিও ক'ব পাৰি। উদাহৰণ স্বৰূপে 'অসমৰ বৈষ্ণৱ দৰ্শনৰ ৰূপৰেখা' গ্ৰন্থৰ 'প্ৰমাণ নিৰূপণ আৰু সম্প্ৰদায় জিজ্ঞাসা' বোলা অধ্যায়টোলৈ আঙুলিয়াব পাৰি। ইয়াত শ্ৰীমন্ত শংকৰৰ সম্প্ৰদায় অৰ্থাৎ গুৰু জিজ্ঞাসা কৰা হৈছে। শ্ৰীমন্ত শংকৰে তেওঁৰ বিপুল পৰিমাণৰ ৰচনাৰাজিৰ ক'তো কোনো এজন বিশেষ ধৰ্মগুৰুৰ নাম উল্লেখ কৰা নাই ; বৰং চৰিত পুথি মতে ভকতকহে তেওঁ গুৰুবুলি অনুভৱ কৰিছিল। এই তত্ত্বক অমূলক বুলি উৰাই দিবও নোৱাৰি। কাৰণ অধ্যয়ন-চিন্তন আৰু মননে চিৰদিনেই মানুহৰ জীৱন দৰ্শনৰ ৰূপান্তৰ সাধি আহি আছে। এই কথা শংকৰদেৱৰ ক্ষেত্ৰতো প্ৰযোজ্য হোৱাই স্বাভাৱিক। কিন্তু আচাৰ্য শাস্ত্ৰীয়ে যুক্তিৰে প্ৰতিপন্ন কৰিব বিচাৰিছে যে শংকৰদেৱৰো সাম্প্ৰদায়িক গুৰু নিশ্চয় আছিল ! তেওঁ নানা যুক্তি-তৰ্ক উপস্থাপন কৰি শেষত সিদ্ধান্তলৈ আহি কৈছে : "শ্ৰীধৰস্বামী আৰু বিষ্ণুপুৰীৰ অনুসৃত পথ বা সম্প্ৰদায় যে শ্ৰীশংকৰৰ পথ বা সম্প্ৰদায় আছিল সেই কথা সিদ্ধ হ'ল।" ( অসমৰ বৈষ্ণৱ দৰ্শনৰ ৰূপৰেখা ; পৃঃ ৭৩—৯২ দ্ৰষ্টব্য )। মন কৰিব লগা কথা এয়ে যে তেওঁৰ প্ৰকাশ ভংগিয়েই যে কেৱল যুক্তিনিষ্ঠ হৈছে তেনে নহয় ; উপস্থাপন কৰা যুক্তিবোৰৰ মাজেদি প্ৰকাশিত নন তথ্যয়ো তেওঁৰ ৰচনাৰ আকৰ্ষণ চৰাইছে। ই তেওঁৰ তথ্য-অনুসন্ধিৎসাৰ অনুপম নিদৰ্শন। ই আচাৰ্য শাস্ত্ৰীৰ পাণ্ডিত্য সম্পন্ন ব্যক্তিত্বৰো সুপৰিচায়ক। কিন্তু সামাজিক দৃষ্টিৰ ফালৰ পৰা এই আটাইখিনি কথাই অনাৱশ্যকীয় ৰূপে প্ৰতিপন্ন।

তথ্য অনুসন্ধিৎসা আৰু পাণ্ডিত্য আচাৰ্য শাস্ত্ৰীৰ গদ্যৰ অন্যতম বিশিষ্ট আকৰ্ষণ। তেওঁৰ ৰচনাৰ প্ৰতিটো বাক্য বা অনুচ্ছেদেই তথ্য অনুসন্ধিৎসা আৰু লগতে পাণ্ডিত্যৰ পৰিচয় দিয়ে। 'পতাকা প্ৰকাশ'ৰ তলৰ অনুচ্ছেদটোলৈয়ে মন কৰিব পাৰি :

"পতাকাৰ ৰঙা বৰ্ণটোৱে ৰাষ্ট্ৰপতিৰ প্ৰজানুৰাগ ( প্ৰজানুৰঞ্জন ), উৎসাহ, আৰু ত্যাগ প্ৰকাশ কৰিছে। নীলবৰ্ণই তেওঁৰ আকাশৰ নিচিনা উদাৰ, পক্ষপাতশূন্যতাৱ বা সৰ্বসাম্য মহিমা আৰু সৰ্বশৰণ্যতাৰ প্ৰকাশ কৰিছে। × × × তুলাদণ্ডৰ দ্বাৰা তেওঁৰ শাসনৰ ন্যায়—সাম্য প্ৰকাশ কৰা হৈছে। পুষ্পপল্লৱযুক্ত ঘটৰদ্বাৰা ৰাষ্ট্ৰ আৰু জনতাৰ মঙ্গল প্ৰকাশ কৰা হৈছে। চলন্ত হাতীটোৱে ৰাষ্ট্ৰপতিৰ শাসন নীতিৰ স্খলনহীন গতি আৰু তেওঁৰ প্ৰতি জনতাৰ বশ্যতা বা আনুগত্য প্ৰকাশ পাইছে....." ( পৃঃ ৪৪-৪৫ )। এনে প্ৰকাশ-ভঙ্গি তথ্য অনুসন্ধিৎসাৰ নিদৰ্শন মাথোন।

আচাৰ্য শাস্ত্ৰীৰ গদ্য শৈলীক কিন্তু বিদগ্ধ ভঙ্গিমাও বুলিব নোৱাৰি, বৈচিত্ৰ্যপূৰ্ণও বুলিব নোৱাৰি আৰু প্ৰকৃততে অসমীয়া গদ্যৰ প্ৰাঞ্জল ধাৰাৰ নিদৰ্শনো বুলিব নোৱাৰি। বেজবৰুৱাৰ ৰচনাৰাজিৰ মাজেদি গলে দেখা যায় যে গদ্য সাহিত্যৰ যতবোৰ ভঙ্গিমা আছে, প্ৰকৃততে সেই আটাইবোৰ ভঙ্গিমাই বেজবৰুৱাৰ হাতত জীৱন্ত হৈ উঠিছে। কিন্তু আচাৰ্য শাস্ত্ৰীৰ প্ৰকাশভঙ্গিমা কেৱল বৰ্ণনামূলক। অৱশ্যে বৰ্ণনাবোৰ যুক্তিনিষ্ঠ আৰু পাণ্ডিত্যগন্ধী হোৱা হেতুকে বিশিষ্ট জনৰ কাৰণে আকৰ্ষণীয় হৈ পৰিছে। সামান্যজনৰ কাৰণে আচাৰ্য শাস্ত্ৰীৰ ৰচনা কষ্টবোধ্য।

আচাৰ্য শাস্ত্ৰীৰ অসমীয়া কথন-ভঙ্গী প্ৰকৃততে সংস্কৃতীয়া। কেৱল 'কুমাৰিল ভট্টপাদ আৰু আচাৰ্য ধৰ্মকীৰ্তি' বোলা পুথিখনৰ কথা অলপ সুকীয়া। এই পুথিখনৰ ঠায়ে ঠায়ে কুমাৰিলভট্ট, আচাৰ্য ধৰ্মকীৰ্তি আৰু কণাদভট্টৰ আঁতিগুৰি বিচাৰিবলৈ গৈ তেওঁ লোক-গীতৰ আশ্ৰয় লোৱা দেখা গৈছে। যেনে:

দিহা: অ'হে মুৰুখা তোৰ নো ই কি আচাৰ।
ভাই পণ্ডিতা তোৰনো ই কি বিচাৰ।

পদ: পণ্ডিতা কাণাইক মুৰুখা ধৰ্মাই
ই কথা পুছিলা যাই।
বামুণৰ বিধবাই মাছ-মাংস তেজিলা
পানীটোপ কিমতে খাই॥
একেচোল জলতে দুই মৎস্য উপজিল
শাল-শোল দুই ভাই।
শোলক ধৰি আনি ভকতে ভুঞ্জয়
শালকনো কিয় নাখাই॥
নিতে চিলান কৰে পানীৰ পানী কাউৰী
নিতে চিলান কৰে উদ।
নিতে চিলান কৰে সাধু মহাজনে
কোন খেনি কৰিলা শুধ॥
ডোমৰে বিৰালী চক-হাড়ী লুটিলা
শাল-শিঙি লুটিলা পানী।
উজনীৰ ঘাট:ত ডোমে ভৰি ধোৱে
ভাঠিত চিলান কৰে জ্ঞানী॥

দুই চাৰি ফকিৰাই কৰিবাত সোধয়
কহেতো কৰিবা ভাই।
এৰা আলজাল বিষয় জঞ্জাল
ৰাম নাম বিনে নাই ॥

এইটো বা এনে আন দুই-এটা লোকগীত আচাৰ্য শাস্ত্ৰীয়ে ব্যৱহাৰ কৰিছে প্ৰকৃততে তথ্য-অনুসন্ধানৰ কাৰণেহে। ইয়াৰ পৰা অনুমান কৰাৰ উপাই নাই যে তেওঁৰ গদ্য শৈলী জতুৱা আছিল বা তেওঁ লোক সাধাৰণৰ মৌখিক ভাষাৰ অনুকৰণত গদ্যশৈলী গঢ়ি তোলাত গুৰুত্ব আৰোপ কৰিছিল। তেওঁ ইয়াৰ মাজেদি কণাদভট্ট, আচাৰ্য ধৰ্মকীৰ্তি আদিৰ বিষয়ে তথ্য অনুসন্ধান কৰি সিদ্ধান্তলৈ আহিব বিচাৰিছে যে তেওঁলোক প্ৰাচীন কামৰূপ অৰ্থাৎ অসমৰ পণ্ডিত আছিল। অৱশ্যে এই ক্ষেত্ৰতো তেওঁৰ যুক্তিনিষ্ঠ ভঙ্গিৰ বিকাশহে অনুভৱ কৰা যায়।

প্ৰথম স্তৰৰ ৰচনাত কিন্তু তেওঁ অনাৱশ্যকীয় ভাবে সন্ধি-সমাস প্ৰয়োগ কৰিছে, আনকি একে প্ৰসংগতে একে অৰ্থসূচক দুটা ভিন্ন শব্দ প্ৰয়োগ কৰি তেওঁ পঢ়ুৱৈৰ মনত বিভ্ৰান্তিৰ সৃষ্টি কৰিবলৈও পিছ হোহকা নাই। যেনে: "অন্যান্য যুগত ধ্যান যজ্ঞ, পূজাৰ পৰা যি ফল হৈছিল, কলিত সম্যক ভাৱে ভগৱান্নাম শ্ৰৱণ-কীৰ্তন কৰিলেই সেই ফল পোৱা যায়। সত্যাদি যুগত সমস্ত কৰ্মকে ভাগৱত ধৰ্মত পৰিণত কৰিবলৈ হলে বা অচ্ছিদ্ৰ কৰিবলৈ হলে ক্ৰমে ভগবানৰ ধ্যান, যজ্ঞ আৰু পূজাৰ বিধান আছিল। কৃত্যাদি যুগত ভগৱান্নাম কীৰ্তনেহে সকলো কৰ্মক সাঙ্গ অৰ্থাৎ ফলদান যোগ্য কৰে। ত্ৰেতাদি যুগত ধ্যান পূজাদিয়ে সৰ্বত্ৰ ভক্তি-ধৰ্মৰ অব্যভিচাৰী ৰূপ আছিল" (অসমৰ বৈষ্ণৱ দৰ্শনৰ ৰূপৰেখা; পৃঃ ২৫৬)। এনে প্ৰকাশ ভঙ্গি আধুনিক অসমীয়াত নাই; 'ভগৱান্নাম', 'সত্যাদি', 'কৃতাদি', 'পূজাদি' আদিৰ দৰে সন্ধি-সমাস যুক্ত পদৰ ব্যৱহাৰো আধুনিক অসমীয়াত নাই। তদুপৰি একে অৰ্থতে 'সত্য-সত্যাদি' আৰু 'কৃত-কৃতাদি' শব্দৰ প্ৰয়োগো বিভ্ৰান্তিকৰ হৈছে; কাৰণ সত্য আৰু কৃতৰ অৰ্থ একে, সত্য যি কৃতও সেয়ে। *হেমকোষৰ* হেমচন্দ্ৰ বৰুৱাই 'আসাম-নিউজ'ৰ বুকুত অসমীয়া ভাষাক যিটো সৰ্বভাৱতায় ৰূপ দিয়া বুলি কোৱা হয়; সিটো প্ৰকৃততে জনগণৰ মুখৰ ভাষাৰ পৰিমাৰ্জিত বা প্ৰাঞ্জলৰূপহে। সত্যনাথ লক্ষ্মীনাথ আদি কৰি বিশিষ্ট সকলৰ ৰচনাৱলীৰ মাজেদি হেমচন্দ্ৰ বৰুৱাই প্ৰবৰ্তন কৰা গদ্যশৈলীৰেই ক্ৰম বিকাশ ঘটা বুলিব পাৰি। এওঁলোক

আটাইবে ৰচনা তত্ত্বাঠাচযুক্ত হোৱা হেতুকে একো একোটা অনন্য সাধাৰণ ৰূপ লাভ কৰিছে বুলিব পাৰি। হেমচন্দ্ৰ-সত্যনাথ-লক্ষ্মীনাথ আদিৰ ৰচনাৱলীৰ ভঙ্গিমাকহে অসমীয়া গদ্য সাহিত্যৰ প্ৰাঞ্জল ধাৰাৰ নিদৰ্শন বুলিব পাৰি। এই সকলে প্ৰবৰ্তন কৰা ৰীতিৰ অনুশীলন-অনুকৰণ অব্যাহত থকা কাৰণে ইয়াক এটা বিশিষ্ট ধাৰাও বুলিব পাৰি বা বোলা হয়।

কিন্তু আচাৰ্য শাস্ত্ৰীৰ গদ্যশৈলীৰ অনুশীলন বা অনুকৰণ অন্যান্য লেখকৰ ৰচনাত বিৰল। তেওঁৰ ৰচনাৰীতি বৈশিষ্টপূৰ্ণই ; ই সংস্কৃতীয়া গদ্য ৰীতিৰ অনুকৰণ বা অনুশীলন। ইয়াৰ মাজেদি তেওঁৰ যুক্তিনিষ্ঠ মন আৰু পাণ্ডিত্যৰ স্বৰূপো বেছ জলজলীয়াকৈয়ে অনুভৱ কৰিব পাৰি। কিন্তু এনে গদ্যৰীতিৰ অনুশীলন বা অনুকৰণ অন্যান্য লেখক-সাহিত্যিকৰ ৰচনাত বিৰল হেতুকে, এই ৰচনাৰীতিক এটা ধাৰা বুলি অনুভৱ কৰাৰ থল নাই। মনোৰঞ্জন শাস্ত্ৰীৰ গদ্য শৈলী প্ৰকৃততে একক, তেওঁৰ শৈলী তেওঁৰ নিজৰেই শৈলী আৰু তেওঁৰ শৈলী তেওঁৰ নিজতেই সীমিত। ☐

# আচাৰ্য্য শাস্ত্ৰী ঃ পাণ্ডিত্যৰ প্ৰতিভূ

**অধ্যাপক হৰেন্দ্ৰ নাথ শৰ্মা**

বৰ ওখ-পাখ নহয়--আটিল গাঁঠলু দেহৰ, মাণ্ডৰ বৰণীয়া ৰঙৰ, চুটি চুটি চুলিৰে, ধুতি-পাঞ্জাবী পৰিধিত, কান্ধত চাদৰ, হাতত ছাটি, ধীৰ-স্থিৰ খোজ-কাটল, গম্ভীৰ কথা-বতৰা, নম্ৰ ব্যৱহাৰৰ যি গৰাকী প্ৰবুদ্ধ ব্যক্তিৰ প্ৰায় চল্লিছ বছৰীয়া শিক্ষকতা জীৱন, চিন্তা-চৰ্চা আৰু সৃষ্টিয়ে সকলোৰে দৃষ্টি আকৰ্ষণ কৰিছিল ; পৰম্পৰাগত সংস্কৃত পণ্ডিত হৈয়ো বিশেষ পাণ্ডিত্যৰ পৰিচয় দি নিজৰ জীৱনকে সংস্কৃত শিক্ষানুষ্ঠান স্বৰূপে গঢ়ি তুলিছিল - সেই গৰাকী তীক্ষ্ণধী আৰু বহুমুখী প্ৰতিভা সম্পন্ন বৰেণ্য পণ্ডিতেই হ'ল আচাৰ্য মনোৰঞ্জন শাস্ত্ৰী।

অসমত প্ৰাচীন কালৰে পৰা সংস্কৃত-চৰ্চাৰ পৰম্পৰা চলি আহিছে আৰু স্বাধীনতাৰ আগলৈকে এই প্ৰবাহ অটুট আছিল ; অৱশ্যে স্বাধীনতাৰ পিছত লাহে লাহে ম্লান হৈ আহিব ধৰিছে। ১৯২৬ চনত বৃটিছ চৰকাৰে "অসম সংস্কৃত বৰ্ড" স্থাপন কৰাত অসমৰ ছাত্ৰই উপাধি পৰীক্ষা দিব পৰা হৈছিল। ইয়াৰ আগতে 'টোল' পৰীক্ষাৰহে প্ৰচলন আছিল। উপাধি পৰীক্ষা দিব লাগিলে "বংগ সংস্কৃত পৰিষদ"ৰ অধীনত দিব লাগিছিল। আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰী সেই সময়তে সংস্কৃত পঢ়িবলৈ ধৰা ছাত্ৰ। তেওঁ প্ৰথমে পিতাকৰ ওচৰতে অলপ-অচৰপ সংস্কৃত শিকিছিল; পিছত "গণেশ্বৰী সংস্কৃত পাঠশালা"ৰ অধ্যাপক নাৰায়ণ চন্দ্ৰ উপাধ্যায়ৰ ওচৰত পঢ়িবলৈ গৈছিল। এবছৰ নে দুবছৰ পঢ়াৰ পিছত গুৱাকুছিৰ ৰঘুনাথ শিৰোমণিৰ বিদ্যালয়ত ভৰ্ত্তি হৈছিল আৰু ১৯৩০ চনত *প্ৰয়োগ ৰত্নমালা ব্যাকৰণ* শাস্ত্ৰত "ব্যাকৰণ শাস্ত্ৰী" উপাধি লাভ কৰিছিল। প্ৰথম উপাধি লাভৰ পিছতে শাস্ত্ৰীৰ অদমনীয় জ্ঞানৰ স্পৃহাই প্ৰকাশ প্ৰাৰ্থনা কৰিছিল। "নহি জ্ঞানেন সদৃশং পবিত্ৰং ইহবিদ্যতে" (এই সংসাৰত জ্ঞানৰ সমান পবিত্ৰ একো নাই)-এই কথা তেওঁ যেন মৰ্মে মৰ্মে অনুভৱ কৰিছিল আৰু সেয়েহে যেন "প্ৰণিপাতেন পৰিপ্ৰশ্নেন সেৱয়া" আৰু "শ্ৰদ্ধাবান লভতে জ্ঞানং তৎপৰঃ সংযতোন্দ্ৰিয়ঃ"—*গীতাৰ* এনে নীতি বাক্য শিৰোধাৰ্য কৰি প্ৰণাম, প্ৰশ্ন, সেৱা

আৰু শ্ৰদ্ধা, একনিষ্ঠ, সংযমক্ৰমে এই দুই ধৰণৰ বাহ্যিক আৰু আন্তৰিক সাধনাত ব্ৰতী হৈছিল। ১৯৩০ চনৰ পৰা ১৯৪১ চনলৈ এঘাৰ বছৰৰ ভিতৰত কৃতিত্বৰে আঠোটা উপাধি লাভ তাৰেই পৰিণতি।

আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰী 'অসম সংস্কৃত বৰ্ড"ৰ পৰা উল্লেখিত 'ব্যাকৰণ শাস্ত্ৰী' উপাধিৰ উপৰিও ১৯৩৪ চনত স্মৃতি-শাস্ত্ৰ অধ্যয়ন কৰি 'স্মৃতি-শাস্ত্ৰী', ১৯৪০ চনত বেদান্ত শাস্ত্ৰ অধ্যয়ন কৰি 'বেদান্ত-শাস্ত্ৰী,' 'বংগীয় সংস্কৃত পৰিষ'দৰ পৰা ১৯৩৫ চনত স্মৃতি-শাস্ত্ৰ অধ্যয়ন কৰি স্মৃতি-তীৰ্থ, ১৯৩৭ চনত পূৰ্ব মীমাংসা আৰু উত্তৰ মীমাংসা অধ্যয়ন কৰি 'মীমাংসা তীৰ্থ', ১৯৪১ চনত বেদান্ত শাস্ত্ৰ অধ্যয়ন কৰি বেদান্ত তীৰ্থ, ; 'বঙ্গ বিবুধ জননী-সভা'ৰ পৰা ১৯৫৩ চনত-'স্মৃতি ৰত্ন' আৰু ঢাকাৰ 'পূৰ্ববঙ্গ সাৰস্বত সমাজ'ৰ পৰা 'ধৰ্মশাস্ত্ৰাচাৰ্য' উপাধি লাভ কৰিছিল। তদুপৰি বংগদেশৰ পৰা পাণ্ডিত্যৰ বাবে ভূদেৱ বৃত্তি লাভ কৰিছিল। আঠোটা উপাধি পৰীক্ষাৰ ভিতৰত ব্যাকৰণ শাস্ত্ৰী পৰীক্ষাৰ বাহিৰে বাকী সাতোটাৰ প্ৰথম শ্ৰেণী আৰু স্বৰ্ণ পদক লাভ কৰাটো শাস্ত্ৰীৰ বুদ্ধিমত্তাৰ উৎকৃষ্ট নিদৰ্শন। অৱশ্যে বেদান্ত শাস্ত্ৰী আৰু বেদান্ত তীৰ্থ উপাধিৰ অধ্যাপনা কালত লাভ কৰিছিল বাবে তাৰে 'বেদান্ত তীৰ্থ' উপাধিৰ সৈতে পোৱা স্বৰ্ণ পদক তেওঁক দিয়া হোৱা নাছিল। ছাত্ৰকালত শাস্ত্ৰী ৰঘুনাথ শিৰোমণিৰ উপৰিও 'ব্ৰহ্মময়ী চতুষ্পাঠী'ৰ শিৱনাথ বুজৰবৰুৱা, কলিকতাৰ সংস্কৃত কলেজৰ নাৰায়ণ স্মৃতিতীৰ্থ, মহামহোপাধ্যায় ড° যোগেন্দ্ৰ নাথ বাগচী প্ৰভৃতি পণ্ডিতৰ ওচৰত সংস্কৃত পঢ়িছিল। নিজে নিজে ইংৰাজীৰ ব্যৱহাৰিক জ্ঞান আহৰণ কৰিছিল। অসমীয়া ভাষাত তেওঁৰ ভাল দখল আছিল আৰু হিন্দী, পালি-প্ৰাকৃতো তেওঁ জানিছিল। শাস্ত্ৰী মেধাৱী ছাত্ৰ আছিল। জ্ঞান আহৰণ কৰি জীন নিয়াই নৈতিক আৰু ব্যৱহাৰিক জীৱনত প্ৰয়োগ কৰাকে যদি শিক্ষা বুলি কোৱা হয় তেন্তে শাস্ত্ৰী তেনে শিক্ষাকে ছাত্ৰকালত লাভ কৰিছিল। ছাত্ৰকালতে শাস্ত্ৰীয়ে পাঠ্যপুথিৰ উপৰিও অন্যান্য পুথি অধ্যয়নৰ অভ্যাস কৰিছিল আৰু এনে অভ্যাসৰ বাবেই পিছৰ কালত শাস্ত্ৰী সংস্কৃতৰ এগৰাকী বৰেণ্য পণ্ডিত হৈ উঠিছিল ; অকল সিমানেই নহয়, নিজে যেন এটা সংস্কৃত অনুষ্ঠান হৈ পৰিছিল— এনে লোক বিৰল। মনোৰঞ্জন শাস্ত্ৰী আজীৱন ছাত্ৰ হৈয়ে আছিল। ছাত্ৰকালত শিক্ষা লাভ কৰিছিল ; অধ্যাপনা কালতো অধ্যয়ন, চিন্তন, মননতে ব্যস্ত আছিল।

নলবাৰী সংস্কৃত কলেজৰ প্ৰতিষ্ঠা কালতে ১৯৩৮ চনত আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰী অধ্যাপক ৰূপে নিযুক্ত হৈছিল। আচলতে তেৱেঁইহে আছিল প্ৰতিষ্ঠাপক অধ্যক্ষ। মাজতে এবছৰ চিলেট সংস্কৃত কলেজত যোগদান কৰিছিল যদিও ভাৰত বিভাজনৰ সময়ত চিলেটৰ অধিকাংশ পাকিস্থানৰ অন্তৰ্গত হোৱাত তাৰ পৰা আহি পুনৰ নলবাৰী সংস্কৃত কলেজতে অধ্যক্ষ হৈছিল। শেষত ১৯৭২ চনত শাস্ত্ৰী গুৱাহাটীৰ অসম সংস্কৃত কলেজত অধ্যাপক নিযুক্ত হৈছিল লৈ আৰু চাৰি বছৰ কাল দক্ষতাৰে অধ্যাপনা কৰি তাৰ পৰা অৱসৰ গ্ৰহণ কৰিছিল। অৱসৰ গ্ৰহণৰ পিছতো গুৱাহাটী বিশ্ববিদ্যালয়ৰ সংস্কৃত বিভাগত অনাবাসিক অধ্যাপক (Visiting Professor) ৰূপে কিছুদিন অধ্যাপনা কৰিছিল। অধ্যাপনা আৰু অধ্যয়নেই আছিল শাস্ত্ৰীৰ মুখ্য কৰ্ম। এগৰাকী প্ৰবুদ্ধ পণ্ডিত, সাহিত্যিক হোৱা হেতুকে শাস্ত্ৰীয়ে উৎসাহ-অনুপ্ৰেৰণাৰে ছাত্ৰসকলক নিজৰ ওচৰত আত্ম বিশ্বাস আৰু প্ৰত্যয় জন্মোৱাত সফল হব পাৰিছিল। ধৰ্মশাস্ত্ৰ, সাহিত্য আৰু দৰ্শনৰ ওপৰত তেওঁৰ গভীৰ জ্ঞান আছিল আৰু এইবোৰ বিষয়ত শিক্ষাদান কৰি তেওঁ কৃতিত্ব অৰ্জন কৰিছিল। অসমৰ সংস্কৃত চিন্তা-চৰ্চাত নলবাৰী সংস্কৃত কলেজৰ যি ভূমিকা তাৰ মূলতে শাস্ত্ৰীৰ অপৰিসীম যত্ন আৰু চেষ্টা আছিল। নলবাৰীৰ কামৰূপ সংস্কৃত সঞ্জীৱনী সভালৈকো শাস্ত্ৰীৰ বৰঙণি কম নহয়।

সংস্কৃত আৰু অসমীয়া ভাষাত পুথি ৰচনাই শাস্ত্ৰীৰ দুয়োটা ভাষাতে থকা অধিকাৰৰ কথাকে সাব্যস্ত কৰিছে। তেওঁ ৰচনা কৰা পুথিসমূহ তেওঁৰ অধ্যয়ন, পাণ্ডিত্য আৰু মনীষাৰ উজ্জ্বল নিদৰ্শন। 'অসমৰ বৈষ্ণৱ দৰ্শনৰ ৰূপৰেখা' নামৰ প্ৰথম ৰচিত পুথিখন বিসম্বাদপূৰ্ণ আলোচনাৰ সন্মুখীন হলেও আদালতে শেষত তেওঁৰ অনুকূলেই মত দিছিল। বিৰুদ্ধ আলোচনাই তেওঁৰ হাতৰ কাপ স্তিমিত কৰিব পৰা নাছিল। নিজৰ মনত তেওঁ আছিল অচল-অটল। এইখনৰ উপৰিও *সাহিত্য-দৰ্শন, কুমাৰিল ভট্টপাদ আৰু আচাৰ্য্য ধৰ্ম কীৰ্ত্তি* প্ৰভৃতি পুথিৰে তেওঁ পাণ্ডিত্যৰ পৰিচয় বিদবে দিছে সেইদৰে '*পতাকাযায়*', 'পতাকা প্ৰকাশ' (অসমীয়া অনুবাদ) 'কেতকী', 'প্ৰকাম কামৰূপম' আদি পুথিয়ে কাব্যিক প্ৰতিভাবো নিদৰ্শন দাঙি ধৰিছে। 'উত্তৰ ভৈক্ষম' তেওঁৰ সংস্কৃতত লিখা একমাত্ৰ নাট। 'বৈদিক দৰ্শনৰ ৰূপৰেখা' আৰু 'পূৰণি অসমৰ ধৰ্ম আৰু দৰ্শন' নামৰ পুথি দুখন অপ্ৰকাশি হৈ আছে।* তেওঁৰ দ্বাৰা সম্পাদিত 'স্মৃতি সাগৰসাৰ'

---

* দ্বিতীয়খন ইতিমধ্যে ছপা হৈছে। সম্পাদক

আৰু 'গ্ৰহণ কৌমুদী' পুথিদুখন তেওঁৰ পাণ্ডিত্যৰ পৰিচয় বাহক। তদুপৰি শাস্ত্ৰী ধৰ্মশাস্ত্ৰ, সাহিত্য-দৰ্শন বিষয়ক ভালেমান গৱেষণামূলক তত্ত্ব গধুৰ প্ৰবন্ধ ইংৰাজী আৰু অসমীয়া ভাষাত অসম আৰু ভাৰতৰ বিভিন্ন কাকত, আলোচনী, গ্ৰন্থ, স্মৃতি-গ্ৰন্থ আদিত প্ৰকাশ পাইছে।

প্ৰাচ্যবিদ্ পণ্ডিত মনোৰঞ্জন শাস্ত্ৰীৰ পাণ্ডিত্য, জ্ঞানৰ গভীৰতা আৰু স্মৃতিৰ পাণ্ডিত্যৰ স্বীকৃতি জনাই অযোধ্যাৰ পণ্ডিতসভাই তেখেতক 'বিদ্যাভূষণ', কামৰূপ সংস্কৃত সঞ্জীৱনী সভাই "দৰ্শনাচাৰ্য্য" উপাধিৰে বিভূষিত কৰিছিল। ১৯৬৬ চনত ভাৰত চৰকাৰৰ পৰা এগৰাকী কৃতী শিক্ষক হিচাবে শিক্ষক পুৰস্কাৰ আৰু ১৯৭৫ চনত অসম সংস্কৃত পণ্ডিতসকলৰ ভিতৰত পোনপ্ৰথমবাৰৰ বাবে ভাৰতৰ ৰাষ্ট্ৰপতিৰ পৰা সন্মানপত্ৰ লাভ কৰি অসমবাসীক গৌৰবান্বিত কৰিছিল। তদুপৰি শাস্ত্ৰীয়ে ভাৰত চৰকাৰৰ পৰা সাহিত্যিক পেঞ্চন লাভ কৰিছিল। ১৯৮৭ চনত তেওঁৰ 'কুমাৰিল ভট্টপাদ আৰু আচাৰ্য ধৰ্মকীৰ্ত্তি' গ্ৰন্থৰ বাবে 'জগদ্ধাত্ৰী-হৰমোহন দাস' সাহিত্য বঁটা লাভ কৰে। দুটা সোণৰ আৰু দুটা ৰূপৰ পদক লাভ কৰি ছাত্ৰ কালতে মেধাগুণৰ পৰিচয় দিয়া শাস্ত্ৰী কৃতী শিক্ষক হিচাবে আৰু তত্ত্বগধুৰ মননশীল সৃষ্টিৰ বাবে লাভ কৰা পুৰস্কাৰ, উপাধি আদিয়ে তেওঁক এগৰাকী প্ৰাচ্যবিদ্ পণ্ডিত ৰূপে প্ৰতিষ্ঠা কৰিছে।

মনোৰঞ্জন শাস্ত্ৰী এগৰাকী মনোজ্ঞ আলোচক আছিল। যুক্তি আৰু উপমা-পটন্তৰ দাঙি ধৰি বক্তব্য বিষয়বস্তু হৃদয়গ্ৰাহীকৈ বিশ্লেষণ কৰিব পৰা তেওঁৰ দক্ষতা আছিল। শাস্ত্ৰী এগৰাকী সুবক্তাও আছিল। বক্তৃতাত গধুৰ দাৰ্শনিক দুৰ্বোধ্য তত্ত্বকো সহজ-সৰল আৰু বহুসম্মত হাঁহি-ধেমালিৰ মাজেৰে সঞ্চালনিকৈ উপস্থাপন কৰি সাধাৰণ শ্ৰোতাকো বোধগম্য কৰি তুলিব পৰা তেওঁৰ বিশিষ্ট গুণ আছিল। এগৰাকী সামাজিক জ্ঞানী পণ্ডিত হিচাপে তেখেতে বিভিন্ন সভা-সমিতি, আলোচনা-বিলোচনালৈ আমন্ত্ৰিত হৈছিল। গধুৰ আৰু মধুৰ বক্তৃতাৰে তেওঁ সমাজক মুগ্ধ কৰিব পাৰিছিল। জীৱিত কালত শাস্ত্ৰী 'নলবাৰী সাহিত্য সমাজ', পূৰপাৰ ব্ৰাহ্মণ সমাজ ( পূৰ্বৰ আৰ্য ধৰ্ম সংৰক্ষণী সভা ) প্ৰভৃতি অনুষ্ঠানৰদ্বাৰা সম্বৰ্দ্ধিত হৈছিল। নলবাৰী জিলা সাহিত্য সভাই প্ৰথম বাৰ্ষিক অধিবেশনৰ মুকলি সভাত মৰণোত্তৰ ভাবে তেখেতক সম্বৰ্দ্ধনা জ্ঞাপন কৰিছিল। মনোৰঞ্জন শাস্ত্ৰীৰ দৰে দৰ্শন-স্মৃতি শাস্ত্ৰৰ বিদগ্ধ পণ্ডিত, প্ৰতিভাশালী সাহিত্যিক এগৰাকী কিন্তু অসম সাহিত্য সভাৰ সভাপতি পদ অলংকৃত কৰাৰ বাবে নিৰ্বাচিত নহ'ল - ভাবিলেই বেয়া লাগে।

পিন্ধন উৰণ, কথা-বতৰা, ব্যৱহাৰ-পাতিত সাধাৰণ কিন্তু চিন্তা-চৰ্চা-কৰ্মত অসাধাৰণ—এয়ে আচাৰ্য্য শাস্ত্ৰীৰ বৈশিষ্ট্য। ইংৰাজী ১৯৮৮ চনৰ ৪ জানুৱাৰীৰ দিনা চিৰ শান্তি বিচাৰি চিৰবিদায় লোৱা আচাৰ্য্য শাস্ত্ৰী আছিল জ্ঞানপিপাসু, অগাধ পণ্ডিত্যৰ প্ৰতিভূ। নিজ যত্ন-চেষ্টা-অধ্যৱসায় আৰু মেধা গুণেৰে জীৱন গঢ়ি তুলি পাণ্ডিত্য আৰু বিশিষ্ট বৰগুণিৰে সৰ্বভাৰতীয় অন্যতম সংস্কৃত পণ্ডিতৰূপে স্বীকৃত আৰু সৰ্বভাৰতীয় খ্যাতিসম্পন্নপণ্ডিতৰূপে পৰিচিত হৈ সমগ্ৰ অসমক গৌৰবান্বিত কৰা মহামোহপাধ্যায় ধীৰেশ্বৰাচাৰ্য্যৰ পিছতে আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰী একমাত্ৰ বুলি কলেও অত্যুক্তি কৰা নিশ্চয় নহ'ব। □

# প্ৰাচ্যতত্ত্ববিদ্ আচাৰ্য্য শাস্ত্ৰীৰ সাহিত্যিক অৱদান

**অধ্যাপক সতীশ চন্দ্ৰ ভট্টাচাৰ্য্য**

১৯৮৮ চনৰ ৪ জানুৱাৰী তাৰিখে পৰলোক গমন কৰা আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰী অকল অসমৰে নহয়, সমগ্ৰ দেশৰে এজন বিদগ্ধ সংস্কৃত পণ্ডিত আছিল। কোনোদিনে সস্তীয়া জনপ্ৰিয়তা কিম্বা সন্মান নিবিচৰা শাস্ত্ৰীদেৱৰ পাণ্ডিত্যৰ ভূ পাইছিল অসমৰ অতি সীমিত লোকেহে। সন্দেহ নাই, মনোৰঞ্জন শাস্ত্ৰী সদৃশ সাৰস্বত সাধনাত ৰত ব্যক্তি আমাৰ মাজত তেনেই আঙুলি মূৰত লেখিব পৰা বিধৰ। বৰ্তমান প্ৰবন্ধত আচাৰ্য শাস্ত্ৰীদেৱৰ জীৱন আৰু সাহিত্য প্ৰতিভাৰ বিষয়ে সাধাৰণ পৰিচয় দিবলৈ প্ৰয়াস কৰা হৈছে।

মনোৰঞ্জন শাস্ত্ৰীদেৱৰ বিষয়ে লেখিবলৈ লওতে এষাৰ কথাই আমাৰ অন্তৰত বৰকৈ খুন্দিয়াইছে। বিশেষকৈ বিগত ৭ম দশকৰ মাজ ভাগৰ পৰা ৯ম দশকৰ মাজভাগলৈ অসমত যি সকল বৰেণ্য পণ্ডিত, কবি, সাহিত্যিক বা যশস্বী সমাজ কৰ্মীৰ জীৱন আৰু কৰ্মৰাজিৰ স্বৰূপ সন্নিৱিষ্ট কৰি স্মৃতি গ্ৰন্থ, অভিনন্দন গ্ৰন্থ, প্ৰবন্ধ সংকলন আদি প্ৰকাশিত হৈছে সেইবোৰৰ অধিকাংশ বিমণ্ডিত আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰীৰ কাপ'নিসৃত সংস্কৃত প্ৰশস্তি বচনেৰে। এনে পুথিৰ আৰম্ভণিতে পোৱা যায় প্ৰয়াত পণ্ডিত জনাৰ কবিত্বময়ী, প্ৰাঞ্জল ভাষাৰ শ্লোকগুচ্ছ লাগিলে সেই পুথি প্ৰখ্যাত ভাৰততত্ত্ববিদ পণ্ডিত অধ্যাপক ডক্টৰ যোগীৰাজ বসুৰ স্মৃতিতেই ৰচিত হওক কিম্বা দেশনেতা তৰুণৰাম ফুকনৰ বিষয়েই হওক।[১] শাস্ত্ৰীদেৱৰ ওজস্বী ভাষাত ৰচিত একোটি স্তৱকতে ব্যক্তি বিশেষৰ পূৰ্ণাঙ্গ পৰিচয় কেনেদৰে প্ৰতিভাত হয় তাৰ নমুনা :

---

১. আমি হাতত পোৱা এনে খনচেৰেক পুথি হ'ল :

(ক) চৌধাৰীৰ সাহিত্য প্ৰতিভা, গুৱাহাটি, ১৯৬৪

(খ) শৰ্মা, শশী ( সম্পাদিত ): চন্দ্ৰকুমাৰ আগৰৱালাৰ প্ৰতিভা, অ: সা: যোৰহাট', ১৯৬৭

(গ) শইকীয়া, নগেন (সম্পাদিত): ডক্টৰ যোগীৰাজ বসু [ অভিনন্দন গ্ৰন্থ ], ডিব্ৰুগড়, ১৯৭৫

(ঘ) হাজৰিকা, অতুলচন্দ্ৰ ( মুখ্য সম্পাদক ): দেশভক্ত ফুকন স্মৃতিমাল্য, অসম সাহিত্য সভা, যোৰহাট, ১৯৭৭ চন

(ঙ) ঠাকুৰীয়া, ৰামচৰণ ( সম্পা ) কালিৰাম মেধি স্মৃতিমাল্য, যোৰহাট, ১৯৭৮

(চ) শৰ্মা, হেমন্ত কুমাৰ ( সংগ্ৰাহক, সম্পাদক ): নলিনীবালা দেৱী, যোৰহাট, ১৯৭৯

(ছ) (—): কৰ্মযোগী গিৰিধৰ শৰ্মা, গুৱাহাটী, ১৯৭৯

শিক্ষাবিদ ধৰ্মনিষ্ঠো জনগণ হিতকৃৎ পণ্ডিতঃ পুণ্য কীৰ্ত্তিঃ
অধ্যক্ষো দেশ সেৱা নিৰত মতিৰসৌ পুণ্যকৰ্মা দ্বিজন্মা।
পূজাৰ্হো লোকনেতা শিৰিধৰ ইয়যোঽনেক মূৰ্ত্তীৰ্দধান ঃ
নিত্যং সোঽস্বৰ্থ নামা জয়তি জনতয়া শ্ৰদ্ধয়া স্মৰ্যমাণঃ।[২]

সংগৃহীত তথ্যমতে ১৯১১ চনৰ মাৰ্চ মাহত মঙ্গলদৈ জিলাৰ ভেকৰা গাঁৱত মনোৰাম শৰ্মাৰ ( পাছলৈ শাস্ত্ৰী ) জন্ম হয়। সেই সময়ত উক্ত অঞ্চল আছিল শিক্ষা-দীক্ষাত তেনেই অনুন্নত। আৰ্থিক অৱস্থাও তেওঁৰ অনুকূল নাছিল। মাত্ৰ কেইদিনমান প্ৰাথমিক বিদ্যালয়লৈ যোৱাৰ পাছতেই তেখেতে পৰম্পৰাগত শিক্ষা পদ্ধতিৰ আশ্ৰয় লয় আৰু এই শিক্ষা ব্যৱস্থাইহে তেখেতৰ গৌৰৱোজ্জ্বল জীৱনৰ বুনিয়াদ ৰচনা কৰে। ভেকৰাৰ ওচৰৰে গণেশ্বৰী টোলৰ পৰা বৃত্তিসহ 'ৰত্নমালা ব্যাকৰণৰ আদ্য পৰীক্ষাত উত্তীৰ্ণ হয়।[৩]

১৯৩০ চনত স্বৰ্গীয় শাস্ত্ৰীয়ে গুৱাকুছি দৰ্শন বিদ্যালয়ৰপৰা *প্ৰয়োগ ৰত্নমালা ব্যাকৰণত* উপাধি লাভ কৰে। ১৯৩৪ চনত তেওঁ দৰবাৰ ব্ৰহ্মময়ী চতুষ্পাঠীৰ পৰা প্ৰথম বিভাগত স্বৰ্ণপদক সহ 'স্মৃতিশাস্ত্ৰী' উপাধিৰে বিভূষিত হয়। ১৯৩৫ চনত স্বৰ্গীয় শাস্ত্ৰীয়ে কলিকতা চৰকাৰী সংস্কৃত কলেজৰপৰা 'স্মৃতিতীৰ্থ' আৰু 'স্মৃতিৰত্ন' উপাধি অৰ্জন কৰে। এই একে কলেজৰ পৰা 'ধৰ্মশাস্ত্ৰাচাৰ্য্য', 'বেদান্তশাস্ত্ৰী' (১৯৪০) আৰু 'বেদান্ততীৰ্থ' ( ১৯৪১ ) আদি উপাধিৰে বিভূষিত হয়।[৪]

কলিকতা সংস্কৃত কলেজত অধ্যয়নৰ কালছোৱা মনোৰঞ্জন শাস্ত্ৰীৰ বাবে আছিল গুৰুত্বপূৰ্ণ। সংস্কৃত শাস্ত্ৰবাজি আয়ত্ব কৰি বিভিন্ন উপাধি লাভ কৰাৰ বাদেও এইছোৱা সময়তে তেখেতে দেশৰ বহু গুণী-জ্ঞানী পণ্ডিতক বন্ধু অথবা আপোন হিচাপে পাইছিল। এদিনো ইংৰাজী শিক্ষানুষ্ঠানৰ চোতাল গচকি নোপোৱা শাস্ত্ৰী ডাঙৰীয়াই পৰবৰ্তী কালত ইংৰাজী ভাষাত উচ্চ মানদণ্ড সম্পন্ন পত্ৰ-পত্ৰিকাত গৱেষণামূলক নিবন্ধ ৰচনা কৰা সংবাদ পাঠক সমাজৰ বাবে নতুন নহয়। ইয়াৰ কাৰণ অনুসন্ধান কৰি এইটোকে জানিব পৰা গৈছে

২. (ছ) ৰে একে, পৃঃ ২
৩. Chakravarti, p: Manoranjan Sastri, A Tribute; The Assam Tribune, dated 14.1.88.
৪. এই অনুচ্ছেদৰ তথ্যবাজিৰ উৎস ঃ শাস্ত্ৰী, মনোৰঞ্জন ঃ কুমাৰিল ভট্টপাদ আৰু আচাৰ্য্য ধৰ্মকীৰ্ত্তি, পাঠশালা, ১৯৮৬, অন্তিম প্ৰচ্ছদ।

যে, সংস্কৃত কলেজত পঢ়ি থাকোতে পোৱা বন্ধু শ্ৰীভৱতোষ ভট্টাচাৰ্য্যৰপৰা তেখেতে ইংৰাজী ভাষাৰ জ্ঞান লাভ কৰিছিল।[৫]

১৯৩৮ চনৰ মে মাহত নলবাৰীত সংস্কৃত কলেজ প্ৰতিষ্ঠা হোৱাত তেওঁ তাৰ প্ৰতিষ্ঠাতা অধ্যক্ষ হিচাপে যোগদান কৰে।[৬] শাস্ত্ৰী ডাঙৰীয়াই নিজে কোৱামতে দেশৰ স্বাধীনতাৰ আগে আগে প্ৰাক্-বিভাজন কালত তেওঁ শ্ৰীহট্ট গৱৰ্ণমেণ্ট সংস্কৃত কলেজত কেইমাহমান ধৰ্মশাস্ত্ৰৰ অধ্যাপকৰূপে কাম কৰিছিল।[৭] দেশ বিভাজনৰ পাছত শ্ৰীহট্ট ত্যাগ কৰি আহি পুনৰ পূৰ্বৰ পদবীত যোগদান কৰে। অৱসৰ লোৱাৰ পাছত তেওঁ অসম চৰকাৰী সংস্কৃত কলেজত কেইবছৰ মান কাল সাহিত্যৰ অধ্যাপক ৰূপে সেৱা আগবঢ়াইছিল। বিশ্ববিদ্যালয় অনুদান আয়োগৰ আঁচনি মৰ্মে স্বৰ্গীয় শাস্ত্ৰী ডাঙৰীয়াই তিনি মাহ কাল গুৱাহাটী বিশ্ববিদ্যালয়ৰ সংস্কৃত বিভাগত 'আলহী অধ্যাপক (Visiting Professor) হিচাবে অধ্যাপনা কৰাটো উল্লেখযোগ্য।

নিজ ৰাজ্যৰ বাহিৰতহে শাস্ত্ৰী ডাঙৰীয়াৰ সুখ্যাতি অধিক যেন ধাৰণা হয়। নিজৰ পণ্ডিত্যৰ বলত দূৰৰ উত্তৰ প্ৰদেশৰ অযোধ্যাৰ পণ্ডিত সভাৰপৰা 'বিদ্যাভূষণ' উপাধি অৰ্জন কৰাটো তাৰ পৰিচায়ক। ১৯৬৬-৬৭ চনত তেওঁ অসমৰ পণ্ডিত হিচাপে পোন প্ৰথম বাৰৰ বাবে কেন্দ্ৰীয় চৰকাৰৰপৰা সংস্কৃত পণ্ডিতৰ পুৰস্কাৰ পায়। সেইদৰে উল্লেখযোগ্য ১৯৭৫-৭৬ চনত ৰাষ্ট্ৰপতিৰ পৰা সংস্কৃত শিক্ষাৰ বাবে 'সন্মানজনক ৰাষ্ট্ৰীয় প্ৰমাণ পত্ৰ' (National Certificate of Honour) পোৱাটো। কামৰূপ অনুসন্ধান সমিতিয়ে তেখেতক 'দৰ্শনাচাৰ্য' উপাধি দি যোগ্যভাৱে সন্মান যাচিছে। অসমীয়া সাহিত্যলৈ আগবঢ়োৱা বৰঙণিৰ বাবে শাস্ত্ৰীদেৱে অসম চৰকাৰৰপৰা সাহিত্যিক পেঞ্চন পোৱাটো সুখৰ সংবাদ। ১৯৮৬ চনৰ ডিচেম্বৰ মাহত গুৱাহাটীত অনুষ্ঠিত ভাৰতীয় মুদ্ৰাবিজ্ঞান পৰিষদৰ চতুঃসপ্ততিতম অধিবেশন উপলক্ষ্যে যি চাৰিজনা প্ৰথিত-যশা ভাৰত তত্ত্ববিদক সম্বৰ্দ্ধনা জনোৱা হৈছিল শাস্ত্ৰী ডাঙৰীয়া আছিল সি সৱৰ অন্যতম। 'কুমাৰিল ভট্টপাদ আৰু আচাৰ্য্য ধৰ্মকীৰ্তি' গ্ৰন্থৰ বাবে এখেতক ১৯৮৭ চনৰ

---

৫. চক্ৰৱৰ্তী, পি : উপৰি উক্ত টোকা

৬. গোস্বামী, ভৃগুমোহন : আচাৰ্য মনোৰঞ্জন শাস্ত্ৰী, প্ৰকাশ, ফেব্ৰুৱাৰী, ১৯৮৮, পৃঃ ৩৪

৭. সাহিত্য-দৰ্শন, নলবাৰী, ১৯৬২, পৃঃ (পাতনি) ১।।.

"জগদ্ধাত্ৰী-হৰমোহন ন্যাস'ৰ বঁটাৰে সন্মানিত কৰা হৈছে। পৰৱৰ্ত্তী বছৰৰ জুন মাহৰ ৮ তাৰিখে তেখেতক মৰনোত্তৰভাৱে এই বঁটা প্ৰদান কৰা হয়।

এই বিষয়ত তৰ্কৰ কোনো স্থান নাই যে আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰীৰ প্ৰায় সকলো ৰচনাৰ ঘাই উপজীৱ্য হ'ল ভাৰতীয় সংস্কৃতিৰ মূল আধাৰ সংস্কৃত ভাষা তথা প্ৰাচীন ভাৰতীয় ঐতিহ্য। বিভিন্ন সময়ত ভিন্ ভিন্ ৰূপত প্ৰকাশ কৰা তেওঁৰ ৰচনাৰাজিৰ প্ৰতিপাদ্য বিষয় এয়ে। এই দৃষ্টিভঙ্গী আগত ৰাখি প্ৰয়াত পণ্ডিত গৰাকীৰ সাহিত্য কৰ্ম'ক ৭ টা শ্ৰেণীত বিভক্ত কৰিব পাৰি। যেনে: ১. সংস্কৃত গ্ৰন্থ, ২. সম্পাদিত ( সংস্কৃত ) পুথি, ৩. অসমীয়া গ্ৰন্থ, ৪. ইংৰাজীত ৰচিত গৱেষণা নিবন্ধ, ৫. অসমীয়া প্ৰবন্ধ পাতি, ৬. ভূমিকা-অভিভাষণ আদি আৰু ৭. প্ৰশস্তি ৰচন সমূহ।

১. সংস্কৃত গ্ৰন্থৰাজি : আমি নানা প্ৰবন্ধ কৰিও আচাৰ্য মনোৰঞ্জন শাস্ত্ৰী ৰচিত সংস্কৃত পুথিসমূহ পঢ়িবলৈ সক্ষম নহলোঁহক। বিভিন্ন উৎসৰ পৰা সংগ্ৰহ কৰা তথ্যৰ ভিত্তিত জানিব পৰা মতে শাস্ত্ৰী ডাঙৰীয়াই তলত দিয়া পুথিসমূহ ৰচনা কৰা বুলি জানিব পৰা গৈছে :

ক) কেতকী কাব্যম্ ( ১৯৬৪ ) : বিহগী কবি ৰঘুনাথ চৌধাৰীৰ চৰাই বিষয়ক বিখ্যাত কবিতা পুথি 'কেতেকী'ৰ সংস্কৃত অনুবাদ। এই ভাঙনিৰ যোগেদি ৰাজ্যৰ বাহিৰৰ সংস্কৃত পণ্ডিত সকলে অসমীয়া ভাষাৰ অনিন্দ্যসুন্দৰ চৰাই বিষয়ক কবিতাৰ ৰসাস্বাদনৰ সুবিধা পাইছে।

খ) পতকায়ায় : (কাব্য ১৯৬৬), : ' দৰ্শনৰ প্ৰজ্ঞা আৰু সাহিত্যৰ সত্য সুন্দৰৰ ধাৰণাৰ সমন্বয় ঘটিছে শাস্ত্ৰীৰ কাব্য 'পতকায়ায়:'ত। অনুষ্টুপ ছন্দত ৰচিত এই কাব্য খনি ভাৰতৰ ৰাষ্ট্ৰীয় চিহ্ন আৰু পতাকাৰ ব্যাখ্যানাত্মক গ্ৰন্থ"।[৮]

গ) উতঙ্ক ভৈক্ষম্ ( নাট, ১৯৭৪ ) :. নাট খনি প্ৰাচ্যজ্যোতি' নামৰ পত্ৰিকাত প্ৰকাশিত হৈছিল।[৯]

ঘ) প্ৰকাম কামৰূপম্ (কাব্য, ১৯৮০) : পুথিৰ বিষয়বস্তু প্ৰাচীন কামৰূপৰ ঐশ্বৰ্যক কেন্দ্ৰ কৰি গঢ় লৈ উঠিছে। পুথি খনি সাহিত্য একাডেমিৰ 'সংস্কৃত

---

৮. শৰ্মা, নৰেন্দ্ৰ নাথ : সংস্কৃত শিক্ষাত নলবাৰীৰ অৱদান, ৰূপালী জয়ন্তী স্মৃতি গ্ৰন্থ, নলবাৰী কলেজ ১৯৭১, পৃঃ ৬১

৯. Goswami, A: Manoranjan Sastri, The Sentinel 14.1.88

প্ৰতিভা'ত প্ৰকাশ হোৱাৰ উপৰিও ইয়াৰ অংশ বিশেষ বোম্বাইৰ 'সম্বিদ' নামৰ আলোচনীত প্ৰকাশিত হৈছিল।[১০]

২. সম্পাদিত পুথি : আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰীয়ে ড°প্ৰতাপ চন্দ্ৰ চৌধুৰীৰ লগত যুটীয়া ভাৱে সম্পাদনা কৰা পুথিকেইখন 'স্মৃতি-জ্যোতিষ-সাৰ সংগ্ৰহ' ( ১৯৬৪ )ত অন্তৰ্ভুক্ত হৈছে। ইয়াত সন্নিৱিষ্ট পুস্তক বাজি হ'ল চতুৰ্দশ শতিকাৰ কামৰূপৰ বিখ্যাত পণ্ডিত দামোদৰ মিশ্ৰৰ 'স্মৃতি-সাগৰ-সাৰ', পীতাম্বৰ সিদ্ধান্ত বাগীশৰ 'গ্ৰহণ কৌমুদী' (১৫৩০ শক) আৰু লক্ষ্মীপতি শৰ্মাৰ 'জ্যোতির্মালা' (১৬৯৩ শক)। 'স্মৃতি-সাগৰসাৰ'খন দামোদৰ মিশ্ৰৰ প্ৰখ্যাত গ্ৰন্থ 'স্মৃতি গঙ্গাজল'ৰ নিজৈ অথবা পৰৱৰ্ত্তী কোনো স্মাৰ্তই কৰা সংক্ষিপ্ত ৰূপ হ'ব পাৰে। দুটা ভাগত খণ্ডত বিভক্ত পুথি খনত ক্ৰমে ব্ৰত আৰু শ্ৰাদ্ধৰ কথা কোৱা হৈছে। পীতাম্বৰ সিদ্ধান্ত বাগীশৰ 'গ্ৰহণ কৌমুদী'ত সূৰ্য্য গ্ৰহণ আৰু চন্দ্ৰ গ্ৰহণ সম্পৰ্কীয় সামাজিক নিয়মৰ সকলো দিশৰ ব্যাখ্যা পোৱা যায়। শেষোক্ত 'জ্যোতির্মালা' জ্যোতিষৰ বিষয়বস্তু সম্বলিত এখন চম্পু পুথি।[১১]

ইয়াৰ বাহিৰেও প্ৰয়াত পণ্ডিত জনাই 'স্মৃতি-জ্যোতিষ সংগ্ৰহ' নামৰ পুথি এখন সম্পাদনা কৰাৰ উল্লেখ পোৱা যায়।[১২]

৩. অসমীয়া গ্ৰন্থ : সংস্কৃত ভাষাৰ সৰ্বভাৰতীয় খ্যাতিসম্পন্ন পণ্ডিতজনাই অসমীয়া সাহিত্যলৈও তাৎপৰ্য পূৰ্ণ অৰিহণা আগবঢ়োৱাৰ নিদৰ্শন আছে। সময়ানুক্ৰমে আচাৰ্য্য শাস্ত্ৰীৰ অসমীয়া গ্ৰন্থ বাজিক তলত দিয়া ধৰণে ভাগ কৰিব পৰা যায় : ক. অসমৰ বৈষ্ণৱ দৰ্শনৰ ৰূপৰেখা[১৩] খ. পতাকা প্ৰকাশ,[১৪] গ সাহিত্য-দৰ্শন,[১৫] ঘ. বুদ্ধ চৰিত,[১৬] ঙ. বাক্যাৰ্থ বোধ আৰু চ. কুমাৰিল ভট্টপাদ আৰু আচাৰ্য্য ধৰ্মকীৰ্ত্তি।[১৭]

---

১০. একে উৎস

১১. এই অনুচ্ছেদৰ বিষয় বস্তুৰ বাবে দ্ৰষ্টব্য—
Neog, Maheswar:Review of Books,Journal of the University of Gauhati, vol-XV, No. I. Arts, 1964, Pp-177-178

১২. দ্ৰষ্টব্য : 'কুমাৰিলভট্টপাদ আৰু আচাৰ্য্য ধৰ্মকীৰ্ত্তি' গ্ৰন্থৰ শেষত সংযোজিত "আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰীৰ ৰচনাৱলী"

১৩. আলোক প্ৰকাশন গৃহ, নলবাৰী, ১৯৫৪

১৪. গ্ৰন্থকাৰ, নলবাৰী, ১৯৫৬

১৫. গ্ৰন্থকাৰ, নলবাৰী, ১৯৬২

১৬. অসম প্ৰকাশন পৰিষদ, গুৱাহাটী, ১৯৭০

১৭. বাণী প্ৰকাশ, পাঠশালা-গুৱাহাটী, ১৯৮৬

বৰ্ত্তমান নিবন্ধৰ সীমিত পৰিসৰত গ্ৰন্থ সমূহৰ বিস্তৃত পৰিচয় দিবলৈ যোৱাটো ধৃষ্টতা মাথোন। তথাপি প্ৰতি খনিৰে চমু আভাস একোটা দাঙি ধৰিবলৈ প্ৰয়াস কৰা হ'ল।

ক. অসমৰ বৈষ্ণৱ দৰ্শনৰ ৰূপৰেখা : দৰ্শন শাস্ত্ৰৰ সুপণ্ডিত আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰীৰ প্ৰথম প্ৰকাশিত গ্ৰন্থ। এক কম তিনিশ পৃষ্ঠাৰ আঠোটা অধ্যায়ত সম্পূৰ্ণ এই বৃহৎ আকাৰৰ পুস্তকত সংহিতা, পুৰাণ, উপনিষদ আদি শাস্ত্ৰৰাজিৰ আলমত মধ্য যুগীয় অসমৰ বৈষ্ণৱ গুৰু সকলৰ দাৰ্শনিক মতবাদৰ স্বৰূপ ব্যাখ্যাৰ প্ৰচেষ্টা আছে। প্ৰয়োজন সাপেক্ষে লেখকে প্ৰাচীন যুগৰে পৰা মধ্য যুগলৈ অসমৰ ইতিহাসৰ সফল ব্যৱহাৰ কৰাটো লক্ষ্যণীয়। পুথিখনিয়ে লেখকৰ সংস্কৃত সাহিত্যৰ জ্ঞানৰ লগতে অসমীয়া বৈষ্ণৱ সাহিত্যৰ লগতো নিবিড় পৰিচয়ৰ সাক্ষ্য বহন কৰিছে। নিজ বক্তব্য প্ৰতিপাদনৰ ক্ষেত্ৰত উদ্ধৃত পদসমূহ ইয়াৰ ইঙ্গিতবহ সমৰ্থক।

বৈষ্ণৱ আন্দোলনে মধ্য যুগৰ সমগ্ৰ অসমকে বিধৌত কৰি গ'লেও এই মতবাদৰ তাত্ত্বিক ব্যাখ্যাৰ পুথি আজিও তেনেই সীমিত। ষষ্ঠ দশকৰ মাজভাগলৈ এনে অধ্যয়ন কিমান সীমিতি আছিল তাৰ সংবাদ পাঠকক দিয়াৰ সকাম নাই। এই দৃষ্টি ভঙ্গীৰ পৰা শাস্ত্ৰীদেৱৰ 'অসমৰ বৈষ্ণৱ দৰ্শনৰ ৰূপৰেখা'ৰ এক সুকীয়া তাৎপৰ্য থকাটো অস্বীকাৰ কৰিব নোৱাৰি। লেখকৰ দাৰ্শনিক মতবাদৰ লগত কাৰোবাৰ মতভিন্নতা থকাটো নতুন কথা নহয়। কিন্তু গ্ৰন্থকৰ্তাৰ অধ্যয়নৰ ব্যাপকতা সাধুবাদৰ যোগ্য। প্ৰসংগক্ৰমে উল্লেখযোগ্য যে গ্ৰন্থৰ ১৬ পৃষ্ঠা জোৰা পাতনিখনেও পুথি প্ৰণেতাৰ মৌলিক চিন্তা-চৰ্চাৰ প্ৰমাণ দাঙি ধৰিছে।

খ. পতাকা প্ৰকাশ : ৪৬ পৃষ্ঠাৰ এই পুথিখনত ভাৰতৰ ৰাষ্ট্ৰীয় পতাকা আৰু প্ৰতীকৰ শাস্ত্ৰসন্মত ব্যাখ্যা দাঙি ধৰা হৈছে। দেশৰ ৰাষ্ট্ৰীয় পতাকা আৰু প্ৰতীকৰ ব্যাখ্যা দিবলৈ গৈ আচাৰ্য্য শাস্ত্ৰী ভাণ্ডৰীয়াই অমূল্য ৰত্ন স্বৰূপ ভাৰতীয় শাস্ত্ৰ ৰাজি চালি জাৰি চাইছে। ভাৰতীয় ঐতিহ্য আৰু পৰম্পৰাত আস্থাশীল পাঠকে আলোচ্যমান পুথিত অলেখ তথ্যৰ সন্ধান পাব। 'বিচিত্ৰ ধৰ্ম', বিচিত্ৰ ৰুচি আৰু বিচিত্ৰ সংস্কৃতিৰ ভাৰতবাসীসকলৰ স্বীকৃত ৰাষ্ট্ৰীয় মোহৰ আৰু পতাকাই যে বিচিত্ৰ অৰ্থৰ ইঙ্গিত' দিব পাৰে[১৮] তাকেই লেখকে পুথিনৰ জৰিয়তে প্ৰমাণ কৰিছে। বিভিন্ন ধৰ্ম, ভাষা, গোষ্ঠী বা সম্প্ৰদায়ৰ অন্তৰ্ভুক্ত ভাৰতবাসীৰ মাজত একত্বৰ যি ধাৰণা পুথিখনত প্ৰকাশ পাইছে সি অভিনৱ।

১৮. শাস্ত্ৰী, মনোৰঞ্জন : পতাকা প্ৰকাশ ( নিবেদন )।

—১৪

গ. সাহিত্য-দৰ্শন : এটা সময়ত কলেজ সমূহত অসমীয়া 'সন্মান' পাঠ্যক্ৰমৰ ছাত্ৰই কাব্যৰ অলংকাৰৰ বিষয়ে জানিবলৈ দুখন বা তিনিখনতকৈ বেছি পুথি পোৱা নাছিল। তেনে সময়তে শাস্ত্ৰী ডাঙৰীয়াৰ 'সাহিত্য-দৰ্শন' পোহৰলৈ আহি তেওঁলোকৰ অভাব বাৰু কৈয়ে পূৰণ কৰিছিল। পিছে 'সাহিত্য-দৰ্শন' অকল ছাত্ৰ ছাত্ৰীৰ বাবে ৰচিত পুথি নহয়। সাহিত্যতত্ত্বৰ বিষয়ে জানিব বিচৰা সকলোৰে বাবেই ই এখন উপাদেয় গ্ৰন্থ।

চাৰে তিনিশতকৈও অধিক পৃষ্ঠাৰ এই বৃহৎ আকাৰৰ গ্ৰন্থ খনৰ ১০ টা অধ্যায়ত বৰ্ণনীয় বিষয় সামৰা হৈছে। অধ্যায় কেইটাৰ বিষয়বস্তু ক্ৰমান্বয়ে সাহিত্য, শব্দ শক্তি, ধ্বনিবাদ, বক্ৰোক্তিবাদ, ৰস, ৰস-সংখ্যা, গুণ আৰু ৰীতি, দোষ আৰু ঔচিত্যবাদ, অলংকাৰ আৰু অৰ্থালংকাৰ। আমাৰ ধাৰণা মতে পুথিখনৰ চকুত লগা বৈশিষ্ট্য হৈ'ছে বৰ্ণনীয় বিষয়ক স্পষ্টতৰ কৰি তুলিবলৈ সংস্কৃত অলংকাৰ শাস্ত্ৰৰ বিভিন্ন শ্লোকৰ উধৃতিৰ লগতে প্ৰয়োজন বোধে অসমীয়া সাহিত্যৰো নিদৰ্শন সন্নিবেশ কৰাটো। ই অসমীয়া কাব্য সাহিত্যৰ সৈতে গ্ৰন্থকাৰৰ গাঢ় পৰিচয়ৰে প্ৰমাণ দাঙি ধৰিছে। 'সাহিত্য-দৰ্শন'ৰ অন্য এটি উল্লেখনীয় দিশ হ'ল তেৰকুৰি পৃষ্ঠাজোৰা পাতনিত সন্নিবেশ কৰা ৪৫ গৰাকী প্ৰাচীন ভাৰতীয় আলংকাৰিকৰ সংক্ষিপ্ত পৰিচয়। গ্ৰন্থ খনিত শাস্ত্ৰী ডাঙৰীয়াৰ অধ্যয়ন স্পৃহা আৰু কষ্টসহিষ্ণুতাৰ মধুৰ মিলন ঘটিছে।

ঘ. বুদ্ধ চৰিত : 'বুদ্ধ-চৰিত' এখন অনূদিত গ্ৰন্থ হ'লেও আমি অনুবাদ পুথিৰ বাবে এটা সুকীয়া পিতান নকৰি অসমীয়া গ্ৰন্থৰ ভিতৰতে ইয়াকো সামৰিছোঁ। 'বুদ্ধ চৰিত'ৰ মূল ৰচক অশ্বঘোষ সংস্কৃত সাহিত্যৰ এক উজ্জ্বল জ্যোতিষ্ক। পণ্ডিত সকলৰ ধাৰণা খৃষ্টীয় ২য় শতাব্দীৰ প্ৰথম ছোৱা এওঁৰ আবিৰ্ভাবৰ কাল। এওঁ সম্ৰাট কণিষ্কৰ সমসাময়িক ( মতান্তৰে ৰাজ কবি ) আৰু অযোধ্যা এওঁৰ জন্মস্থান ৰূপে নিৰ্দেশিত হৈছে।[১১]

মূল বুদ্ধ চৰিত দুই ভাগত বিভক্ত : পূৰ্ব ভাগ আৰু উত্তৰ ভাগ। আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰীদেৱে ইয়াৰ পূৰ্বভাগৰ অসমীয়া অনুবাদ কৰিছে। পুথিৰ সৰ্গসংখ্যা সম্পৰ্কে ভালেমান মত দেখা যায়। আমাৰ লেখকৰ দ্বাৰা অনূদিত সংস্কৰণত মুঠতে ১৪টা সৰ্গ আছে। ১১৩৬টা শ্লোক সম্বলিত এই ভাগৰ উপজীব্য বিষয় 'ভগৱান বুদ্ধৰ জন্মৰপৰা 'বুদ্ধত্ব প্ৰাপ্তি'লৈকে কাহিনী ছোৱা। 'মূল বুদ্ধ চৰিত' নপঢ়াকৈও এই অনুবাদৰ জৰিয়তে ভগৱান বুদ্ধৰ অলৌকিক জীৱন গাথা

---

১১. ভাৰত কোষ, ১ম খণ্ড কলিকতা, পৃ. ১৫৮

হৃদয়ংগম কৰিব পাৰি। এই মহৎ গ্ৰন্থৰ অনুবাদৰ যোগেদি গ্ৰন্থকৰ্তা দ্ৰুপদী সাহিত্যৰ পাঠকৰ ওচৰত প্ৰিয়পাত্ৰ হৈ ৰৈছে।

ঙ. বাক্যাৰ্থবোধ: আচাৰ্য্য শাস্ত্ৰীৰ দেহাৱসানৰ প্ৰায় দহ মাহৰ পিছত *বাক্যাৰ্থ বোধ* নামৰ পুথিখন ছপা হয় ( ডিচেম্বৰ, ১৯৮৮ )। বাক্যৰ অৰ্থ জ্ঞান বা শব্দবোধ কিদৰে হয় এই বিষয়ে প্ৰায় ১০৬ পৃষ্ঠাৰ ভিতৰত আৰু ব্যাকৰণ, অলংকাৰ আৰু ন্যায়-মীমাংসা বেদান্ত আদি ভাৰতীয় দৰ্শনৰ ফালৰ পৰা আলোচনা কৰা হৈছে। এই প্ৰসংগত 'বাক্যাৰ্থ বোধ' অসমীয়া ভাষাত নিশ্চিত ভাৱেই একক গ্ৰন্থ।

চ কুমাৰিল ভট্টপাদ আৰু আচাৰ্য ধৰ্মকীৰ্তি: এইখন আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰীৰ জীৱদ্দশাত প্ৰকাশিত শেষ গ্ৰন্থ। প্ৰাচীন ভাৰতৰ বিখ্যাত পণ্ডিত, দাৰ্শনিক কুমাৰিল ভট্ট অসমতে জন্মিছিল বুলি জনশ্ৰুতি চলি আহিছে। সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাই তেওঁৰ 'অসম সঙ্গীত' নামৰ কবিতাত কোৱা "শংকৰাচাৰ্যৰ গুৰু অসমীয়া কুমাৰিল ভট্ট নাম" কথাষাৰৰো তাৎপৰ্য্য একেবাৰে নুই কৰিব নোৱাৰি। ইংৰাজীত লেখা ভালেকেইটা গৱেষণা নিবন্ধতো শাস্ত্ৰী ডাঙৰীয়াই ব্ৰাহ্মণ্য দৰ্শন বিশেষজ্ঞ কুমাৰিল ভট্টপাদ আৰু বৌদ্ধদৰ্শন পাৰংগদ আচাৰ্য্য ধৰ্মকীৰ্তিক প্ৰাচীন কামৰূপৰ লোক হিচাপে দেখুৱাই আহিছে। গ্ৰন্থকৰ্তাৰ মতে ভট্টপাদৰ আৱিৰ্ভাৱৰ সময় খৃঃ ৫৫০ - ৬৫০ আৰু তেওঁৰ খুড়াক অথবা ভতিজাক আচাৰ্য্য ধৰ্মকীৰ্তি তেওঁৰ সমসাময়িক। পুথি প্ৰণেতাই নানা ঐতিহাসিক সমল, লোক সমাজত প্ৰচলিত জনশ্ৰুতি আৰু বিশ্বাস তথা অনেক প্ৰকাশিত—অপ্ৰকাশিত পুথি-পাঁজিৰ সহায়ত প্ৰমাণ কৰিব বিচাৰিছে যে অতীতৰ এই কীৰ্তিমান লোকদ্বয়ৰ উদ্ভৱস্থল তাহানিৰ কামৰূপ। লেখকৰ নিজৰ ভাষাত:

> খুড়াক-ভতিজাক, এই দুয়োজনা বিশ্ববিখ্যাত দাৰ্শনিকেই অসম মাতৃৰ পৰম যশস্বীকৃতী সন্তান আছিল যদিও কালক্ৰমত লোকৰ মনত বিস্মৃত ঘটাৰ ফলত আৰু সুদীৰ্ঘকালৰ কুটিল গতিত আজিৰ দিনৰ অসম প্ৰদেশ আৰু অসমীয়া লোক অনুন্নত বা অল্পোন্নত বুলি পৰিগণিত হৈ আছে। অথাপি অসমৰ আকাশত চন্দ্ৰ সূৰ্যৰ দৰে উজ্জ্বল জ্ঞান যশোদীপ্ত এই দুজনা পুৰুষৰ অভ্যুদয়ৰ গৌৰৱণৰ ফলত সুদীৰ্ঘ অতীত কালত এই প্ৰদেশ সৰ্বসমৃদ্ধ আৰু গৌৰৱান্বিত আছিল বুলি প্ৰতিপন্ন হয়।[২০]

---

২০. কুমাৰিল ভট্টপাদ আৰু আচাৰ্য ধৰ্মকীৰ্তি, পৃ ৮১

এনে এখন মৌলিক চিন্তা প্ৰসূত গ্ৰন্থই জগদ্ধাত্ৰী-হৰমোহন স্মাৰক নিধিৰ দ্বাৰা পুৰস্কৃত হোৱাটো আনন্দৰ কথা।

৪. গৱেষণা নিবন্ধ : উল্লেখযোগ্য যে প্ৰয়াত পণ্ডিতজনাৰ গৱেষণা নিবন্ধ ৰাজিৰ পূৰ্ণাংগ তালিকা এখন ক'তো পোৱা নাযায়। আটাইখিনিকে বিচাৰি উলিয়াই অধ্যয়ন কৰাটোও কষ্টসাধ্য ব্যাপাৰ। নিম্নলিখিত নিবন্ধ গুচ্ছই লেখকৰ গৱেষণাধৰ্মী মনৰ পৰিচয় দিবলৈ সক্ষম হ'ব পাৰে। যেনে :

(ক) Vedacarya and Samvatsara,[২১]

(খ) The Assamese Tradition About Kumarila Bhatta,[২২]

(গ) Traditions about the Birth place of Kumarila Bhatta and Dharmakirti,[২৩]

এনে ধৰণৰ অনেক ৰচনাৰ নাম শাস্ত্ৰীদেৱৰ লেখাৰ মাজত বিভিন্ন প্ৰসংগত পোৱা যায়। এইবোৰ প্ৰকাশিত হোৱা পত্ৰিকাসমূহ হ'ল : The Indian Historical Quarterly, Journal of the Ganganath Jha Research Institute, Allahabad ; Journal of the Assam Research society ; Journal of the University of Gauhati ; Journal of the Assam Academy, Pracya Bharati, Samskritam আদি। নিবন্ধ বোৰৰ শিৰোনামা আৰু সিবোৰত সংযোজিত টীকা-টীপ্পনীসমূহে ক্ৰমে বিষয়বস্তুৰ গুৰুত্ব, লেখকৰ বিশ্লেষণ শক্তি আৰু গৱেষণাধৰ্মী মনৰ পৰিচয় দাঙি ধৰে।

৫. অসমীয়া প্ৰবন্ধ-পাতি : শাস্ত্ৰী ডাঙৰীয়াই নিজ মাতৃভাষাত ৰচনা কৰা প্ৰবন্ধ-পাতিৰ সংখ্যাও কম নহয়। সেইবোৰৰ পূৰ্ণাংগ তালিকা এখন প্ৰস্তুত কৰাটো সময় সাপেক্ষ বিষয়। বৰ্তমান আলোচনাত নমুনা বিচাৰে আমাৰ চকুৰ আগত থকা মাত্ৰ কেইটামানৰ নাম উল্লেখ কৰা হ'ল :

ক. বেদ স্বতঃ প্ৰমাণ[২৪]

---

২১. J. A. R. S., vol. XIV, 1960, PP.-63-77

২২. Souvenir, Indian Philosophical Congress, 52 nd Session, G. U., 1977, Pp.-59-68

২৩. Journal of the' Varsity of Gauhati, vol. XXVIII-XXIX, No 1, Arts, 1977-78, PP. 65-76

২৪. আৱাহন, ৬ষ্ঠ বছৰ, ৬ষ্ঠ সংখ্যা, চ'ত, ১৮৫৬ বপৰা একে বছৰৰ ৯ম সংখ্যা, আহাৰ ১৮৫৭ শকলৈ

খ. দাৰ্শনিক পণ্ডিত ৰাধানাথ ফুকনৰ অৱদান[২৫]

গ. পূৰণি অসমত ভাৰতীয় দৰ্শন শাস্ত্ৰৰ চৰ্চা[২৬]

ঘ. মঙ্গলদৈৰ সৰ্বভাৰতীয় খ্যাতি সম্পন্ন প্ৰাচীন পণ্ডিত সকল[২৭]

ঙ. ( অসমীয়া জাতিৰ ) ধৰ্ম আৰু দৰ্শন[২৮]

চ. অসমত সংস্কৃত চৰ্চা[২৯]

ছ. কামাখ্যা ৰাম বৰুৱা আৰু সংস্কৃত[৩০]

জ. পূজ্যপাদ নাৰায়ণ দেৱ মিশ্ৰৰ গৌৰৱগন্ধ[৩১]

ঝ. প্ৰাচীন কামৰূপত সংস্কৃত শিক্ষা[৩২]

ভাৰতীয় ঐতিহ্য, দৰ্শন আৰু অসমৰ শিক্ষা-সংস্কৃতি সম্পৰ্কে ৰচনা কৰা এই প্ৰবন্ধ সমূহৰ নামেই ইবোৰৰ আলোচ্য বস্তুৰ ইংগিত বহন কৰিছে। অসমৰ আন ভালেমান পত্ৰিকা, যেনে বাঁহী, বৰদৈছিলা, ৰামধেনু আদিতো তেখেতৰ লেখা প্ৰকাশ হোৱাৰ কথা উল্লিখিত হৈছে।[৩৩] বিহগী কবি ৰঘুনাথ চৌধাৰী সম্পাদিত 'সুৰভি'তো তেখেতৰ প্ৰবন্ধ প্ৰকাশিত হৈছিল। এই কাকতত ওলোৱা এটা প্ৰবন্ধ হ'ল 'সংস্কৃত ভাষাৰ সাৰ্বভৌম ভাব'।[৩৪]

---

২৫. গোস্বামী, ত্ৰৈলোক্য নাথ ( সম্পা ) : প্ৰবন্ধ চয়ন, নলবাৰী, ১৯৬১, পৃ. ১৭৮-১৮৫

২৬. হাজৰিকা, পৰীক্ষিত ( সম্পা ) : প্ৰবন্ধ সৌৰভ, ডিব্ৰুগড়, ১৮৮৮ শক, পৃ. ১৬-২৯

২৭. শৰ্মা, কিৰণচন্দ্ৰ ( সম্পা ) : দৰং স্মৃতি, মঙ্গলদৈ, ১৯৭৩, পৃ. ৮৮-৯১

২৮. শৰ্মা, গিৰিধৰ ( সম্পা ) : অসমীয়া জাতিৰ ইতিবৃত্ত, যোৰহাট, ১৯৭৪, পৃ ১০৩ ১৩২

২৯. নেওগ, হৰিপ্ৰসাদ আৰু গগৈ, লীলা ( সংক, সম্পা ) : অসমীয়া সংস্কৃতি, গুৱাহাটী, ১৯৭৫, পৃ. ১৫৭-১৭০

৩০. শৰ্মা, তীৰ্থনাথ ( সম্পা ) : কৰ্মযোগী কামাখ্যাৰাম বৰুৱা, গুৱাহাটী ১৯৭৫, পৃ. ৬৭-৭২

৩১. দাস, ৰমেশ আৰু মিশ্ৰ, অক্ষয় কুমাৰ ( সম্পা ) : পণ্ডিত প্ৰবৰ নাৰায়ণদেৱ মিশ্ৰ স্মৃতিগ্ৰন্থ, বৰপেটা, ১৯৭৭, পৃ. ৬২-৬৮

৩২. চৌধুৰী, নিশিপদ ( সম্পা ) : প্ৰাগজ্যোতিষিকা, গুৱাহাটী, ১৯৮২, পৃ. ১-১৩

৩৩. শাস্ত্ৰী, মনোৰঞ্জন : অসমৰ বৈষ্ণৱ দৰ্শনৰ ৰূপৰেখা, ''প্ৰকাশকৰপৰা'' দ্ৰষ্টব্য

৩৪. শৰ্মা, তীৰ্থনাথ : উপৰি উক্ত গ্ৰন্থ, পৃ. ৭১

৬. অভিভাষণ, ভূমিকা আদি * কোনো গাম্ভীর্যপূর্ণ অনুষ্ঠানৰ সভাপতি হিচাপে দিয়া ভাষণ বা আনৰ ৰচিত পুথিত সংযোজিত ভূমিকাতো শাস্ত্রীদেৱৰ সুগভীৰ পাণ্ডিত্য আৰু মননশীলতাৰ পৰিচয় পোৱা যায়। উদাহৰণ স্বৰূপে ড° যোগীৰাজ বসু সম্বৰ্দ্ধনা সভাৰ সভাপতিৰ অভিভাষণ'লৈকে[৩৫] আঙুলিয়াব পাৰি। ভাৰতীয় পৰম্পৰাৰ সৈতে আচার্য মনোৰঞ্জন শাস্ত্রীৰ সুগভীৰ আত্মীয়তাৰ প্ৰমাণ 'ভাৰত মনীষা'[৩৬] গ্রন্থৰ ভূমিকাতো দেখিবলৈ পাওঁহক। অনুসন্ধান কৰিলে এনে ভাষণ বা ভূমিকা আৰু অধিক ওলাব পাৰে।

৭. প্ৰশস্তি বচন: নিবন্ধৰ আৰম্ভণিতে এই সম্পৰ্কে আভাস দিয়া হৈছে। বিভিন্ন প্ৰসংগত ৰচিত এনে শ্লোকৰ প্ৰকৃত সংখ্যা নিৰূপণ কৰাটো কষ্টসাধ্য। শ্লোকবাজিৰ মূল্যায়নৰ ভাৰ যোগ্যসকললৈ এৰি আমি মাত্র এই-বোৰৰ মাজত নিহিত থকা শাস্ত্রীদেৱৰ কবিত্বৰ দিশটোলৈহে আঙুলিয়ালোঁ।

সামৰণিত ইয়াকে ক'ব পাৰি যে আচার্য মনোৰঞ্জন শাস্ত্রী আছিল দেশৰ এজন আগশাৰীৰ ভাৰততত্ত্ববিদ, দার্শনিক, গৱেষক আৰু আলংকাৰিক। তেওঁৰ প্ৰতিভাৰ স্বৰূপ বুজিবলৈ হ'লে শাস্ত্রী ডাঙৰীয়াৰ দ্বাৰা ৰচিত আৰু সম্পাদিত সকলো গ্রন্থ অধ্যয়ন অপৰিহার্য। তাৰ বাবে লাগিব গ্রন্থ সমূহৰ পুনৰ প্ৰকাশ। তাতোকৈ গুৰুত্বপূর্ণ বিষয় হ'ল বিভিন্ন গৱেষণা পত্রিকা, আলোচনী, স্মৃতিগ্রন্থ, অভিনন্দন গ্রন্থ, প্ৰবন্ধ সংকলন আদিত সিঁচৰতি হৈ থকা ৰচনাসমূহ বিচাৰি আনি শ্ৰেণী বিভাজন কৰি প্ৰকাশ কৰাটো। পণ্ডিতজনাৰ পৰলোকপ্রাপ্তি ঘটাৰ পিছত চাৰি বছৰ অতিক্রম হওঁ হওঁ। এই সময়ছোৱাৰ ভিতৰত উক্ত বিষয়ত কোনোবা মহলত কিবা উদ্যোগ চলিছেনে নাই সি পঢ়ুৱৈ সমাজৰ অজ্ঞাত হৈ আছে। ☐

---

৩৫. শইকীয়া, নগেন: উপৰি উক্ত পুথি, ২য় খণ্ড, পৃ. ৫৩-৬৪

৩৬. শর্মা, আদ্যনাথ; গুৱাহাটী, ১৯৬৫, পৃ [৮-১০]

ড. আচাৰ্য্য শাস্ত্ৰীৰ নিৰ্মিতি

: পুৰণি অসমৰ ধৰ্ম আৰু দৰ্শন

: অসমৰ বৈষ্ণৱ দৰ্শনৰ ৰূপৰেখা

: বাক্যাৰ্থ বোধ

# পুৰণি অসমৰ ধৰ্ম আৰু দৰ্শন

**ডক্টৰ প্ৰফুল্ল কটকী**

প্ৰাচ্যবিদ্যাবিশাৰদ বিশিষ্ট পণ্ডিতসকলৰ ভিতৰত প্ৰয়াত আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰী এটি বহুলভাবে সমাদৃত আৰু সন্মানিত নাম। সংস্কৃত, পালি, প্ৰাকৃত, অসমীয়া, বঙালী, হিন্দী আৰু ইংৰাজী ভাষাত সমানে দখল থকা স্বনামধন্য এই পণ্ডিত গৰাকী সংস্কৃত ভাষা-সাহিত্য আৰু প্ৰাচ্য বিদ্যাবিষয়ক জ্ঞানৰপ্ৰমাণ তেখেতৰ ৰচিত একাধিক গ্ৰন্থ আৰু প্ৰবন্ধত পোৱা যায়। ইংৰাজী, অসমীয়া, হিন্দী, সংস্কৃত, আৰু বঙালী ভাষাৰ বিভিন্ন আলোচনী আৰু গৱেষণা পত্ৰিকাত তেখেতৰ বহুমূলীয়া প্ৰবন্ধ সিঁচৰিত হৈ আছে। শাস্ত্ৰী মহাশয়ৰ ৰচনামাত্ৰেই পণ্ডিতসুলভ অনুসন্ধিৎসা, বিশ্লেষণদক্ষতা, বিস্তৃত অধ্যয়ন, আৰু বিচাৰ ক্ষমতাৰ স্বাক্ষৰ বহন কৰে। তেখেতৰ ৰচনাসমূহৰ মোল প্ৰধানতঃ নিষ্ঠাবান পণ্ডিতানুৰাগী পাঠকেহে বুজিব পাৰে ; হলেও সেই ৰচনাসমূহ সাধাৰণ পাঠকৰ বাবে নিতান্তই দুৰধিগম্য বুলিও কোৱা নাযায়।

শাস্ত্ৰী মহাশয়ৰ আন এখন গ্ৰন্থ *পুৰণি অসমৰ ধৰ্ম আৰু দৰ্শন* মৰনোত্তৰ ভাবে সম্প্ৰতি প্ৰকাশ হৈছে। তেখেতৰ সুযোগ্য পুত্ৰ অধ্যাপক ড° নলিনীৰঞ্জন শৰ্মাই পুথিখন সম্পাদন কৰি উলিয়াইছে। 'শলাগণি'ত ড° শৰ্মাই লিখিছে : "১৯৭৪ চনত অসম সাহিত্য সভাই 'অসমীয়া জাতিৰ ইতিবৃত্ত ( আদিম কালৰ পৰা দ্বাদশ শতিকালৈ ) নামৰ গ্ৰন্থ এখন প্ৰকাশ কৰিছিল। সেই গ্ৰন্থত আমাৰ পিতৃ আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰী ( যশঃ কায় ) দেৱে লিখা 'ধৰ্ম আৰু দৰ্শন' নামৰ প্ৰবন্ধ এটা প্ৰকাশ হৈছিল। সেই লেখাটোকে ভেঁটি স্বৰূপে লৈ এই গ্ৰন্থৰ সৃষ্টি।" প্ৰায় ডেৰকুৰি পৃষ্ঠাৰ এই পুথিখনৰ এক সুচিন্তিত আৰু বিশদ ভূমিকা লিখিছে ড° বিশ্বনাৰায়ণ শাস্ত্ৰীদেৱে। আৰম্ভণিতে পুথিখনৰ পৰিচয় এইদৰে দিয়া হৈছে: "*পুৰণি অসমৰ ধৰ্ম আৰু দৰ্শন* নামৰ তথ্যসমৃদ্ধ আৰু তত্ত্বালোচনাপূৰ্ণ সাহিত্য কৃতি দিৱংগত আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰীদেৱৰ মনীষাৰ অন্তিম প্ৰকাশ। ছটা অধ্যায়ত বিভক্ত আলোচনাৰ মাজলৈ প্ৰাচীন অসমৰ ঐতিহাসিক, ভৌগোলিক, সমাজ, জাতি ধৰ্ম সংস্কৃতি আদি বিবিধ বিষয় প্ৰসঙ্গক্ৰমে অনা হৈছে আৰু প্ৰায় সকলো ক্ষেত্ৰতে ভাৰতীয় দৰ্শন, মহাভাৰত, ৰামায়ণ, পুৰাণ, স্মৃতিশাস্ত্ৰ, তন্ত্ৰ, সংস্কৃত সাহিত্য, পুৰণি অসমৰ ৰাজ শাসনাৱলী আদিৰ আধাৰত বক্তব্য প্ৰকাশ

আৰু প্ৰতিপাদন কৰা হৈছে। ঠায়ে ঠায়ে এনে বিষয়ৰ ইংৰাজী, অসমীয়া, বাংলা গ্ৰন্থ প্ৰবন্ধৰো সহায় লোৱা হৈছে যদিও লেখকে সততে মূল গ্ৰন্থৰ অনুসন্ধান কৰি তাৰ ওপৰতহে বেছিকৈ ভেজা দিছে আৰু লগতে জনশ্ৰুতিৰ পৰাও সামগ্ৰী সংগ্ৰহৰ চেষ্টা কৰিছে।"

পুথিখন অসংখ্য দীঘলীয়া অনুচ্ছেদত ভগোৱা হৈছে। ইবোৰৰ শিৰোনামাবোৰৰ পৰা গ্ৰন্থকাৰৰ প্ৰতিপাদ্য বিষয় সম্পৰ্কে সম্যক ধাৰণা কৰা সহজ হয়। উদাহৰণস্বৰূপে কেইটি মান শিৰোনামা উল্লেখ কৰা হ'ল : 'জাতি আৰু ধৰ্ম," 'জাতিৰ আৰু ধৰ্মৰ স্বৰূপ', 'অসমীয়া জাতি', জাতিৰ ভাষা আৰু ধৰ্ম সংস্কৃতিৰ পৰিবৰ্ত্তন', 'যিকোনো জাতীয় ধৰ্মসংস্কৃতিত বৈদিকসকলৰ সন্মতি', 'অসমৰ ধৰ্ম আৰু দৰ্শন' 'কামৰূপীয় ৰাজশাসনত ধৰ্মৰ লক্ষণ, 'জনজাতীয় ধৰ্মৰ প্ৰমাণ সঙ্গতি', কামৰূপত বৈদিক আৰ্য ধৰ্ম'. কামৰূপীয় পণ্ডিতৰদ্বাৰা ৰচিত ধৰ্মশাস্ত্ৰৰ টীকা গ্ৰন্থ', 'ভূমিদাহ বা সাথ' 'বঙ্গদেশ আৰু অসমৰ সমাজত উভয়দেশৰ নিবন্ধৰ মতামতৰ সমাদৰ', সৌৰ সম্প্ৰদায়,' শৈৱ সম্প্ৰদায়', 'শক্তি উপাসনাৰ বৈদিকতা', 'কামৰূপত শক্তি পূজা', 'মহৰ্ষি বশিষ্ঠৰ সিদ্ধিস্থান', 'দেৱী পুৰাণত কামাখ্যা পূজাৰ উল্লেখ', 'শাক্ত অভিনব গুপ্ত'. 'কামৰূপীয় অভিনব গুপ্তৰ অস্তিত্ব বিষয়ে বিবাদ', 'পূৰণি অসমত বৈষ্ণৱ ধৰ্ম', কামৰূপীয় প্ৰাচীন গ্ৰন্থত বিষ্ণুপাসনা". 'ইন্দ্ৰপালৰ শাসনত উল্লিখিত তথাগত শব্দৰ অৰ্থ,' 'কামৰূপ তীৰ্থ বৌদ্ধ হিন্দু উভয়ৰেই তান্ত্ৰিক সাধনাৰ কেন্দ্ৰস্থল', 'পূৰণি অসমত দৰ্শনৰ চৰ্চ্চা, কুমাৰিল ভট্টপাদ আৰু আচাৰ্য্য ধৰ্মকীৰ্ত্তি, 'অনাৰ্য আচৰণৰ আৰ্য্যীকৰণ,' শাক্ত ধৰ্মত বিভিন্ন দেৱ-দেৱীৰ অন্তৰ্ভুক্তি,' 'যোগিনী কৌলদাৰ্শনিক মত', 'বৈদিক আৰু তান্ত্ৰিক দৰ্শনৰ মিলন ক্ষেত্ৰ কামৰূপ, কামৰূপীয় ৰাজশাসনত আভাসবাদ', 'কামৰূপীয় সহজযোগিনী চিন্তা', ইত্যাদি ইত্যাদি। পূৰণি অসমত দৰ্শনৰ চৰ্চ্চা', শীৰ্ষক অধ্যায়টো এক বিশেষভাবে মূল্যবান আলোচনা। এই বিষয়ক প্ৰবন্ধ আমাৰ প্ৰায় নথকাৰ দৰেই বুলি ক'ব লাগিব। অধ্যায়টোৰ আৰম্ভণিতে লেখকে কৈছে : 'অসমত আৰ্যসংস্কৃতি আৰু সংস্কৃত ভাষা সাহিত্যৰ চৰ্চ্চাৰ উল্লেখযোগ্য প্ৰাচীনতম নিদৰ্শন খৃঃপূঃ ৫ম শতিকাৰো পূৰ্ববৰ্ত্তী বুলি অনুমিত মহৰ্ষি পালকাপ্যৰ হস্ত্যায়ুৰ্বেদ' নামৰ বৃহৎ গ্ৰন্থখন। এই গ্ৰন্থত প্ৰসঙ্গক্ৰমে সাংখ্যদৰ্শনৰ অভিমত সত্ত্ব ৰজস্তমোগুণাত্মিক প্ৰকৃতি, মহত্তত্ব, অহঙ্কাৰ, পঞ্চভূত, ইন্দ্ৰিয়, আত্মা আদিৰ কথা পোৱা যায়। উপনিষদৰ কথাও আছে।

এই মুনি জনা নিজে, তেওঁৰ পিতাক মহৰ্ষি 'সামপায়ন' আৰু পিতৃবন্ধু ভাৰ্গৱ মুনি যে সমগ্ৰ বেদ-বেদাঙ্গ আদি বিদ্যাৰ পাৰগত আছিল, এই কথাও সেই গ্ৰন্থত কোৱা আছে। ইয়াৰ দ্বাৰাই সেইকালত ভাৰতৰ এই পূৰ্ব্বপ্ৰান্ত ভূমিখণ্ডত বেদবিদ্যা আৰু বৈদিক অধ্যাত্মদৰ্শনৰ চৰ্চা বহুলভাবে প্ৰচলিত আছিল বুলি জনা যায়।"

এই বিষয়ত সন্দেহাতীতভাবে আলোকপাত কৰিছে এতিয়ালৈ আৱিষ্কৃত, কামৰূপীয় ৰজাসকলৰ প্ৰদত্ত তাম্ৰশাসন বিলাকে। বিভিন্ন প্ৰসংগত প্ৰকাশ কৰা গ্ৰন্থকাৰৰ মন্তব্য কিছুমানৰ উল্লেখে পুথিখনৰ আলোচ্য বিষয় সম্পৰ্কে পাঠকক কিছু আভাস দিয়াত সহায় কৰিব। কেইটিমান মন্তব্য উল্লেখ কৰা হ'ল : "বিভিন্ন ধৰ্ম সংস্কৃতিবো যি বিলাকৰ সনাতন বৈদিক ধৰ্মসংস্কৃতিৰ লগত সম্পৰ্ক ঘটিছিল, সেইবিলাকে নিজৰ স্বতন্ত্ৰ অস্তিত্ব হেৰুৱাই বৈদিক ধৰ্মসংস্কৃতিৰ ঈষৎ পৰিবৰ্তন তথা পুষ্টি সাধন কৰিছিল, সংখ্যা, পৰিমাণ আৰু গুৰুত্ব বঢ়াইছিল" ( পৃঃ ২৭ )।

ভাৰতীয় মহাজাতিৰ অথবা বৈদিক ধৰ্ম-সংস্কৃতিৰ লগত যিবিলাক ধৰ্মসংস্কৃতিৰ সংমিশ্ৰণ ঘটিছিল সেইবিলাকৰ স্বতন্ত্ৰ অস্তিত্ব একেবাৰে বিলুপ্ত বা বিনাশ প্ৰাপ্ত হৈ যোৱা নাছিল, বৰং মালাত গাঁথি থোৱা নানা বৰণৰ বিভিন্ন ফুলৰ দৰে সেইবিলাক ঐক্যবদ্ধ বা সুসংহত হৈ এতিয়াও আছে। বৈদিক বা সনাতন ধৰ্মসংস্কৃতি বুলি কলেও বিভিন্ন কালত আৰু বিভিন্ন প্ৰদেশত অৱস্থিত বিভিন্ন মানৱ গোষ্ঠীৰ ধৰ্ম সংস্কৃতিৰ সমষ্টি প্ৰতীত হয়' ( পৃঃ ২৮ )। * * *
'কামৰূপৰ কামাখ্যাকেন্দ্ৰিক কৌল ধৰ্ম দৰ্শন আৰু বামাচাৰ সাধনা পদ্ধতি সংস্কৃত ভাষাৰ কুক্ষিগত হৈয়ে সমগ্ৰ ভাৰতৰ উপৰিও চীন, তিব্বত, আদি দেশান্তৰলৈকে বিস্তৃত হৈছিল" ( পৃঃ ৩০ )। * * *

বৰ্ণাশ্ৰম ব্যৱস্থাত বিশ্বাসী বৈদিক ধৰ্মৰ অনুগামী মানৱ গোষ্ঠীৰ বাহিৰেও স্মৰণাতীত কালৰ পৰা অসম বা কামৰূপ ৰাজ্যত বাস কৰি আছে। সেই খাছিয়া, জয়ন্তীয়া, গাৰো, কছাৰী, আহোম, মিৰি, মিচিমি, কুকি, লুচাই, নগা দফলা, ভোট আদি জনজাতি লোকৰ মাজতো অনাদি কালৰপৰা অবিচ্ছিন্ন পৰম্পৰাভাবে নানা প্ৰকাৰৰ অদৃষ্টাৰ্থক কৰ্মানুষ্ঠান বা ধৰ্ম-কৰ্ম আচৰণৰ প্ৰথা আৰু পদ্ধতি চলি আছিল আৰু আজিও আছে। প্ৰাচীন ভাৰতীয় ধৰ্ম বিচাৰক বেদৱিদ ঋষিসকলে সেই ধৰ্ম বিলাকক্ে দেশধৰ্ম, জাতিধৰ্ম বা কুলধৰ্ম বুলি স্বীকাৰ কৰিছে, সেই বিলাক ধৰ্মৰ যথাৰ্থতা বা সত্যতা সমৰ্থন কৰিছে। সেই-

যোৱক ভ্ৰমসূলক অধৰ্ম বা পাপকৰ্ম বুলি প্ৰতিপন্ন কৰা নাই" (পৃঃ ৩৩)। এই মন্তব্যৰ সমৰ্থনত লিখকে মনুসংহিতা, মৰীচিসংহিতা, বৃহস্পতি, কাত্যায়ন স্মৃতি সংগ্ৰহ আৰু আঙ্গিৰস সংহিতাৰ পৰা শ্লোক উদ্ধৃত কৰিছে। ভাৰতীয় ঐক্য, সমতা আৰু বিভিন্ন জাতি-উপজাতিৰ মাজৰ সহাৱস্থানৰ আদৰ্শটো যে কিমান সুপ্ৰাচীন আৰু কিদৰে সি প্ৰকৃত হিন্দু আদৰ্শৰ মূলীভূত উপাদান, সেই কথা শাস্ত্ৰী মহাশয়ৰ উদ্ধতিবোৰৰ পৰা প্ৰতীয়মান হয়। সাম্প্ৰতিক কালৰ বহুধাবিভক্ত আৰু বৰ্ণ বিদ্বেষাক্লিষ্ট ভাৰতীয় সমাজৰ সন্দৰ্ভত, এনেবোৰ মন্তব্যৰ সাম্প্ৰতিক প্ৰাসংগিকতা নুই কৰা নাযায়। আজিৰ বহুতো তথাকথিত প্ৰগতিবাদী, পণ্ডিতাটোপী পণ্ডিতৰ হিন্দুশাস্ত্ৰ সমূহ আৰু হিন্দুধৰ্ম আৰু দৰ্শনৰ প্ৰতি তাচ্ছিল্যপূৰ্ণ কটাক্ষপাত যে কিমান হাস্যকৰ কথা, সেই কথাও শাস্ত্ৰী মহাশয়ৰ আলোচনাই প্ৰমাণ কৰিছে। মনুসংহিতাৰ নাম শুনিলে আজিৰ আধুনিক শিক্ষাৰে শিক্ষিতলোকে নাক কোচায়, কিন্তু সমগ্ৰ সংহিতাখন ভালদৰে পঢ়ি পোৱা সকলে নুবুজাকৈ নাথাকে যে ই অনেক শাশ্বত সামাজিক আদৰ্শৰো ভড়াল। নাৰীসকলৰ মৰ্য্যাদা সম্পৰ্কে 'মনুসংহিতা'ত কোৱা কথাৰ উদ্ধৃত কৰলৈ আধুনিক প্ৰগতিবাদী সকলৰ বাবে কিবা ব'ল জানো? আৰু কেইটামান মন্তব্য উদ্ধৃত কৰা হ'ল:

"মনু আদি মহৰ্ষিসকলেও বেদ, স্মৃতি, সদাচাৰ আৰু বেদৰ অধীতিবোধ আচৰণশীল সজ্জনৰ আত্মসন্তুষ্টি এই চাৰি বিধক ধৰ্মৰ লক্ষণ বা প্ৰমাণ বুলি প্ৰতিপন্ন কৰিছে (পৃঃ ৪২)। (সমৰ্থনত লিখকে যাজ্ঞবল্ক্য সংহিতাৰপৰা উদ্ধৃতি দিছে।) * * * এই চাৰিবিধ প্ৰমাণ প্ৰয়োগৰ যোগেদি অসমৰ বিভিন্ন জনজাতীয় লোকৰ অভিমত ধৰ্মাধৰ্মৰো স্বৰূপ পৰীক্ষা আৰু নিৰ্ণয় সম্ভৱপৰ হ'ব। সেই কাৰণেই অসমীয়া জাতিৰ ধৰ্ম আৰু তাৰ মূলীভূত দৰ্শনৰ বিষয়ে আলোচনা কৰিবলৈ হ'লে ভাৰতীয় ধৰ্মদৰ্শনৰ অভিমত ধৰ্মৰ স্বৰূপ, লক্ষণ, প্ৰমাণ আৰু ফলৰ কথা কব লগাত পৰে" (পৃ. ৪৩)। * * * "সেই স্মৰণাতীত কালৰ পৰাই যে, পুৰণি কামৰূপ বা অসম ৰাজ্যত বৈদিক শ্ৰৌত, স্মাৰ্ত ধৰ্ম অবিছিন্ন ভাবে চলি আছে তাৰ নিৰ্ভৰযোগ্য প্ৰমাণ পোৱা যায়' (পৃঃ ৬১)। * * *

ওপৰত উল্লেখ কৰা উদ্ধৃতি সমূহৰ পৰা স্পষ্ট হয় যে, প্ৰাচীনতম কালৰ পৰাই পুৰণি অসম বা কামৰূপত ভাৰত ভূখণ্ডত প্ৰবহমান বৈদিক ধৰ্ম আৰু আচাৰ বিধি প্ৰচলিত আছিল, প্ৰধান ভূখণ্ডৰপৰা ই বিচ্ছিন্ন নাছিল, আৰু সেই

কথাকে তথ্যসহ প্ৰতিপন্ন কৰাটোৱেই গ্ৰন্থাকাৰৰ উদ্দেশ্য। লেখকৰ নিজৰ কথাৰে : "পূৰণি কামৰূপৰ নিৰ্ভৰযোগ্য ইতিহাসে ঢুকি পোৱা সময়ৰ ভিতৰত এই প্ৰদেশত শ্ৰুতিস্মৃতিৰ দ্বাৰা সমৰ্থিত বৈদিক আৰ্যধৰ্মৰহে প্ৰাধান্য আৰু সমাদৰ আছিল বুলি প্ৰমাণ পোৱা যায়। সকলোবিলাক ৰজাই বৈদিক ধৰ্মসংস্কৃতিৰ পৃষ্ঠপোষক আছিল" ( পৃঃ ১৭১ )।

পুথিখনৰ সমালোচনা প্ৰসংগত এটা কথা কিন্তু উল্লেখ নকৰিলে নহ'ব যে ইয়াৰ অন্তৰ্গত আলোচ্য বিষয় সমূহৰ কোনো লোকায়তনিক সন্দৰ্ভ নাই। বিভিন্ন জাতি-উপজাতিৰ ধৰ্মীয় বিশ্বাস আৰু আচাৰ বিধিৰ পৰা উদ্ভূত এক বৃহৎ একীভূত জাতীয়সত্তা প্ৰাচীন অসমত ক্ৰমে ক্ৰমে গঢ় লৈ উঠিছিল নে, বা উঠাটো সম্ভৱপৰ আছিল নে সেই কথাৰ অৱতাৰণা পুথিখনত কৰা হোৱা নাই। এই পিনৰপৰা চালে পুথিখনৰ শিৰোনামাটো বিভ্ৰান্তিজনক বুলি কোৱাৰ থল থাকে। তদুপৰি ইয়াত এনে বহুতো প্ৰসঙ্গৰ অৱতাৰণা কৰা হৈছে যিবোৰৰ প্ৰাসংগিকতা দেখদেখকৈয়ে নাই। বহুতো ক্ষেত্ৰত দেখা গৈছে যে, লেখকৰ বক্তব্য অধিক স্পষ্ট আৰু সংক্ষিপ্ত ৰূপত প্ৰকাশ কৰাৰ অৱকাশ আছিল। পুথিখনৰ সম্পাদনাও অধিক সুচাৰু ৰূপত কৰিব পৰাৰ থল আছিল। গ্ৰন্থাকাৰৰ জীৱদ্দশাত পুথিখনে পোহৰৰ মুখ দেখাহেঁতেন, ইয়াৰপৰা এতিয়া অবাস্তৱ বুলি বিবেচিত হ'ব পৰা অনেক প্ৰসংগ আতৰিলহেঁতেন বুলি ভাবিব পাৰি। এতিয়া সমস্ত গন্ধমাদনটোকে পাঠকৰ আগত দি দিয়া যেন হৈছে, বিশল্যকৰণী বিচাৰি লোৱাৰ দায়িত্বটো পাঠকৰ। এনে ক্ষেত্ৰত পাঠকে 'অধিকন্তু ন দোষায়' বুলি মানিব লাগিব। অবাস্তৱ কথাৰে পুথিখন ভাৰাক্ৰান্ত বুলি কোৱাৰ ধৃষ্টতা কাৰো থাকিব নোৱাৰে, পিছে শিৰোনামৰ লগত বৰ্জিতা খোৱাকৈ প্ৰাসংগিক কথাখিনি সুসংহত ৰূপত যুগুতাই উলিয়াবপৰাহেঁতেন লেখকৰ অভিপ্ৰেত ভাব পাঠকৰ বাবে অধিক সহজে বোধগম্য হ'লহেঁতেন বুলি আমি ভাবোঁ।

*পূৰণি অসমৰ ধৰ্ম আৰু দৰ্শন* ত্ৰুটি মুক্ত নহয় সঁচা, কিন্তু ই এক চিন্তাশীল, অধ্যয়নপুষ্ট আৰু ব্যাপকভাবে তথ্য সমৃদ্ধ গ্ৰন্থ। ইয়াৰ বহুতো অভিমত বিতৰ্কৰ উৰ্দ্ধত নহ'ব পাৰে, কিন্তু মনোযোগী পাঠকে লেখকৰ বক্তব্যৰ যুক্তিযুক্ততা স্বীকাৰ নকৰি নোৱাৰে। কোনো ভাবনিষ্ঠ ( objective ) অভিমত লেখকে ইয়াত জোৰেৰে প্ৰতিপন্ন কৰিব খোজা নাই; প্ৰতিটো বক্তব্যকে সুচিন্তিত, যুক্তিসিদ্ধ আৰু তথ্য নিৰ্ভৰ ৰূপতহে উত্থাপন কৰা হৈছে। ইয়াৰ ফলতেই পুথি খনে বস্তুনিষ্ঠ, সাৰগৰ্ভ আলোচনা হিচাপে পাঠক সমাজৰ স্বীকৃতি লাভ কৰিব বুলি আমাৰ বিশ্বাস। □

# অসমৰ বৈষ্ণৱ দৰ্শনৰ ৰূপৰেখা

## ডক্টৰ বাণীকান্ত শৰ্মা

"অসমৰ বৈষ্ণৱ দৰ্শনৰ ৰূপৰেখা' গ্ৰন্থখন আচাৰ্য্য শাস্ত্ৰীদেৱৰ গভীৰ নিষ্ঠাপূৰ্ণ গৱেষণা প্ৰসূত বৈষ্ণৱ ধৰ্ম মাৰ্গৰ আপুৰুগীয়া সম্পদ। প্ৰকৃত গৱেষণাৰ উদ্দেশ্য হৈছে সত্যৰ অনুসন্ধান আৰু যুক্তিৰ ভিত্তিত সিদ্ধান্তত উপনীত হোৱাতেই পাণ্ডিত্যৰ গৌৰৱ। শাস্ত্ৰীদেৱ এই গৌৰৱৰ অধিকাৰী। গ্ৰন্থখনত তুলনাত্মক অধ্যয়নৰদ্বাৰা আৰু যুক্তিৰ দ্বাৰা অসমত প্ৰচলিত প্ৰাচীন বৈষ্ণৱ ধৰ্ম আৰু বৈষ্ণৱ চূড়ামণি মহাপুৰুষ শংকৰদেৱ প্ৰমুখ্যে বৈষ্ণৱ সন্তসকলে প্ৰৱৰ্তন কৰা নৱ বৈষ্ণৱ ধৰ্মৰ তাত্ত্বিক দিশৰ বিশ্লেষণ আৰু ব্যাখ্যা আৰু লগতে নিজস্ব মন্তব্য ভাৰতীয় দৰ্শন আৰু দাৰ্শনিক সকলৰ মতবাদৰ আধাৰত উপস্থাপন কৰি শাস্ত্ৰীদেৱে গৱেষণাৰ উজ্জ্বল নিদৰ্শন দাঙি ধৰাৰ উপৰিও বেদ-উপনিষদ, ব্ৰাহ্মণ আৰণ্যক-মহাভাৰত-গীতা-দৰ্শন ভাগৱত প্ৰমুখ্যে নানা পুৰাণ আৰু মনু সংহিতা প্ৰভৃতি ধৰ্ম শাস্ত্ৰৰপৰা যুক্তি সঙ্গত প্ৰামাণ্য উদ্ধৃত কৰি নৱ বৈষ্ণৱ ধৰ্মৰ স্বৰূপ প্ৰতিষ্ঠা কৰি এই কথা প্ৰতিপন্ন কৰিছে যে ভগবান বিষ্ণুক পৰম উপাস্য দেৱতাৰূপে গ্ৰহণ কৰি অন্যান্য দেৱ-দেৱীক বিষ্ণুৰেই অংগৰূপে উপাসনাৰ দ্বাৰা পৰম নিৰ্গুণ ব্ৰহ্মৰে উপাসনা কৰা হয়।

এই নিৰ্গুণ ব্ৰহ্মৰ বিষয়ে সম্যক জ্ঞান লাভ কৰিবলৈ হলে উপনিষদৰ ব্ৰহ্মতত্ত্বৰ বিষয়ে এটা থূলমূল ধাৰণা ভগবানৰ সেৱকসকলৰ থকাটো উচিত বুলি বিবেচনা কৰি উপনিষদৰ ব্ৰহ্মতত্ত্বৰ এটা আভাস উপস্থাপন কৰিবলৈ প্ৰয়াস কৰা হব, কিয়নো ব্ৰহ্মতত্ত্বৰ যথাযথ বিশ্লেষণৰ দ্বাৰা ভক্ত সকলৰ হৃদয়ৰ সংশয় দূৰ কৰি ভক্তৰ হৃদয়ত ভক্তি ভাৱৰ উদ্ৰেক কৰাটোৱে শাস্ত্ৰীদেৱৰ গ্ৰন্থখনৰ মূল উদ্দেশ্য।

সমগ্ৰ বিশ্ব প্ৰপঞ্চ কাৰ্য্য কাৰণতত্ত্বৰ আধাৰত প্ৰতিষ্ঠিত। এই বিশ্ব সৃষ্টিৰ যি ঘটনা পৰম্পৰা আছে সি পৰম্পৰ অবিচ্ছেদ্য সম্বন্ধত আবদ্ধ। মহাদাৰ্শনিক এৰিষ্টটলে কাৰ্য্যকাৰণতত্ত্বৰ আধাৰত ঘটনাপৰম্পৰা যে সম্বন্ধিত তাক প্ৰতিপন্ন কৰিছে। তেওঁৰ মতে দুটা অব্যৱহিত ঘটনাৰ মাজত যদি চৰ্তবিহীন ব্যৱধান বিহীন আৰু সৰ্বকালীয় সংযোগ থাকে তেনেহলে প্ৰথমটোক কাৰণ বোলা

হয়—অৰ্থাৎ কোনো কাৰ্য্য উৎপাদন হব লাগিলে তাৰ এটি কাৰণ থাকিবই লাগিব। এই কাৰণ চাৰি প্ৰকাৰৰ হব পাৰে, যেনে-উপাদান কাৰণ, নিমিত্ত কাৰণ, ৰূপকাৰণ আৰু উদ্দেশ্য কাৰণ। এই কেইটাক ইংৰাজীত যথাক্ৰমে material cause, efficient cause, formal cause and final cause বোলা হয়। উদাহৰণ স্বৰূপে আমি যদি এটি মাটিৰ ঘটৰ বিষয়ে আলোচনা কৰোঁ তেনেহলে দেখিবলৈ পাম যে ঘটটোৰ উপাদান কাৰণ হ'ল মাটি, তাৰ নিমিত্ত কাৰণ হ'ল কুমাৰ বা কুম্ভকাৰ, তাৰ ৰূপকাৰণও হ'ল কুম্ভকাৰ কিয়নো তেৱেঁই তেওঁৰ হাতৰ কৌশলেৰে মাটিৰ চাকটো ঘূৰি থকা অৱস্থাতেই মৃৎপিণ্ডক ঘটৰ ৰূপ প্ৰদান কৰে আৰু সৰ্বশেষত উদ্দেশ্য কাৰণ সেইটোৱে যি উদ্দেশ্যে ঘটটো ব্যৱহাৰ কৰা হয়।

সেইদৰে এই বিশ্বপ্ৰপঞ্চ হ'ল সৃষ্টি আৰু স্ৰষ্টা হ'ল ব্ৰহ্ম। সৃষ্টি আৰু স্ৰষ্টাৰ সম্বন্ধ এনে নিবিড় যে ব্ৰহ্মৰ ওপৰতেই উল্লিখিত কাৰণবোৰ একেলগে আৰোপ কৰিব পাৰি, আনকথাত সৃষ্টি আৰু স্ৰষ্টা উভয়ৰ মাজতে উভয়েই ওতপ্ৰোত ভাৱে সম্পৃক্ত। ইয়াৰ নিহিতাৰ্থ এইযে বিশ্বৰ মাজতে বিশ্বশক্তি প্ৰচ্ছন্ন বা গুপ্ত ভাৱেই ক্ৰিয়াশীল। সেই পৰম শক্তিয়েই হ'ল বিশ্বৰ আশ্ৰয় আৰু সেই শক্তিয়েই সমগ্ৰ ভাৱে বিশ্বক একত্ব ৰূপত অভিব্যক্ত কৰিছে। বিশ্বশক্তি বিশ্বৰ ভিতৰতে বিদ্যমান—এইয়েই হ'ল উপনিষদৰ ব্ৰহ্মতত্ত্বৰ মূলাধাৰ। ব্ৰহ্মই সকলোতে ব্যাপ্ত হৈ আছে, ব্ৰহ্মই সকলোকে ধাৰণ কৰি আছে আৰু জগতৰ সকলোৰে অন্তৰত বিৰাজ কৰিছে। এই কথাকেই ছান্দোগ্য উপনিষদত উপস্থাপন কৰা হৈছে এইদৰে ঃ

সৰ্ব খল্বিদং ব্ৰহ্ম তজ্জলানিতি শান্ত উপাসীত। ছান্দোগ্য ৩।১৪।১

—এই সকলোৱেই ব্ৰহ্ম, কাৰণ জগতৰ সমস্ত বোৰেই তেওঁৰ পৰা উৎপন্ন হয় আৰু তেওঁতেই লীন হয় আৰু তেওঁতেই জীৱিত থাকে—এইদৰে শান্ত হৈ (তেওঁক) উপাসনা কৰিবা।

এতিয়া সাধাৰণতে প্ৰশ্ন জাগ্ৰত হয় ব্ৰহ্মৰ উপাদন কাৰণত্ব কি? কথাটো বুজাবলৈ এটি উদাহৰণ গ্ৰহণ কৰা হওক—মানুহে যিবোৰ বস্তু নিৰ্মাণ কৰে তাৰ ভিতৰত দুটা বস্তু আমাৰ চকুত সঘনেই পৰে—এটা হ'ল বস্তুটোৰ ৰূপ আৰু আনটো হ'ল তাৰ উপাদান—যেনে, মাটিৰ পাত্ৰ এটাৰ উপাদান হ'ল মাটি আৰু পাত্ৰ ৰূপে তাৰ প্ৰকাশ বা অস্তিত্ব। এতিয়া এইক্ষেত্ৰত মূলতত্ত্ব হ'ল উপাদান আৰু গৌণতত্ত্ব হ'ল তাৰ বিভিন্ন ৰূপত প্ৰকাশ বা অস্তিত্ব। এতেকে

দেখা যায় উপ'দানৰ বিকাৰৰ পৰাই বিশেষ বিশেষ ৰূপৰ প্ৰকাশ সংঘটিত হয়। অৰ্থাৎ মূলতত্ত্বৰ পৰাই গৌণতত্ত্বৰ উদ্ভৱ হয় আৰু তাকেই নাম এটা দি পৰিচিত বা নিৰ্দ্দিষ্ট কৰা হয়। এই প্ৰসঙ্গত ছান্দোগ্য উপনিষদৰ আৰুণি-শ্বেতকেতু-সংবাদত আৰুণিয়ে পুত্ৰশ্বেত কেতুক ব্ৰহ্মতত্ত্বৰ বিষয়ে যি জ্ঞান দান কৰিছিল সেই কথাখিনি প্ৰণিপ্ৰধানযোগ্য, সেই কথাখিনি এনেকুৱা :

গুৰু গৃহত বাৰ বছৰ কাল সমগ্ৰ বেদ অধ্যয়ন কৰি চব্বিশ বছৰ বয়সত শ্বেতকেতু নিজ ঘৰলৈ উভতি আহিল। বেদ অধ্যয়ন কৰাৰ পিচত শ্বেতকেতু গম্ভীৰচিত্ত, পাণ্ডিত্যাভিমানী আৰু অবিনীত হৈছিল। পিতৃ আৰুণিয়ে তেওঁক সুধিলে : "শ্বেতকেতু, তুমিতো মহামনা, পাণ্ডিত্যাভিমানী, অবিনীত হৈ উভতি আহিলা। কিন্তু তুমি কি সেই আদেশ বা উপদেশৰ কথা অনুসন্ধান কৰিছিলানে যাৰদ্বাৰা অশ্ৰুত বিষয় শুনা যায়, অচিন্তিত বিষয় চিন্তা কৰা যায় আৰু অজ্ঞাত বিষয় জনা যায়? শ্বেতকেতুৱে তেতিয়া পিতাকক সুধিলে : "ভগবান, কি সেই উপদেশ?" তাৰ উত্তৰ পিতাকে এইদৰে দিছিল :

'যথা সৌম্যেকেন মৃৎপিণ্ডেন সৰ্বং মৃণ্ময়ং বিজ্ঞাতং
স্যাদ্ বাচাৰম্ভণং বিকাৰো নামধেয়ং মৃত্তিকেত্যেব সত্যম্।'

—হে সৌম্য (পুত্ৰ) এচপৰা মাটিৰ বিষয়ে জানিলেই, সকলোবোৰ মৃণ্ময় বস্তুৰ পৰিচয় পোৱা যায় অৰ্থাৎ মৃণ্ময় বস্তুৰ বিষয়ে জ্ঞান জন্মে; বিকাৰ বাক্যৰ অবলম্বন মাত্ৰ কেৱল এটা নাম। মৃত্তিকাই (মাটিয়েই) সত্য—অৰ্থাৎ মৃণ্ময় বস্তু মাটিৰেই বিকাৰ (পৰিবৰ্ত্তিত ৰূপ); কিন্তু এই বিকাৰ আৰু অন্য একো নহয়, ই কেৱল শব্দাত্মক। তাকেই ভাষাৰদ্বাৰা কোৱা হয়—এইটো ঘট, এইটো চৰু, এইটো চাকি; ভাষাৰ দ্বাৰা অৰ্থাৎ নামদ্বাৰা পাৰ্থক্য নকৰিলে সকলোবোৰেই মৃত্তিকা (মাটি) হৈ পৰে; এতেকে মাটিয়েই সত্য।

এই উপনিষদ বাক্যৰ তাৎপৰ্য্য বিচাৰ কৰিলে দেখা যায় যে বিশ্বৰ মূলতত্ত্ব হ'ল ব্ৰহ্ম, তাৰেই উপাদান বিভিন্ন ৰূপে প্ৰকট হৈ নামদ্বাৰা পৰিচিত বা চিহ্নিত হৈ বহুৰূপে প্ৰকটিত হৈছে।

উল্লিখিত উপনিষদীয় বাক্যৰপৰা এনে আশঙ্কাৰ উদয় হব পাৰে যে ব্ৰহ্মৰ ৰূপ-কাৰণত্বৰ (formal cause) যেন কোনো প্ৰাধান্য নাই, যিহেতুকে উপাদান এক সেইকাৰণে তাৰ পৃথক পৃথক ৰূপৰ তেনেকুৱা (অৰ্থাৎ উপাদানৰ নিচিনা) মূল্য নাই। কিন্তু উপনিষদতে এনেধৰণৰ কথাও পৰিস্ফুটভাৱে আছে

য'ত বিশ্বসত্তাৰ নানা ৰূপৰ প্ৰকাশক গৌণ প্ৰকাশ বুলি গণ্য কৰা হোৱা নাই। কঠোপনিষদত কোৱা হৈছেঃ

'একো বশী সৰ্ব ভূতান্তৰাত্মা একং ৰূপং বহুধা
যঃ কৰোতি।' কঠ ২।২।১২

—যি এক, যি সকলোৰে নিয়ন্তা, যি সকলো ভূতৰে অন্তৰাত্মা, যি এক ৰূপকেই বহুৰূপে প্ৰকাশ কৰিছে।

সেই এক ব্ৰহ্মই বিভিন্ন ৰূপ ধাৰণ কৰিছে আৰু বিভিন্ন বস্তুৰ মাজত যোগ সূত্ৰৰূপে প্ৰচ্ছন্নভাৱে অৰ্থাৎ অপ্ৰত্যক্ষভাৱে বিদ্যমান। বস্তুৰ মাজত ব্যাপ্ত হৈয়ো তেওঁৰ একত্ব। এই কথাটোকে কঠোপনিষদত আৰু অধিক পৰিষ্কাৰভাৱে উপস্থাপিত হৈছে :

'অগ্নিৰ্যথৈকো ভুবনং প্ৰবিষ্টো
ৰূপং ৰূপং প্ৰতিৰূপো বভূব।
একস্তথা সৰ্বভূতান্তৰাত্মা
ৰূপং ৰূপং প্ৰতিৰূপো বহিশ্চ॥" কঠ ২।২।৯

—একেই অগ্নি যেনেকৈ জগতত প্ৰবিষ্ট হৈ ৰূপে ৰূপে প্ৰতিৰূপ হৈছে, সেইদৰে এক সৰ্বভূতৰ অন্তৰাত্মা ৰূপে ৰূপে প্ৰতিৰূপ হৈ আছে আৰু সিহঁতৰ বাহিৰতো আছে।

উক্ত কথাখিনিৰ অৰ্থ বা তাৎপৰ্য্য হ'ল—সৰ্বদেহতে সৰ্বৰূপে এক আত্মা বিদ্যমান। অগ্নিৰ লগত তুলনা কৰি কৈছে যে, অগ্নি যিদৰে এক অথচ অৰূপ হৈও এই জগতৰ প্ৰত্যেক বস্তুতেই প্ৰৱেশ কৰি প্ৰত্যেক বস্তুৰেই নিজৰ নিজৰ ৰূপ অনুসৰি সেই বস্তুবোৰৰেই প্ৰতিৰূপ হৈ প্ৰকাশ পায় সেইদৰে সৰ্বভূতৰ অন্তৰাত্মা ব্ৰহ্ম এক আৰু অৰূপহৈও স্বীয় জ্ঞানত নিহিত ৰূপসমূহৰ প্ৰতিৰূপ আকাৰে বিশ্বত প্ৰকাশিত হৈছে।

এই কথাখিনিকেই আৰু স্পষ্টভাৱে কব পাৰি এইদৰে—জাগতিক বস্তুৰ যি বোৰ ৰূপ আমি দেখিবলৈ পাওঁ সেই সকলো বোৰেই ব্ৰহ্মৰ জ্ঞানত নিহিত আৰু তেওঁৰ জ্ঞানত নিহিত ৰূপসমূহেই জীৱৰ ওচৰত সিহঁতৰ (ৰূপসমূহৰ) প্ৰতিৰূপ আকাৰত প্ৰকাশ ঘটিছে। জীৱ সমূহে ইন্দ্ৰিয়-মনৰ ক্ৰিয়াৰ দ্বাৰা যি জ্ঞান লাভ কৰে সি প্ৰতিৰূপাত্মক, প্ৰাতিভাসিক ( representative ), গতিকে জীৱে বস্তুসমূহৰ প্ৰকৃত ৰূপটো দেখিবলৈ নাপায়। জীৱৰ ওচৰত প্ৰতি-ৰূপটোৱে প্ৰকাশিত হয় কাৰণে কোৱা হৈছে যে, ব্ৰহ্ম বস্তুসমূহৰ প্ৰতিৰূপ

হৈ বিশ্বত প্ৰকাশিত হয়। ব্ৰহ্মাই সৃষ্টিৰ মাজত নিজকে বিভিন্ন ৰূপে প্ৰকাশ কৰিলেও এইবোৰ ৰূপত তেওঁ আবদ্ধ নহয়, এইবোৰৰ উৰ্দ্ধত তেওঁ অবিকৃত-ৰূপে বিদ্যমান। সেইকাৰণে বস্তুৰ ভিতৰত বা অন্তৰত তেওঁ, আৰু এইবোৰৰ বাহিৰতো তেওঁ বিদ্যমান। তেওঁ সৰ্বগত আৰু সৰ্বাতীত। খুলমূল কথা একে শক্তিৰেই বিশ্বত বহুৰূপে প্ৰকাশ ঘটিছে। ইয়াকেই ব্ৰহ্মৰ-ৰূপ কাৰণত্ব ৰূপে অভিহিত কৰা হয়।

নিমিত্তকাৰণ হ'ল সৃষ্টিৰ নিয়ামক শক্তি। ব্ৰহ্মাই বিশ্বৰ অভ্যন্তৰত থাকি বিশ্বক নিয়ন্ত্ৰিত কৰে। এইখিনিতেই মানুহৰ কাৰণত্বৰ লগত বিশ্বশক্তি অৰ্থাৎ ব্ৰহ্মৰ কাৰণত্বৰ পাৰ্থক্য। মানুহে যেতিয়া নিমিত্ত কাৰণৰূপে কৰ্মত লিপ্ত হয় তেতিয়া তেওঁ যি কাম কৰে (যেনে কুম্ভকাৰৰূপে ঘট তৈয়াৰ কৰা কাৰ্য্য) তাৰ বাহিৰতে থাকি যায় আৰু বাহিৰত থাকিয়েই সেই কাম নিয়ন্ত্ৰণ কৰে। কিন্তু প্ৰকৃতিৰ মাজত নিয়ন্ত্ৰক শক্তিয়ে এইদৰে কাম নকৰে, কাৰণ সেই শক্তি প্ৰকৃতিৰ বাহিৰত অৱস্থিত নহয়। বিজ্ঞান জগতৰ এটা উদাহৰণে এই কথা স্পষ্ট কৰি তুলিব। পৰমাণুৰ মাজত যি প্ৰ'টন, নিউট্ৰন, ইলেকট্ৰন আদি সংহত অৱস্থাত থাকে সেইবোৰৰ নিয়ামক শক্তি সিহঁতৰ ভিতৰতে বিদ্যমান। যি প্ৰাণশক্তিয়ে দেহ নিয়ন্ত্ৰণ কৰে সি দেহৰ ভিতৰতেই থাকে। ঠিক সেইদৰে ব্ৰহ্মাই নিয়ামক শক্তি স্বৰূপে কাম কৰে দুই ধৰণে। বৃহদাৰণ্যক উপনিষদত কোৱা হৈছে এইদৰে: প্ৰথমতে ব্ৰহ্মৰ নিয়ন্ত্ৰণত সমগ্ৰ বিশ্ব পৰিচালিত। সূৰ্য্য-চন্দ্ৰ, দ্যাবা-পৃথিৱী, নিমেষ-মুহূৰ্ত্ত, অহোৰাত্ৰ ইত্যাদি সকলো ব্ৰহ্মৰ আদেশত চলিছে। দ্বিতীয়তে, কোৱা হৈছে যে, ব্ৰহ্মাই বিভিন্ন জীৱৰ অন্তৰত বৰ্তমান থাকি জীৱ-সমূহক অজ্ঞাত ভাবেই নিয়ন্ত্ৰণ কৰে। সকলো ভূতেই তেওঁৰ দেহ স্বৰূপ আৰু ভূতসকলৰ অন্তৰত থাকি ভূতসকলক নিয়ন্ত্ৰণ বা নিয়মন কৰে কাৰণে তেওঁ অন্তৰ্য্যামী। দেহ পৰিবৰ্তিত হয়, কিন্তু দেহৰ নিয়ামক শক্তি নিত্য আৰু সেইকাৰণেই সি অমৃত।

এতিয়া শেষ প্ৰশ্ন হ'ল ব্ৰহ্মৰ উদ্দেশ্য কাৰণত্ব অভিব্যক্তি ক'ত? অৰ্থাৎ ব্ৰহ্মৰ এই সৃষ্টিকাৰ্য্যৰ উদ্দেশ্য আছে নে নাই সিও বিচাৰ্য্য। তত্ত্বদৰ্শী ঋষিসকলে একবাক্যে এক সিদ্ধান্তত উপনীত হৈছে যে, ব্ৰহ্মৰ এই বিশ্বসৃষ্টিৰ উদ্দেশ্য কাৰণ হ'ল—'ৰসাস্বাদন'। তেওঁলোকে কৈছে: ব্ৰহ্ম হৈছে ৰসস্বৰূপ, কাৰণ তেওঁ অৰ্থাৎ ব্ৰহ্মই ৰস অনুভব কৰি আনন্দ পায়। তৈত্তিৰীয় উপনিষদত কৈছে; "ৰসো বৈ সঃ। ৰসং হ্যেৱায়ং লব্ধানন্দী ভৱতি।" তৈত্তিৰীয় ২।৭।

এই আনন্দ কি? এই আনন্দ হৈছে—শিল্প ৰসিকৰ আনন্দৰ নিচিনা, যিহেতুকে ব্ৰহ্মাই সমগ্ৰ বিশ্ব ব্যাপী সমগ্ৰৰে নিৰ্মাণ সাধন কৰে সেইকাৰণে ব্ৰহ্মাও শিল্পী—শিল্পৰসিক আৰু শিল্পকৰ্ম—একেসত্তাৰূপে পৰিকল্পিত; সেই কাৰণে বিশ্ব সত্তাও ৰস স্বৰূপ হৈ পৰে। ব্ৰহ্মৰ যি আনন্দ সি সাধাৰণ অৰ্থবোধক সুখ নহয়, সুখতকৈ অতি ব্যাপক অৰ্থবোধক এক ব্যাপাৰ—য'ত সুখদুখ উভয়কে সামৰি লৈ এক পৰম আনন্দ পাৰিস্ফুট বা অভিব্যক্ত হয়। উদাহৰণ স্বৰূপে নাটকৰ অভিনয়ত যেনেকুৱা আনন্দ লাভ হয় ব্ৰহ্মাৰো এই সৃষ্টি ৰচনা কৰি তেনে আনন্দ লাভ হয়। অভিনয়ৰ সময়ত যি শিল্পতাত্বিক অনুভূতি (aesthetic emotion) জাগ্ৰত হয়, যিটো কোনো ব্যৱহাৰিক প্ৰয়োজনৰ লগত জড়িত নহয় সেই অহৈতুক অনুভূতিয়েই হৈছে আনন্দ।

এই আনন্দ কিন্তু একক ভাবে উত্তৱ হব নোৱাৰে, কাৰণ এই আনন্দৰ জনক কোনো এজন থাকিব লাগিব, তেতিয়াহে আনন্দৰ উদ্ৰেক হব পাৰে। অৰ্থাৎ এই প্ৰসঙ্গতে উপস্থিত হ'ল দ্বৈতচিন্তা বা দ্বৈতবোধৰ। গতিকে ব্ৰহ্ম যেতিয়া এক পৰমসত্তাৰূপে বিদ্যমান আছিল তেতিয়া তেওঁ একাকিত্ব অৱস্থাত আনন্দ উপলব্ধি বা উপভোগ কৰিব নোৱাৰি ৰূপ-ৰস-শব্দ-স্পৰ্শ-গন্ধৰ জগৎ সৃষ্টি কৰিলে, যি জগতৰ লগত সম্বন্ধ স্থাপন কৰি ৰসৰ (আনন্দৰ) ধাৰা প্ৰবাহিত কৰিব বিচাৰিলে ব্ৰহ্মাই—ৰসৰ (আনন্দৰ) উপলব্ধিৰ কাৰণে তেওঁ বিচিত্ৰ আৰু বহুৰূপ ধাৰণ কৰিবলৈ প্ৰবৃত্ত হ'ল। তাকেই বৃহদাৰণ্যক উপনিষদত কৈছে এইদৰে :

> "আত্মৈব ইদমগ্ৰ আসীৎ।...স বৈ নৈব
>
> ৰেমে।...স দ্বিতীয়মৈচ্ছৎ॥" বৃহদাৰণ্যক ১।৪।১, ১।৪।৩

—তেওঁ অকলে থাকি আনন্দ নাপালে কাৰণেহে তেওঁ দ্বিতীয়ক বাঞ্ছা কৰিলে।

ব্ৰহ্মৰ এই তৃপ্তি কিন্তু অহৈতুক। ব্ৰহ্মৰ এই অহৈতুক তৃপ্তিৰ কাৰণেই জগতৰ সৃষ্টি—এই সৃষ্টি নহ'লে যে ব্ৰহ্মৰ আনন্দময় ৰূপটোৰ প্ৰকাশ নহয়; সেই কাৰণেহে বিশ্বত দ্বৈত বোধৰ উত্তৱ হ'ল—জ্ঞাতা আৰু জ্ঞেয়, ভোক্তা আৰু ভোগ্য —এই ভাবধাৰা প্ৰকট হৈ পৰিল—বিধাতাৰ সৃষ্টিত আপোন মাধুৰী আপোন চকুতেই প্ৰতিভাত হ'ল—বিশ্বসত্তাৰ মধুৰময় ৰূপটো মানুহৰ মনৰ দুৱাৰত প্ৰস্ফুটিত হৈ পৰিল। তাতেই তত্ত্বদৰ্শী ঋষি আপ্লুত হৈ পৰিল আৰু উদাত্তকণ্ঠে গদ্‌গদ্‌ চিত্তে ঘোষণা কৰিলে :

'মধুবাতা ঋতায়তে
মধু ক্ষৰন্তি সিন্ধবঃ— ।' বৃহদাৰণ্যক ৬।৩।৬

—বতাহত মধু, নদীত মধু ।

'ইয়ং পৃথিৱী সৰ্বেষাং ভূতানাং মধু অস্যৈ
পৃথিব্যৈ সৰ্বানি ভূতানি মধু ॥' বৃহদাৰণ্যক ২।৫।১

—এই পৃথিৱী সকলো প্ৰাণীৰ বাবেই মধুস্বৰূপ আৰু এই পৃথিৱীৰ কোলাত সকলো প্ৰাণীয়েই মধুস্বৰূপ ।

সেইকাৰণেই পুনৰপি তত্ত্বদৰ্শী ত্ৰিকালজ্ঞ ঋষিয়ে স্ৰষ্টাক অভিবাদন জনালে :

'তদ্বিজ্ঞানেন পৰিপশ্যন্তি ধীৰা
আনন্দৰূপমমৃতং যদ্বিভাতি ॥' মুণ্ডক ২।২।৮

—ব্ৰহ্মৰ বিশ্বৰূপত যি মূৰ্ত্ত অভিব্যক্তি তাকেই আনন্দৰূপ আৰু অমৃত বুলি অভিনন্দন জনালে ।

সনাতন হিন্দুধৰ্মৰ এই মৌলিক সত্যৰ আধাৰত সমগ্ৰ ধৰ্ম চিন্তাই ভাৰতত গঢ় লৈ উঠিছে । তাৰেই বিস্তৰ ব্যাখ্যা আচাৰ্য্য শাস্ত্ৰীদেৱে নানাভাৱে "অসমৰ বৈষ্ণৱ দৰ্শনৰ ৰূপৰেখাত" অভিব্যক্ত কৰিছে ।

উক্ত গ্ৰন্থখনৰ মুখবন্ধত শাস্ত্ৰীদেৱে ভাৰতীয় দাৰ্শনিক চিন্তাধাৰাৰ বিস্তৃত ব্যাখ্যা দাঙি ধৰিছে । ইয়াত বেদৰ বহুদেৱবাদ, উপনিষদৰ ব্ৰহ্মতত্ত্ব বা ব্ৰহ্মবাদ বা সৰ্বেশ্বৰবাদ, ষড়দৰ্শনৰ জ্ঞানমাৰ্গেৰে মুক্তিসাধন আৰু পুৰাণৰ যুগৰ ব্যক্তিৰূপী ঈশ্বৰক ভিত্তি কৰি ভক্তিবাদৰ উদ্ভৱ কিদৰে হৈছে তাৰ আলোচনা দাঙি ধৰিছে । মুঠ আঠোটা অধ্যায়ত বিভক্ত গ্ৰন্থখনত পুৰণি অসমৰ বৈষ্ণৱ ধৰ্ম আৰু নৱ বৈষ্ণৱ ধৰ্মৰ ঐতিহাসিক ক্ৰমবিকাশৰ বিচাৰ-বিশ্লেষণ উপস্থাপন কৰি শাস্ত্ৰীদেৱে বৈষ্ণৱধৰ্মৰ বেদমূলকতা আৰু নানা দেৱ-দেৱীৰ উপসনাৰ মাজেৰে এক পৰম পুৰুষ বিষ্ণুৰেই যে উপাসনা কৰা হয় তাক প্ৰতিপন্ন কৰিছে । পৰম ব্ৰহ্ম, সৃষ্টিতত্ত্ব, মায়াবাদ, অৱতাৰবাদ, সগুণ আৰু নিগু'ণ ব্ৰহ্ম, নিৰাকাৰ আৰু সাকাৰৰ উপাসনা আদি দুৰূহ বিষয়বোৰৰ প্ৰাঞ্জল ব্যাখ্যাই পাঠকসকলৰ মনত উপাসনাৰ আৱশ্যকতাবোধ দৃঢ়তৰ কৰি তুলিব যে ই নিশ্চিত ।

জন্মান্তৰবাদ আৰু কৰ্মফলৰ দাৰ্শনিক পৰ্য্যালোচনা, মুক্তিৰ স্বৰূপ আৰু উপায়, সকাম ভক্তি আৰু নিষ্কাম ভক্তিৰ স্বৰূপ নিৰ্ণয় আৰু ভক্তিমাৰ্গৰ

প্ৰয়োজনীয়ভাৰ পুংখানুপুংখ ব্যাখ্যা অতি চিত্তাকৰ্ষক পদ্ধতিৰে বিশ্লেষণ কৰি শাস্ত্ৰীদেৱে গ্ৰন্থখনৰ গৌৰৱ বৰ্দ্ধন কৰিছে।

বৰ্ণাশ্ৰম ধৰ্মত কৰ্মবাদৰ স্থান, একান্ত ভক্তৰ স্বৰূপ নিৰূপণ, দেৱদেৱীৰ মূৰ্ত্তিৰ পূজাৰ প্ৰয়োজন, ভক্তিমাৰ্গৰ শ্ৰেষ্ঠত্ব, ' ৰসঃ বৈ সঃ"—আনন্দময় ব্ৰহ্ম আৰু "কৃষ্ণস্তু ভগৱান্ স্বয়ম্" ৰ অভিন্নতা প্ৰতিপাদন কৰি জীৱাত্মাৰ পৰমাত্মাৰ লগত মিলিত হোৱাৰ অনুৰাগৰ বিশদ সমালোচনাই গ্ৰন্থখনক গৌৰৱৰ বেদীত প্ৰতিষ্ঠিত কৰিছে।

শাস্ত্ৰীদেৱে ভক্তি-জ্ঞান-কৰ্মৰ বৈশিষ্ট্যৰ বিষয়ে মনোৰমভাৱে উপস্থাপন কৰা এটা অংশ উদ্ধৃত কৰাৰ লোভ সামৰিব নোৱাৰিলোঁ। এই বিষয়ে তেখেতে লিখিছে :

ভক্তিহীন জ্ঞান-কৰ্ম ব্যৰ্থ হয় এই কাৰণে যে যি জ্ঞানৰদ্বাৰা বিষয়বস্তুৰ আচল স্বৰূপৰ প্ৰকাশ হয় সেয়ে যথাৰ্থ জ্ঞান বা সাৰ্থক জ্ঞান আৰু যি কৰ্ম কৰিলে তাৰদ্বাৰা অভিলষিত কাৰ্য্য সিদ্ধ হয় সেই কৰ্মই সাৰ্থক ; যেনে—আমি কোনো এবিধ অলঙ্কাৰ বুজিবৰ কাৰণে চক্ষুৰিন্দ্ৰিয়ক সেই বিষয়ত ব্যাপৃত কৰাত যি প্ৰত্যক্ষৰূপ জ্ঞান জন্মে সেই জ্ঞানৰদ্বাৰা যদি সেই অলংকাৰ সম্যক অৰ্থাৎ যথাৰ্থ উপলব্ধি হয় তেন্তে সেই জ্ঞানক আমি সত্য সাৰ্থক জ্ঞান বোলোঁ ; সেইদৰে সুসিদ্ধ অন্ন পাবৰ কাৰণে ভাতৰন্ধা কামত প্ৰবৃত্ত হৈ সেই ৰন্ধন ক্ৰিয়াৰ দ্বাৰা যদি সুসিদ্ধ ভাত মুঠি পাওঁ তেন্তে সেই ৰন্ধনক্ৰিয়া সাৰ্থক বা সফল বুলি কওঁ। প্ৰাণীৰ আত্যন্তিক দুঃখ নিবৃত্তি আৰু সুখ-প্ৰাপ্তিৰূপ মোক্ষই হৈছে শ্ৰেষ্ঠ পুৰুষাৰ্থ। এই অভিলষিত পুৰুষাৰ্থ লাভৰ উপায় হ'ল ভগৱতত্ত্ব জ্ঞানৰূপ-ব্যাপাৰযুক্ত ভক্তি। গতিকে ভগৱদ্‌ভক্তিক আশ্ৰয় কৰি যি তত্ত্ব জ্ঞান হয় সেই জ্ঞানেহে আমাৰ অভিলষিত মুক্তিৰ জনক আৰু কাম্য। যি জ্ঞান ভক্তিক আশ্ৰয় কৰি নহয় তাৰদ্বাৰা ভগৱত্তত্ত্বৰ প্ৰকাশ বা ভগৱন্তৰূপ সত্য বস্তুৰ উপলব্ধি নহয় গতিকে সি যথাৰ্থ জ্ঞান নহয়। ইপিনে সকলো দৃশ্য বস্তুৰে উপাদান আৰু নিমিত্ত কাৰণৰূপে একমাত্ৰ ভগবানেই সমস্ত বস্তুৰ স্বৰূপভূত তত্ত্ব। এইকাৰণে যি জ্ঞান ভগবদ্ ভক্তিক আশ্ৰয় কৰি হোৱা নাই সেই জ্ঞান ভগৱত্তত্ত্ব বিষয়ক নহয় অৰ্থাৎ তাৰদ্বাৰা ভগৱন্তৰ স্বৰূপ উপলব্ধি হব নোৱাৰে, এই হেতুকে সি ব্যৰ্থ অৰ্থাৎ নিষ্প্ৰয়োজন, অযথাৰ্থ বা অপ্ৰমাণ। সেইদৰে মুক্তিৰ কাৰণস্বৰূপ ভগৱদ্‌ভক্তি লাভৰ অৰ্থেই বৈধকৰ্মৰ অনুষ্ঠান কৰা হয়। যি কৰ্মৰপৰা জীৱৰ

অভিলষিত ভক্তিৰূপ প্ৰয়োজন সিদ্ধ নহয় সেই কৰ্ম ব্যৰ্থ। গতিকে যি জ্ঞান ভক্তিক আশ্ৰয় কৰি হয় আৰু যি কৰ্ম ভক্তিৰ জনক তেনে জ্ঞান-কৰ্মহে সাৰ্থক ..।"

শাস্ত্ৰীদেৱৰ ব্যাখ্যা নিশ্চিতভাৱে বিশ্লেষণধৰ্মী আৰু সেই বিশ্লেষণ যুক্তিৰ আধাৰত প্ৰতিষ্ঠিত। তেখেতৰ নীতি আছিল :

'যুক্তিযুক্তমুপাদেয়ং বচনং বালকাদপি।
অন্যং তৃণমিব ত্যাজ্যমপ্যুক্তং পদ্মজন্মনা॥

—সকলো যুক্তিযুক্ত কথা গ্ৰহণীয়, কিন্তু স্বয়ং পদ্মযোনি ব্ৰহ্মাৰদ্বাৰা উক্ত হলেও যুক্তিহীন কথা তৃণৰ দৰে বৰ্জনীয়।

যুক্তিৰ ভিত্তিত সকলো কথা বিশ্লেষণ কৰি সিদ্ধান্তত উপনীত হব পৰাতেই পাণ্ডিত্যৰ গৌৰৱ। সেই কাৰণেই শাস্ত্ৰীদেৱ বহুবিশ্ৰুত নিষ্ণাত পণ্ডিতৰূপে খ্যাত আৰু তেখেতৰ "অসমৰ বৈষ্ণৱ দৰ্শনৰ ৰূপৰেখা" গ্ৰন্থখন আধুনিক ভাৰতৰ মনস্বী দাৰ্শনিক পণ্ডিত সকলে প্ৰণয়ন কৰা যি কোনো প্ৰখ্যাত দাৰ্শনিক গ্ৰন্থৰ সমকক্ষ গ্ৰন্থৰূপে সৰ্বভাৰতীয় সমাদৰ লাভৰ যোগ্য। □

# বাক্যাৰ্থ বোধ

ডক্টৰ মুকুন্দ মাধৱ শৰ্মা

"বাক্যাৰ্থবোধ' নামৰ পুথিখনত বাক্যৰ অৰ্থৰ জ্ঞান বা শব্দবোধ কেনেকৈ হয় তাকে বিস্তৃতভাবে আলোচনা কৰা হৈছে। বাক্যাৰ্থজ্ঞান বা শব্দবোধ কিদৰে হয় সেই সম্পৰ্কে আলংকাৰিক, বৈয়াকৰণ আৰু দাৰ্শনিকসম্প্ৰদায়ৰ মাজত মতভেদ দেখা যায়। সেইদৰে বাক্যাৰ্থ কিহে নিৰ্ণয় কৰে সেই বিষয়েও ভিন্ন মত দেখা যায়।

'বাক্যাৰ্থবোধ'—এই পুথিত ব্যাকৰণ, অলঙ্কাৰ আৰু ভাৰতীয় দৰ্শনৰ আটাইকেইটা সম্প্ৰদায়ত স্বীকৃত বাক্যাৰ্থবোধ বা শব্দবোধৰ প্ৰক্ৰিয়া খৰচি মাৰি আলোচনা কৰা হৈছে। লৌকিক বাক্যৰ নিচিনাকৈ বৈদিক বাক্যৰ অৰ্থ নিৰ্ণয় কৰিব লাগে বুলি এই গ্ৰন্থত কোৱা হৈছে। তাৰোপৰি বৈদিক দিশত গুৰুত্ব আৰোপ কৰা হৈছে। সকলো বৈদিক বাক্যই জ্ঞানাৰ্থক বুলি এই গ্ৰন্থত অভিহিত কৰা হৈছে। বিধিবাক্যই যে বিহিত কৰ্মৰ ইষ্টসাধনতা আৰু নিষেধ বাক্যই নিষিদ্ধ কৰ্মৰ অনিষ্টসাধনতা বুজায় তাক এই গ্ৰন্থত আলোচনা কৰা হৈছে।

এই প্ৰসঙ্গতে মীমাংসা আৰু বেদান্ত দৰ্শনে স্বীকাৰ কৰা ভাৱনা, বিধি আৰু ইষ্টসাধনতা আদি আলোচনা কৰা হৈছে। কুমাৰিল ভট্টৰ মীমাংসা সম্প্ৰদায়ত ভাৱনাকে বাক্যাৰ্থ বুলি কোৱা হয় আৰু ন্যায় দৰ্শনত ইষ্টসাধনতাকে বিধি বাক্যাৰ্থ বুলি কোৱা হয়। এই সকলোবোৰ বৰ্তমান গ্ৰন্থত বহলাই দাঙি ধৰা হৈছে। ভাৱনা দ্বিবিধ—শাব্দী ভাৱনা আৰু আৰ্থী ভাৱনা। এইটো ভট্ট আৰু প্ৰভাকৰ উভয় সম্প্ৰদায়তে স্বীকৃত হৈছে। এই ভাৱনা শব্দৰ পৰাই বৈষ্ণৱ সাহিত্যৰ ভাওনা' শব্দৰ উৎপত্তি হোৱা বুলি অনুমান কৰিব পাৰি। এই গ্ৰন্থত ইয়াকো কোৱা হৈছে।

বাক্যাৰ্থবোধ নিৰূপণ কৰাৰ প্ৰসঙ্গত বাক্যৰ স্বৰূপ আৰু প্ৰয়োজনো এই পুথিত আলোচনা কৰা হৈছে। বাক্যাৰ্থবোধ বা শব্দবোধ আলোচনা কৰাৰ লগতে শব্দৰ শক্তিও আলোচিত হৈছে। শব্দৰ শক্তি অভিধা, লক্ষণা, ব্যঞ্জনা আদি ভালদৰে ব্যাখ্যা কৰা হৈছে। লৌকিক বাক্যৰ দ্বাৰা উদাহৰণো প্ৰদৰ্শন কৰা হৈছে।

দুয়োটা মীমাংসা সম্প্ৰদায়ৰ অধ্যাহাৰ সম্পৰ্কেও ব্যাখ্যা দাঙি ধৰা হৈছে। এইখিনিতে কব পাৰি যে ভাট্টসম্প্ৰদায়ে শব্দাধ্যাহাৰ আৰু প্ৰভাকৰসম্প্ৰদায়ে অৰ্থাধ্যাহাৰ স্বীকাৰ কৰে।

এই পুথিখনত যদিও বাক্যাৰ্থবোধ সম্পৰ্কে আলোচনা কৰা হৈছে তথাপি প্ৰসঙ্গক্ৰমে ভাৰতীয় দৰ্শনৰ আস্তিক আৰু নাস্তিক সম্প্ৰদায়ৰ অন্তৰ্ভুক্ত সকলো দৰ্শনৰে মূল সিদ্ধান্তসমূহ ব্যাখ্যা কৰা হৈছে। বৌদ্ধৰ শূন্যবাদ, জৈনৰ অনেকান্তবাদ, বিশিষ্ট অদ্বৈতৰ ভক্তিবাদ, ন্যায় বৈশেষিকৰ দ্বৈতবাদ, সাংখ্যৰ দ্বৈতবাদ, অদ্বৈতৰ অনিৰ্বাচ্যবাদ, মীমাংসাৰ ভাৱনাবাক্যাৰ্থবাদ, নিয়োগ বাক্যাৰ্থবাদ আদি চমুকৈ হ'লেও উল্লেখ কৰা হৈছে।

বৰ্তমান গ্ৰন্থত বেদৰ ওপৰত অধিক গুৰুত্ব আৰোপ কৰা হৈছে। বেদত সকলো আছে আৰু সকলো বেদৰেই অধীন বুলি প্ৰতিপন্ন কৰা হৈছে। বেদৰ সকলো বাক্যই জ্ঞানাৰ্থক। বেদৰ কৰ্মপ্ৰবৃত্তিজনক বাক্যবিলাক বিজ্ঞানাৰ্থক আৰু জ্ঞানজনক বাক্যবিলাক জ্ঞানাৰ্থক বুলি এই গ্ৰন্থত কোৱা হৈছে। কোনো বাক্যই নিৰৰ্থক নহয়। বৰঞ্চ সকলো বাক্যই জ্ঞানাৰ্থক।

অসমীয়া ভাষাত এনেধৰণৰ গভীৰ তত্ত্বসমূহৰ আলোচনা সম্বলিত পুথি বুলিবলৈ এইখনেই প্ৰথম। বৈদিক সাহিত্য, আস্তিক নাস্তিকভেদে সকলো ভাৰতীয় দৰ্শন আৰু অলঙ্কাৰ শাস্ত্ৰৰ ওপৰত সমানে দখল থকা অসমীয়া পণ্ডিত বুলিবলৈকো কেৱল আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰী দেৱহে আছে। তেখেতেই এই পুথিখন লিখি অসমীয়া সাহিত্যলৈ এটি বহুমূলীয়া অৱদান যোগাইছে। ☐

# আচাৰ্য্য শাস্ত্ৰীৰ নিৰ্মিতি

অসমীয়া গ্ৰন্থ :

ক. অসমৰ বৈষ্ণৱ-দৰ্শনৰ ৰূপৰেখা [ আলোচনা-গ্ৰন্থ, ১৯৫৪, ১৯৯১ ]

খ. শতাকা প্ৰকাশ [ আলোচনা-গ্ৰন্থ, ১৯৫৮ ]

গ. সাহিত্য-দৰ্শন [ অলংকাৰ গ্ৰন্থ, ১৯৬১, ১৯৭০, ১৯৮৮ ]

ঘ. বুদ্ধচৰিত [ জীৱনী, ১৯৭০ ]

ঙ. কুমাৰিল ভট্টপাদ আৰু আচাৰ্য্য ধৰ্মকীৰ্ত্তি [ আলোচনা গ্ৰন্থ, ১৯৮৬ ]

চ. বাক্যাৰ্থবোধ [ আলোচনা গ্ৰন্থ, ১৯৮৮ ]

ছ. পুৰণি অসমৰ ধৰ্ম আৰু দৰ্শন [ সমীক্ষামূলক গ্ৰন্থ, ১৯৯০ ]

জ. বৈদিক দৰ্শনৰ ৰূপৰেখা [ সমীক্ষামূলক গ্ৰন্থ, যন্ত্ৰস্থ ]

সংস্কৃত গ্ৰন্থ :

ক. চতুঃ শতাধিক প্ৰশস্তি-শ্লোক

খ. কেতকী কাব্যম্ [ অনূদিত, ১৯৬৪ ]

গ শতাকাম্নায়ঃ [ কাব্য, ১৯৬৬ ]

ঘ. উতঙ্ক ভৈক্ষম্ [ নাটক, ১৯৭৪ ]

ঙ. প্ৰকাম কামৰূপম্ [ কাব্য, ১৯৯০ ]

চ. স্মৃতি-জ্যোতিষ-সাৰ সংগ্ৰহ [ সম্পাদিত, ধৰ্মশাস্ত্ৰ বিষয়ক, ১৯৬৪* ]

ছ. স্মৃতি সাগৰ সাৰ [ সম্পাদিত, জ্যোতিষশাস্ত্ৰ বিষয়ক ]

জ. জ্যোতিৰ্মালা [ সম্পাদিত, জ্যোতিষশাস্ত্ৰ বিষয়ক ]

ঝ. গ্ৰহণ কৌমুদী [ সম্পাদিত, ধৰ্মশাস্ত্ৰ বিষয়ক ]

ঞ. স্মৃতি-জ্যোতিষ সংগ্ৰহ [ সম্পাদিত, ধৰ্মশাস্ত্ৰ বিষয়ক ]

অপ্ৰকাশিত গ্ৰন্থ :

ক. বালমনোৰঞ্জনী [ সংস্কৃত ]

প্ৰবন্ধ / নিবন্ধ :

অসমীয়া : [ নিৰ্বাচিত মাত্ৰ ]

ক. অসমত সংগীত চৰ্চ্চা [ বামধেনু, ৬ষ্ঠ বছৰ, বহাগ, জেঠ, ১৮৭৫ শক ]

---

* ড° প্ৰতাপ চন্দ্ৰ চৌধুৰীৰ যুটীয়া সম্পাদনাত

খ. দৰঙীয়া লোক সংগীতত ঢেপাঢুলীয়া [ ৰূপালী জয়ন্তী স্মৃতি গ্ৰন্থ, মঙ্গলদৈ মহাবিদ্যালয়, ১৯৭৬ ]

গ. কামৰূপীয় স্মৃতি-নিবন্ধকাৰ বেদাচাৰ্য্য আৰু মহাত্মা সম্বৎসৰ [ অসম সাহিত্য সভা, তৃতীয় সংখ্যা, ১৮৮১ শক, পুহ-চত ]

ঘ. মঙ্গলদৈৰ সৰ্বভাৰতীয় খ্যাতি সম্পন্ন প্ৰাচীন পণ্ডিতসকল [ দৰঙ্গ স্মৃতি, অসম সাহিত্য সভা মঙ্গলদৈ অধিবেশন, ১৯৭৪ ]

ঙ. সৰ্বভাৰতীয় খ্যাতি সম্পন্ন কামৰূপীয় পণ্ডিতৰ ইতিহাসত মঙ্গলদৈ অঞ্চলৰ স্থান [ স্মৃতি গ্ৰন্থ, সোণালী জয়ন্তী, মঙ্গলদৈ ব্ৰাহ্মণ সমাজ, ১৮৯৪ শক, ১৯৭২-৭৩ চন ]

চ. ধৰ্ম আৰু দৰ্শন [ অসমীয়া জাতিৰ ইতিবৃত্ত, ১৯৭৪ ]

ছ. পূৰ্বৰ্ণি অসমত ভাৰতীয় দৰ্শন শাস্ত্ৰৰ চৰ্চা [ প্ৰবন্ধ সৌৰভ, ডিব্ৰুগড়., ১৮৮৮ শক ]

জ. অসমত সংস্কৃত চৰ্চা [ অসমীয়া সংস্কৃতি, গুৱাহাটী, ১৯৭৫ ]

ইংৰাজী : [ Select papers only ]

1. The Music of oja-pali,
2. The Svalpamatsya Purāṇa,
3. Mahāmahopādhyāya Rājaguru Dāmodara Misra,
4. Nilambarācarya,
5. Date of Visnu Puri
6. Vedācārya and Samvatsara,
7. Kāmarupa School of Dharmasāstra with particular Notice of Pitāmbara Siddhānta Vāgisa,
8. Advaitavāda or Philosophy of Nondualism in Kāmarupa,
9. The Author of the Smṛti-Sāgara
10. The Assamese Tradition about Kumārila Bhatta

## আচাৰ্য্য শাস্ত্ৰীৰ ৰচনাৰ নমুনা

# দৰঙ্গীয়া লোকসঙ্গীতত ঢেপাঢুলীয়া

একেটা ক্ৰিয়াৰ বাৰম্বাৰ আচৰণ বা আবৃত্তিক কৰ্ষণ বা কৃষ্টি বোলা হয়। সেই কৃষ্টিৰ (কৰ্ষণৰ) ফলস্বৰূপে সেই ক্ৰিয়াত কাৰকস্বৰূপে, বিশেষকৈ কৰ্ম আৰু কৰণ কাৰকৰূপে নিযুক্ত (ব্যাপৃত) পদাৰ্থটিত যি সংস্কাৰ, ক্ষমতা বা সামৰ্থ্যৰূপ অদৃষ্ট যোগ্যতা আহিত (উৎপন্ন) হয়, তাকেই বোলে সংস্কৃতি। কৃষি কৰ্মৰ (খেতিৰ) ক্ষেত্ৰত হালবোৱা বা কোৰমাৰ ক্ৰিয়াৰ আবৃত্তিটোৱে কৃষ্টি আৰু তাৰ ফলত মাটিদৰাত উৎপন্ন হোৱা বীজ প্ৰৰোহৰ (শস্য উৎপন্ন হোৱাৰ) উপযোগী যি সংস্কাৰ, ক্ষমতা বা যোগ্যতা সেয়ে সংস্কৃতি। সেইদৰে লিখা-পঢ়া শিক্ষাৰ ক্ষেত্ৰত শিক্ষাৰ্থীজনে যি লিখা-পঢ়া ক্ৰিয়াৰ বাৰম্বাৰ আচৰণ কৰে তাৰ নাম কৃষ্টি বা কৰ্ষণ আৰু লিখা-পঢ়া ক্ৰিয়াৰ বাৰম্বাৰ আবৃত্তিৰ ফলত তাৰ অন্তঃকৰণ (মন) আৰু হাত-মুখ আদি কাৰকবিলাকত লিখা-পঢ়াৰ উপযোগী যি ক্ষমতা বা পটুতাৰূপ অদৃষ্ট সংস্কাৰ (যোগ্যতা) ওপজে সেইটোৱে সংস্কৃতি।

**কৃষ্টি আৰু সংস্কৃতি**

কোনো এখন দেশৰ বা কোনো এটা অঞ্চলৰ অধিবাসী প্ৰায়বিলাক লোকে অথবা কোনো এটা জাতিৰ বেছিভাগ লোকে পুৰুষ পৰম্পৰাভাৱে যদি একেটা ক্ৰিয়াৰ একে প্ৰকাৰে আচৰণ কৰি থাকে তেনে আচৰণ ৰূপ কৃষ্টিৰ ফলস্বৰূপে সেই দেশীয়, সেই অঞ্চলগত বা সেই জাতীয় লোকৰ ভিতৰত, সেই ক্ৰিয়া-আচ-ৰণৰ প্ৰবৃত্তি প্ৰবাহ হয়,—সেই কৰ্মাচৰণত ৰুচি আৰু তেনেকুৱাভাৱে সেই কৰ্মানুষ্ঠানৰ ক্ষমতা বা দক্ষতাৰূপ সংস্কৃতি সুদৃঢ় হয়। দেশগত, অঞ্চলগত আৰু জাতিগত হোৱা হেতুকে সেই কৃষ্টি আৰু সংস্কৃতি দেশীয়-সংস্কৃতি, আঞ্চলিক কৃষ্টি সংস্কৃতি অথবা জাতীয় কৃষ্টি-সংস্কৃতিৰূপে পৰিগণিত হয়।

গছৰপৰা গুটি আৰু গুটিৰ পৰা গছ হোৱাৰ দৰে কৃষ্টিৰপৰা সংস্কৃতি আৰু সংস্কৃতিৰ পৰা কৃষ্টি হয়। যোনে যি কৰ্ম কৰে তাৰ ফলস্বৰূপে তাৰ অন্তঃকৰণ (মন) আৰু দেহত সেই কৰ্ম সংস্কাৰ (সংস্কৃতি) আহিত (সঞ্চিত) হয়। সেই কৰ্ম সংস্কাৰৰ ফলস্বৰূপে আকৌ তাৰ সেই কৰ্মাচৰণত ৰুচি আৰু প্ৰবৃত্তি

( কৃষ্টি ) ওপজে। তাৰ নিজৰ সেই সংস্কৃতি ( কর্ম সংস্কাৰ ) নাথাকিলেও যি ঘাৰ পৰা, যি সমাজত ওপজে সেই পিতা-মাতাৰ আৰু সেই সমাজৰ সংস্কৃতিয়ে ( কর্ম সংস্কাৰে ) তাক সেই কর্মাচৰণত ( সেই কৃষ্টি ৰসানুসৰণত ) প্ৰেৰণা যোগায়।

——

## আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰীৰ ( যশঃকায় ) জন্ম-পত্ৰিকা




জন্ম শক ১৮৩২, ফাগুন মাহ, দোলপূর্ণিমা, মধ্যৰাত্ৰি সোমবাৰ,
সিংহৰাশি, পূর্ব-ফাল্গুনী নক্ষত্ৰ

পিতৃ ৺ শ্যামদেৱ শর্মা
মাতৃ ৺ ভোগেশ্বৰী দেৱী
জন্মস্থান : গাঁও : ভেকৰা
মৌজা : দিপীলা
মহকুমা : মঙ্গলদৈ
জিলা : দৰং

# আচাৰ্য্য শাস্ত্ৰীৰ বংশলতা

৺বাসুদেৱ

↓

৺কৃষ্ণদেৱ

↓

৺শতানন্দ

↓

৺সহদেৱ পত্নী লোপমুদ্ৰা

↓

৺শম্ভুনাথ পত্নী বসুন্ধৰী

↓

৺মধুসূদন পত্নী চণ্ডিকা

↓

৺নাৰায়ণ পত্নী পদ্মপ্ৰিয়া | ৺বাসুদেৱ পত্নী পত্নী শতৰূপা | ৺জয়দেৱ পত্নী ৰত্নেশ্বৰী

↓ (৺বাসুদেৱ)

৺ৰসেশ্বৰ পত্নী কন্দৰা | ৺দিগম্বৰ পত্নী ঘুনুচা

↓ (৺দিগম্বৰ)

৺শ্যামদেৱ পত্নী ভোগেশ্বৰী | ৺থানেশ্বৰ পত্নী বোহেশ্বৰী

↓ (৺শ্যামদেৱ)

৺মনোৰঞ্জন পত্নী শ্ৰীমতী হেমলতা | শ্ৰীঅভিৰাম

↓ (৺মনোৰঞ্জন)

শ্ৰীনলিনীৰঞ্জন | শ্ৰীনিহাৰৰঞ্জন | শ্ৰীনিশীথৰঞ্জন | শ্ৰীনিখিলৰঞ্জন

গোত্ৰ—উপমন্যু

প্ৰবৰ—উপমন্যু, ইন্দ্ৰমদ, ভৱবসু

বেদ—যজুৰ্ব্বেদীয় কাণ্ব শাখাধ্যায়ী মিশ্ৰ ব্ৰাহ্মণ

# লেখক-পৰিচয়

**শ্ৰীউমাকান্ত দেৱ শৰ্মা শাস্ত্ৰী :** বিশিষ্ট লেখক, সমালোচক আৰু শাস্ত্ৰজ্ঞ শ্ৰীশৰ্মা অসম সংস্কৃত কলেজৰ অধ্যাপক। বাসস্থান : গুৱাহাটী।

**শ্ৰীনাৰায়ণ বৰপূজাৰী :** প্ৰথিতযশা কবি আলোচক আৰু কেইবাখনিও পুথিৰ ৰচয়িতা। বাসস্থান : ডিগবৈ।

**শ্ৰীৰজনীকান্ত শৰ্মা :** বিশিষ্ট কবি আৰু নাট্যকাৰ, অৱসৰ প্ৰাপ্ত শিক্ষক। বাসস্থান : ভূনী, দৰং।

**ড° ভৃগুমোহন গোস্বামী :** উত্তৰ গুৱাহাটী কলেজৰ অসমীয়া বিভাগৰ অধ্যাপক, প্ৰতিষ্ঠাশীল সাহিত্যিক। বাসস্থান : গুৱাহাটী।

**শ্ৰীশৰৎ চন্দ্ৰ শৰ্মা :** হাজৰিকাপাৰা নেহৰু ছোৱালী বিদ্যালয়ৰ শিক্ষক, কবিতা ৰচয়িতা আৰু জীৱনী লেখক। বাসস্থান : হাজৰিকাপাৰা, দৰং।

**শ্ৰীযতীন্দ্ৰ নাথ গোস্বামী :** অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি, শিক্ষাব্ৰতী অধ্যাপক শ্ৰীগোস্বামী সমালোচক আৰু প্ৰতিষ্ঠাশীল সাহিত্যিক। বাসস্থান : যোৰহাট।

**শ্ৰীউমাকান্ত শৰ্মা :** নলবাৰী কলেজৰ অৱসৰ প্ৰাপ্ত অধ্যক্ষ শ্ৰীশৰ্মা লব্ধ প্ৰতিষ্ঠ সাহিত্যিক। বাসস্থান : নলবাৰী।

**শ্ৰীজীৱন চন্দ্ৰ শৰ্মা :** মঙ্গলদৈ কলেজৰ অসমীয়া বিভাগৰ অধ্যাপক বিশিষ্ট লেখক আৰু সমালোচক। বাসস্থান : বামুণপাৰা, ( মঙ্গলদৈ )।

**শ্ৰীঅতুল চন্দ্ৰ বৰুৱা :** অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি শ্ৰীবৰুৱা একাধাৰে সমালোচক, জীৱনী লেখক, অভিধান প্ৰণয়নকাৰী আৰু সংস্কৃতি বিশ্লেষক। বাসস্থান : গুৱাহাটী।

**ডা° হৰেকৃষ্ণ গোস্বামী :** প্ৰতিষ্ঠাশীল চিকিৎসক, সমাজসেৱী আৰু লব্ধ প্ৰতিষ্ঠ সাহিত্যিক। বাসস্থান : নলবাৰী।

**ড° প্ৰিয়াংশু প্ৰবল উপাধ্যায় :** গুৱাহাটী বিশ্ববিদ্যালয়ৰ সংস্কৃত বিভাগৰ অৱসৰ প্ৰাপ্ত অধ্যাপক, খ্যাতিসম্পন্ন পণ্ডিত আৰু কেইবাখনিও গ্ৰন্থৰ ৰচয়িতা। বাসস্থান : পাণ্ডু।

ড° প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্য : বি. বৰুৱা কলেজৰ অৱসৰপ্ৰাপ্ত অধ্যক্ষ, ভাষাতত্ত্ববিদ্, লোকসংস্কৃতি আৰু জনজাতীয় সংস্কৃতিৰ বিচাৰ-বিশ্লেষণকাৰী, কেইবাখনিও গ্ৰন্থৰ ৰচয়িতা। বাসস্থান : গুৱাহাটী।

শ্ৰীপ্ৰভাত শৰ্মা শাস্ত্ৰী : মঙ্গলদৈ কলেজৰ সংস্কৃত বিভাগৰ অৱসৰপ্ৰাপ্ত অধ্যাপক আৰু মঙ্গলদৈ কন্যা মহাবিদ্যালয়ৰ প্ৰতিষ্ঠাপক অধ্যক্ষ, বিশিষ্ট সাহিত্যিক। বাসস্থান : বামুণপাৰা (মঙ্গলদৈ)।

শ্ৰীমহেন্দ্ৰ নাথ শৰ্মা শাস্ত্ৰী : শোণিতপুৰ প্ৰাচ্য বিদ্যালয়ৰ প্ৰধান অধ্যাপক, স্মৃতি-মীমাংসা আৰু ব্যাকৰণৰ পণ্ডিত, বিশিষ্ট সাহিত্যিক। বাসস্থান : পাৰ্বতীনগৰ, তেজপুৰ।

শ্ৰীখগেন্দ্ৰ নাথ শৰ্মা শাস্ত্ৰী : সংস্কৃত পণ্ডিত শ্ৰীশৰ্মাদেৱ বৰনৰ্দ্দি মহাযজ্ঞ সংস্কৃত টোলৰ অধ্যাপক। বাসস্থান : নৰ্দি, নলবাৰী।

শ্ৰীঅৰবিন্দ গোস্বামী শাস্ত্ৰী : হাজৰিকাপাৰা বাগীশ্বৰী চতুষ্পাঠীৰ প্ৰধান অধ্যাপক। বাসস্থান : দেবানন্দ, দৰং।

শ্ৰীমহেন্দ্ৰ নাথ বুজৰবৰুৱা : দতৰা ব্ৰহ্মময়ী চতুষ্পাঠীৰ অধ্যাপক ৺ শিৱ নাথ বুজৰবৰুৱা তৰ্কতীৰ্থৰ পুত্ৰ শ্ৰীবুজৰবৰুৱা অৱসৰ প্ৰাপ্ত চৰকাৰী চাকৰিয়াল, সমাজসেৱক আৰু সাহিত্য চৰ্চাকাৰী। বাসস্থান : দতৰা (নলবাৰী)।

শ্ৰীনৃপেন্দ্ৰ নাথ শৰ্মা সাহিত্যশাস্ত্ৰী, কাব্যতীৰ্থ : নলবাৰী সংস্কৃত কলেজৰ অধ্যক্ষ, বিশিষ্ট পণ্ডিত আৰু সাহিত্যিক। বাসস্থান : নলবাৰী।

শ্ৰীপ্ৰফুল্ল চন্দ্ৰ দেৱ গোস্বামী সাহিত্যাচাৰ্য্য : অসম সংস্কৃত কলেজৰ সাহিত্য বিভাগৰ অধ্যাপক, বিশিষ্ট লেখক। বাসস্থান : গুৱাহাটী।

শ্ৰীমতী উষা গোস্বামী : নলবাৰী কলেজৰ দৰ্শন বিভাগৰ অধ্যাপিকা। বাসস্থান : নলবাৰী।

শ্ৰীঅভিৰাম শৰ্মা : অৱসৰ প্ৰাপ্ত শিক্ষক আৰু সমাজকৰ্মী শ্ৰীশৰ্মাদেৱ আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰীদেৱৰ একমাত্ৰ ভ্ৰাতৃ। বাসস্থান : ভেকুৱা (মঙ্গলদৈ)।

ড° নলিনীৰঞ্জন শৰ্মা : গুৱাহাটী বিশ্ববিদ্যালয়ৰ সংস্কৃত বিভাগৰ ৰীডাৰ। আচাৰ্য্য শাস্ত্ৰীদেৱৰ জ্যেষ্ঠ পুত্ৰ। বাসস্থান : গুৱাহাটী।

শ্ৰীমতী ভামতীদেৱী : ভুবনেশ্বৰ ভাষা শিক্ষা কেন্দ্ৰৰ অধ্যাপিকা। আচাৰ্য্য শাস্ত্ৰীদেৱৰ কন্যা। বাসস্থান : ভুবনেশ্বৰ।

ড° অপূৰ্ব চন্দ্ৰ বৰঠাকুৰীয়া : গুৱাহাটী বিশ্ববিদ্যালয়ৰ সংস্কৃত বিভাগৰ প্ৰফেছাৰ আৰু বিভাগীয় প্ৰধান, তীক্ষ্ণধী সম্পন্ন পণ্ডিত, গৱেষক আৰু সাহিত্য কৃতি নিৰ্মাতা। বাসস্থান : গুৱাহাটী।

শ্ৰীবিশ্বনাথ শৰ্মা বি. এ. বি. টি : দেওমৰণৈ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ শিক্ষক আৰু কৃতীলেখক। বাসস্থান : পাভিদৰং, দৰং।

শ্ৰীপুৰন্দৰ দেৱ শৰ্মা স্মৃতি ব্যাকৰণ শাস্ত্ৰী : অৱসৰপ্ৰাপ্ত শিক্ষক, বিশিষ্ট লেখক আৰু বিধিব্যৱস্থাপক। বাসস্থান : মাহৰিপাৰা, দৰং।

শ্ৰীদিবাকৰ শৰ্মা, বি. এ. বি. টি : অৱসৰ প্ৰাপ্ত প্ৰধান শিক্ষক, দৰং জিলা ব্ৰাহ্মণ সমাজৰ সভাপতি, কবি আৰু বিশিষ্ট লেখক। বাসস্থান : বলদেৱপাৰা, দৰং।

শ্ৰীডিম্বেশ্বৰ শইকীয়া এম. এ. বি. টি : উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ বিষয় শিক্ষক, দৰং সাহিত্য সভাৰ সম্পাদক, বিশিষ্ট সাহিত্যিক। বাসস্থান : মঙ্গলদৈ।

ড° নৰেন্দ্ৰ নাথ শৰ্মা : নলবাৰী কলেজৰ প্ৰাক্তন অধ্যাপক আৰু অসম সংস্কৃত ব'ৰ্ডৰ অৱসৰ প্ৰাপ্ত সম্পাদক, বিশিষ্ট পণ্ডিত আৰু সাহিত্যিক। বাসস্থান : গুৱাহাটী।

ড° মালিনী গোস্বামী : গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ অধ্যাপিকা, বিশিষ্টা লেখিকা। বাসস্থান : গুৱাহাটী।

ড° বীৰেন্দ্ৰনাথ দত্ত : গুৱাহাটী বিশ্ববিদ্যালয়ৰ লোক সংস্কৃতি বিভাগৰ প্ৰফেছাৰ, বিভাগীয় মুৰব্বী, গৱেষক পণ্ডিত। সংস্কৃতি আৰু আৰ্ট সম্পৰ্কীয় গ্ৰন্থ (ইংৰাজী আৰু অসমীয়া উভয়তে) ৰচনা কৰাৰ ওপৰিও একাধিক শিশু সাহিত্য প্ৰণয়ন কৰিছে। বাসস্থান : গুৱাহাটী।

শ্ৰীদুৰ্গেশ্বৰ নাথ ওজা : ব্যাস-ওজাপালিৰ বিশিষ্ট ধাৰক আৰু বাহক, কবি, আলোচক আৰু গায়ক। বাসস্থান—পকাদলি, ছিপাঝাৰ।

ড° সত্যেন্দ্ৰ নাৰায়ণ গোস্বামী : গুৱাহাটী বিশ্ববিদ্যালয়ৰ আধুনিক ভাৰতীয় ভাষা বিভাগৰ ৰবীন্দ্ৰনাথ ঠাকুৰ প্ৰফেছাৰ আৰু প্ৰথিতযশা সাহিত্যিক। বাসস্থান : গুৱাহাটী।

ড° বসন্তকুমাৰ দেৱ গোস্বামী : নলবাৰী কলেজৰ সংস্কৃত বিভাগৰ অধ্যাপক, বিশিষ্ট লেখক। বাসস্থান : নলবাৰী।

শ্ৰীনগা শৰ্মা : নলবাৰী কলেজৰ অসমীয়া বিভাগৰ মুখ্য অধ্যাপক শ্ৰীশৰ্মা এগৰাকী ক্ৰান্তিকাৰী সাহিত্যিক। বাসস্থান : নলবাৰী।

শ্ৰীহৰেন্দ্ৰ নাথ শৰ্মা : নলবাৰী কলেজৰ অসমীয়া বিভাগৰ অধ্যাপক, প্ৰতিষ্ঠাশীল সাহিত্যিক। বাসস্থান : নলবাৰী।

শ্ৰীসতীশ চন্দ্ৰ ভট্টাচাৰ্য্য : দৰং কলেজৰ অসমীয়া বিভাগৰ মুখ্য অধ্যাপক, বিশিষ্ট সাহিত্যিক। বাসস্থান : তেজপুৰ।

ড° প্ৰফুল্ল কটকী : গুৱাহাটী বিশ্ববিদ্যালয়ৰ ইংৰাজী বিভাগৰ প্ৰফেছাৰ, গৱেষক পণ্ডিত, প্ৰথিতযশা সাহিত্যিক আৰু উচ্চমান বিশিষ্ট গ্ৰন্থ ৰচয়িতা। বাসস্থান : গুৱাহাটী।

ড° বাণীকান্ত শৰ্মা : গুৱাহাটী বিশ্ববিদ্যালয়ৰ আধুনিক ভাৰতীয় ভাষা বিভাগৰ প্ৰফেছাৰ, তত্ত্বজ্ঞপণ্ডিত আৰু প্ৰতিষ্ঠাশীল সাহিত্যিক। বাসস্থান : গুৱাহাটী।

ড° মুকুন্দ মাধৱ শৰ্মা : আন্তৰ্জাতিক খ্যাতিসম্পন্ন পণ্ডিত, গুৱাহাটী বিশ্ব-বিদ্যালয়ৰ সংস্কৃত বিভাগৰ প্ৰফেছাৰ, প্ৰাক্তন বিভাগীয় প্ৰধান, প্ৰাক্তন কলাগুৰু আৰু কেইবাখনিও গ্ৰন্থৰ ৰচয়িতা।

# Acharya Monoranjan Shastri

**Dr. Praphulladatta Goswami**

The memory of Acharya Manoranjan Shastri brings to me the picture of a person of rather short stature, plainly dressed in dhoti, panjabi and chadar, but with a well formed forehead, a nose slightly hooked and eyes that twinkled with intelligence and sociability. It is difficult to realize how this unassuming scholar freely roamed from the height of abstruse scholarship to local folk traditions. He it was who first pointed out that the Oja-Pali narrators of Puranic stories, combining dance and music, had kept alive to a certain extent the tradition of medieval classical music. He was so versatile that if necessary he could recite the *ragamala* of a particular raga. It is amusing to recall that this Sanskritist even trained up one or two Ojas in the traditional way. A casual acquaintance could never fathom the depth and range of his scholarship, for he never projected his erudition unless he wrote a paper or so either in Assamese or Sanskrit or even English.

Coming as he did of a typically poor Brahmin family it would not have surprised anyone if he had acquired a diploma or two in Sanskrit kāvya or smriti or darśana either in Assam or in Bengal ; what was unusual was that his knowledge was not tied down to the diplomas he had acquired : there was in him a curiosity which made him look beyond the range of prescribed studies. He never attended a High School, but by his own efforts he mastered the English language to such and extent that he later began to write even in English. I still remember the first paper that he submitted to be published in the Gauhati University Journal. His English was rather shaky and I had to touch up the language, but before long he was able to get on on his own. A thoroughgoing scholar that he was he had even started to learn Chinese.

He was then Principal of the Sanskrit College at Nalbari and it was suggested that he be allowed to teach in the Sanskrit department of the University. The Vice-Chancellor was K. K. Handiqui, a well known Sanskritist with degrees from Calcutta and Oxford. Handiqui turned down the suggestion with the comment : How can he teach in a Post-graduate department he being just a Shastri, only a graduate ? Years later Shastri was invited to teach in the Sanskrit department and he acquitted himself creditably.

Though widely read in several languages, Shastri's scholarship did not depend on books already available ; he hunted for manuscripts, found them, analysed them and only then, either for comparison or corroboration, did he turn to printed sources ( if available ! ) or opinions of other Indian scholars. He was thus the greatest authority on the Kamarupa school of Dharmashastra. He was the first person to make a detailed study of Mahamahopadhyaya Rajaguru Damodara Misra of the fifteenth century. Similarly he wrote on the 14th century digest-maker Nilambaracharya. The clarity of the style of Shastri can be appreciated from his paper 'Rajaguru Damodara Misra' printed in the Gauhati University Journal ( 1954 ), one of the earliest papers that he wrote in English :

> In his **Kathagita** ( katha—prose ) Bhattadeva has referred in many places to a commentary on the Gita as **Damodaritika**, obviously written by some Damodara. In it the three—**Bhakti** ( devotional attachment ), **Jnana** ( knowledge ) and **Karma** ( selfless action ) have been treated with equal prominence as opposed to the commentary of Sankaracarya on the Gita where **Jnana** alone enjoys the supreme position, or the commentary of Sridharaswami where **Bhakti** plays the prominent role or the commentary of Bhaskara, where on the other hand, **Karma** has been given the highest emphasis.

Shastri attributes **Damodaritika** to Damodara Misra on such grounds :

...We have already known that Damodara Misra had written commentaries on the **Santisataka** and the **Hastamalakastotra** and had in his works treated all the three—**Jnana**, **Bhakti** and **Karma** with equal emphasis without stating anywhere that any one of these was less effective than the other two. Therefore, we shall not be far from the truth if we hold, until further research, that the author of the commentaries on the **Santisataka** and the **Hastamalakastotra** is also the author of the **Damodaritika** mentioned in the Kathagita.

Shastri's long paper 'The Kamarupa School of Dharmashastra' printed in **Pragjyotisa** ( All-India Oriental Conference Souvenir, 1965 ) is a masterly survey of the information he had hunted out from printed and unprinted sources. His paper 'Advaitavada... in Kamarupa' is a piece of profound research strengthened by a sense of history.

Before I retired from Gauhati University and when I was Dean of the Faculty of Arts in the late seventies, one day when I met him I suggested that he write a study of the philosopher Kumarilabhatta, for as I said, "So far as I know there is no study on this outsanding person in English and if you write one, I assure you I will get it published some way or another."

Shastri found the suggestion worthwhile and he began to gather material for the book. Time passed and I retired. And Shastri had his problems. He could write one or two chapters of the projected work. The first chapter appeared as a paper 'The Assamese Tradition About Kumarilabhatta' in which he not only marshalled historical and shastraic references from all over India but also folk traditions current in Assam. There is indeed a belief in certain quarters that Kumarilabhatta or Bhattapada had belonged to Assam. The paper was published in the Souvenir of the Indian Philosophical Congress held at Guwahati. Though Shastri could not complete his book in English, just before his death he managed to write in Assamese **Kumarilabhatta Aru Dharmakirti**, small in size but compact and closely reasoned. He was kind enough

to honour me with the request that I write the preface to his book. He was awarded the Haramohan Das prize posthumously on the merits of this work.

Shastri wrote in Assamese two other important studies: one on Indian aesthetics and the other on the philosophy of Assam Vaishnavism. He also composed verses in Sanskrit. Several of his manuscripts are lying unpublished.

I remember Acharya Manoranjan Shastri not as a Sanskrit scholar in the usual sense, but as an intellectual adventurer with an acute intelligence, who cleared paths for others to follow. The other person of a similar type that I met in Assam in this half century was my teacher Professor Banikanta Kakati, linguistician and writer on literary as well as sociological themes, in his way a trail-blazer, but with one difference: Shastri had a closer touch with the soil, with folk traditions.

# Importance of Dharmshastra

**Dr. Rajendra Nath Sarma**

The **Dharmaśāstras** are an important branch of sacred Sanskrit literature. While the **Vedas** are known as **Śruti**, the **Dharmaśāstras** the Smṛtis.[1] They are supposed to deal with **Dharma** in all its aspects and ramifications. In the Indian context, the concept of 'Dharma' is an all embracing term covering all the aspects of human life, religious, secular as well as individual life. **Dharma** is the backbone of the society. It includes religion, social customs and manners, the rules or laws that regulate them, the duties of **varṇas** and **Āśramas**, various social institutions like family and marriage, political institutions like kingship, inter-state relations, mutual relations of the king and the people and so forth. It also deals with the judicial procedure ( **vyavahāra** ) dealing with the duties of king and judges, crimes and punishments, laws of inheritance, partition etc. Therefore, **Dharmaśāstra** or **Smṛti** is that Science which regulates the human life by prescribing various rites and duties, for individuals of different classes so as to enable them to obtain the welfare here and after ( **ihapara-kalyāṇa** ). Eighteen **Smṛtis** are known to exist, the principal among them being the **Manusmṛti** by Manu, **Yājñavalkya-smṛti** by sage Yājñavalkya and **Parāśarasmṛti** by sage Parāśara All the **Smṛtis** emphasise that the highest **Dharma** is **Ātmajñāna** or self-realisation. They lay down the code of **Dharma** as applicable to various aspects of life such as individual, family, social and political etc. They lay down the **Saṁskāras** or rituals to be performed in one's life and the procedure for their performance.

---

1. śrutistu vedavijñeyo dharmaśāstraṁ tu vai smṛtiḥ/
Manu. II. 10

The word 'Smṛti' is derived from the root 'Smar' ( to remember ). What is remembered is an experience. What is the experience in the present context ? It is the **Śruti. Saṁskāra** is the impression left in the mind by the experience of **Śruti**. The knowledge born of this impression or in other words the expression of this impression is what is called **Smṛti**. Since the **Smṛtis** or **Dharmaśāstras** deal mainly with the teaching and inculcation of religion, it gives without saying that they have the highest religious and spiritual significance. The religious teachings which are communicated to the individual members of a society aim at making religion as a part of their day to day life. It is not a popular belief only. The success of a religion depends on the extent to which it has penetrated into the daily life of a common man. By way of laying down various observations like the performance of the five-fold secrifices ( **Pañcamahāyajñas** ) viz., **Brahmayajña**, **Pitṛyajña**, **Devayajña**, **Bhūtayajña** and **Nṛyajña** and many such practices, the **Dharmaśāstras** commit a man to a number of religious duties which begin at the moment of his birth and end only after his life. The different vows that are recommended at different times as also the importance of pilgrimages are religious qualities which permeate the entire religious life of a society. In this respect, the **Dharmaśāstras** may be said to have utilised religion as the most important approach to cultural life and as the most important secret in the controlling social and moral behaviour while dealing with the various aspects of social behaviour, the **Dharmaśāstras** have particularly emphasised the fact of social obligation. The individual lives and grows only in society and this fact commits him to a number of social obligations. The idea of the spiritual debt to Gods, the ancestors and to the sages, viz., **Devaṛṇ**, **Pitṛṛṇ** and **Ācāryaṛṇ** fully emphasises the nature of these obligations and until these debts are discharged, the individual is not considered as having acquitted as a responsible member of society. The very idea of **Gṛhasthāśrama** or the householder's stage is based on the discharge of social obligations.[2]

2. yathā vāyuṁ samāśritya sarve jīvanti jantavaḥ/
   tathā gṛhasthamāśritya vartante sarva āśramaḥ//

   Manu. III. 77.

The idea of Nṛyajña or the worship of guests and hospitality and of Bhūtayajña also underlines the same obligation as in the case of a householder. The moral and civic virtues like Dāna ( offering ), **Aparigraha** ( abstention from coveting ), Dayā ( kindness ) and **Ahiṁsā** ( non-violence ) etc. are all intended to make the householder an embodiment of mercy, truth, charity and puri y. The **Dharmaśāstras** are never tired of glorifying the virtues and emphasing their moral and social values.

The prescriptions of various duties pertaining to four varnas and Āśramas also exemplify the idea of social obligation and moral values. This has been clearly stated in the Manusmṛti.[3] The members of verious Varnas are to practise their particular professions which eliminate unfair social competition. The pursuit of the four goals of human life ( **caturvarga** ) emphesises the idea of a well-oriented and balanced view of life.

Again the various forms of marriage mentioned by Manu and others show a spirit of accomodation for marriage, customs prevalent in various strata of society. The concept of widow-remarriage accepted reluctantly highlights the adjustments made in keeping with changing times. The rules regarding **strīdhana** particularly laid down by Yājñavalkya show the growing liberal attitude towards women and their property rights. All these ideas mark the spirit of toleration and Indian culture.

Works on the **Smṛtis** or **Dharmaśāstras** like the **Manusmṛti** have also laid down a number of ideal injunctions in political matters and inter-state relations. The discussion on Rājadharma in the chapter VII of the **Mānusmṛti** deals with the reciprocal duties of the king and the people and mentions a number of rules which visualise ideal conditions. The king is supposed to keep before himself the ideal of the highest public

3. ahiṁsā satyamasteyaṁ śaucamindriyanigrahaḥ/
etaṁ sāmājikamdharmaṁ caturvarṇye' bravin manuḥ//
X. 63

servant and serve the cause and interest at the cost of self-sacrifice. He is also supposed to act as the father and guardian of the people. Even the people on their part are supposed to hold the king in the highest reverence.[4]

Again the works on **Dharmaśāstras** are intended specifically as law books and they also throw light on a number of legal injunctions which are blended with human considerations. The highest duty of a king is to punish the guilty and spare the innocent.

The punishments recommended for various crimes take into consideration, the degree of the crime and also the motive behind it. There is no doubt that some preferential treatment was obviously given to Brahmin criminals, but the motive behind this appears to be that the Brahmins were supposed to behave righteously and the punishment meted out to them was more symbolic than actual.

The duties of judges mentioned in the various law books such as the absence of corruption and any trucks with the parties in the dispute very well lay emphasis on the legal and moral values in their performance. Thus the various injuctions and rules laid down by the **Dharmaśāstras** in religious, social, political and legal contexts clearly show great concern for human values. Many a tenet of **Dharmaśāstras** are note worthy of being followed in practice. Above all, it appears necessary to revive the moral fervour of the ancient writers on the **Smṛtis** or **Dharmaśāstras** with a view to holding together the society of modern times.

It may be added here that there is a long and strong tradition of study of the **Smṛti Śāstras** in Assam also. There were some scholars in Assam who were well-versed in the **Smṛtis**. Among them, special mention may be made of late Acharya Manoranjan Shastri who had worked a lot on the Kāmarūpa Smṛti. As a Scholar on **Smṛti**, Shastri contributed some scholarly articles in the Journals of the Ganganath Jha Kendriya Sanskrit Vidyapeetha, Allahabad. He was also a recognised **Adhyāpaka on Smṛti** of the Assam Sanskrit Board. In fact, Acharya Manoranjan Shastri was a true and profound scholar of the Smṛti Śastras.

4. Manu, VII. 5 and 8
5. Manu, VIII. 128.

# Acharyya Manoranjan Shastri : A Tribute

**Dr. Nabin Chandra Sarma**

Acharyya Manoranjan Shastri ( 1911—1988 ) may rightly be called one of the most versatile Sanskrit scholars of India. Born in a very poor Brahmin family in the month of March, 1911 at Bherua, a small village of the district of Darrang, Acharyya Shastri did not complete primary education but passed the first title examination in the traditional Sanskrit Grammar. He acquired eight titles in different branches of the Sanskrit learning. Shastri was an erudite scholar in **Vyakarana Kavya, Smrti, Dharma Shastra** and various schools of philosophy. His erudition was not confined only to the Sanskrit learning but extended to the field of Assamese language and Culture. Although he did not have any formal training in English, nonetheless he could equally wield a facile pen in English also maintaining a commendable academic standard.

As a retired Principal of Nalbari Sanskrit College, as a successful Professor of Assam Sanskrit College, Gauhati, as a Visiting Professor of the Department of Sanskrit, Gauhati University ; as a frequent contributor of original papers to a large number of learned periodicals and journals and saminars as well as conferences and as an author of many original compositions in Sanskrit and English as well as Assamese, he was a valued name not only in Assam but in India.

Acharyya Shastri's forte was Indology, Literature, Philosophy, **Dharma-Shastra** and traditional culture of Assam. He has more than 400 **Slokas** in Sanskrit to his credit. The **Prakāma-Kāmarūpam** is a beautiful **Kāvya** written in sonorous Sanskrit, which narrates the glories of ancient Assam. The **Patākamāyah** is a Sanskrit **Kāvya**. He has even made his mark as a successful dramatist. **Utankabhaikṣam** is an excellent exampl

of his consummate dramatic skill. He has edited creditably a few Dharma Shastras, such as the **Smṛti-Sāgara-Sāra**, the **Grahaṇa-Kaumudi** and so forth, compiled by the Smarta scholars of ancient Assam which were lying in manuscript form.

Valued and original articles written by the Acharyya in English have already been published in the following journals and books; **Indian Historical Quarterly**, **Journal of Assam Research Society**, Gauhati; **Journal of Gauhati University**, **Prof. B. K. Barua Commemoration Volume**, **Journal of the Assam Academy**, **Prachya Bharati**, **Samskritam**, **Souvenir of the All-India Oriental Conferance**, Gauhati ( 1964 ) and so on.

Acharyya Shastri was equally gifted writer in Assamese. He has written a few books in Assamese which may reveal his scholarship and philosophical acumen. The **Asamar Vaiṣṇava Darśanara Rūparekhā** ( outline of the philosophy of Assam's Vaiṣṇavism ) is no doubt a monumental output of Acharyya Shastri in which he makes a successful attempt to analyse the doctrine of Assam's Vaiṣṇavism from the philosophical point of view. In the **Sāhitya-Darśana** (The philosophy of literature) he deals with the different aspects of literature on the basis of the Sanskritic tradition. The **Kumārila Bhaṭṭapāda āru Acharyya Dharmakīrti** (Kumārila Bhaṭṭapāda and Achāryya Dharmakīrti) may rightly be treated as his masterpiece. His **Vaidika Darsanar Rūparekhā** ( outline of the Vedic philosophy ), still unpublished, is the first of its kind in the Assamese language. He was a storehouse of knowledge about the traditional and folk culture of [illegible]ver Assam particularly of the audio visual art forms. Some of his writings covering this field are really worthmentioning.

Acharyya Shastri breathed his last on the 4th January, 1988. But his interest and devotion in the domain of Indology will remain as a source of inspiration to the future generations of Assam and India. ●

# Our Contributors

**Dr. Praphulladatta Goswami**, *M. A, D. Phil*, a retired Professor of Folklore, Gauhati University, ex-President, North-East India Council for Social Science Research, Shillong, ex-President, Folklore Society of Assam, Guwahati, Whilom Visiting Professor of Folklore, Quondam Dean, Faculty of Arts, Gauhati University and Vice-Chairman, Anundoram Boroah Institute of Language, Art & Culture, Assam ; is an illustrious scholar and also well known for his writings in Assamese and English.

**Dr. Rajendra** Nath Sarma, *M. A, Ph. D*, Mīmāṁsā and Vyākaraṇa Shastri, Reader in the Department of Sanskrit, Gauhati University is an enthusiatic scholar and writer.

Dr. Nabin **Chandra** Sarma, *M. A, Ph. D*, Reader in the Department of Folklore Research, Gauhati University is a writer of a few books who has edited the Present book entitled **Ācāryya Manorañjan** Śāstrī : **Jīvan-Sādhanā** Āru **Kṛtitva.**

—x—